**Fela¯nee :** An Assamese novel written by Arupa Patangia Kalita, and published by Sri. Ila Sarmah, on behalf of **M/s Jyoti Prakashan,** Jaswanta Road, Panbazar, Guwahati-781 001, Assam, first published on December, 2003.

***Third edition : January, 2007*** ***Price : Rs. 90.00 only***

---

**প্ৰকাশক ঃ**

শ্ৰী ইলা শৰ্মা

জ্যোতি প্ৰকাশন

পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**প্ৰথম সংস্কৰণ ঃ** ডিচেম্বৰ, ২০০৩

**দ্বিতীয় সংস্কৰণ ঃ** ডিচেম্বৰ, ২০০৪

**তৃতীয় সংস্কৰণ ঃ** জানুৱাৰী, ২০০৭

**বেটুপাত ঃ** পদ্ম সিংহ

**আৰ্হিপাঠ ঃ** বিকাশজ্যোতি বৰুৱা

**মূল্য ঃ** ৯০.০০ টকা

**ডি.টি.পি. ঃ**

ময়ূৰ ডেস্কটপ

ডেনিছ ৰোড

পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**ছপাশাল ঃ**

ত্ৰিনয়ন গ্ৰাফিক অফছেট

উদ্যোগ পাম, বামুণীমৈদাম

গুৱাহাটী-৭৮১ ০২১

শ্ৰদ্ধেয় ড° হীৰেন গোহাঁই ছাৰলৈ

— অৰূপা

# কৃতজ্ঞতাৰ একাষাৰ

'অয়নান্ত' মই লেখা প্ৰকৃত অৰ্থত প্ৰথম উপন্যাস আছিল। 'মৃগনাভি'ৰ চৰিত্ৰ উপন্যাসিকাৰহে বুলি মই ইতিমধ্যে পতিয়ন গৈছোঁ। 'অয়নান্ত' ওলাইছিল ১৯৯৪ চনত। তাৰ পাছত কেইবাখনো গল্প আৰু উপন্যাসিকা সংকলন প্ৰকাশ পাইছে যদিও লিখি থকা উপন্যাসখন শেষ কৰি উঠিব পৰা নাছিলোঁ। যোৱা আঠোটা বছৰে উপন্যাসখনৰ চৰিত্ৰবোৰ অনুধাৱন কৰিছোঁ, সিহঁতৰ ইতিহাস ঘাটিছোঁ, সিহঁতৰ জীৱনলৈ সোমাই যোৱাৰ আকুল চেষ্টা কৰিছোঁ, সিহঁতৰ জীৱনৰ কথাবোৰ এটোপ-দুটোপকৈ হৃদয়ত ধাৰণ কৰিছোঁ।

অৱশেষত 'ফেলানী' লেখা শেষ হ'ল।

'ফেলানী' লেখাৰ পৰিকল্পনা পৰ্বত ইছমাইল হোছেইনে মোৰ অনুৰোধ ক্ৰমে কেইবাখনো গুৰুত্বপূৰ্ণ কিতাপ-পত্ৰ গোটাই দি মোক সহায় কৰিলে। তেওঁলৈ ধন্যবাদ থাকিল।

'ফেলানী'ৰ খুঁতি-নাটিৰ ক্ষেত্ৰত মই বহুজনৰ ওচৰত কৃতজ্ঞ। আকাশ গোলাপী হোৱাৰ সময়ত ওলোৱা জাউৰিয়া মাছ আনি আমাক খুউৱা আৰু বিয়াৰ বতৰত বেণ্ডপাৰ্টিত বাজনা বজোৱা মাছুৰৈজন, মোক ঘৰুৱা কাম-বনত সহায় কৰি দিয়া আৰতি, মুৰি ভাজি আমাক দি যোৱা সুমতী, কাঁহি বন কটাৰ পৰা ধান কটালৈকে বিভিন্ন কামৰ অভিজ্ঞতাপুষ্ট আমাৰ বাৰীত হাজিৰা কৰা খগেন— এনে বহু মানুহৰ সান্নিধ্য অবিহনে 'ফেলানী' লেখা মোৰ পক্ষে সম্ভৱ নহ'লহেঁতেন।

'দামল' গোষ্ঠীৰ সদস্যবৃন্দৰ উৎসাহৰ বাবে তেওঁলোকক ধন্যবাদ জনালোঁ। মোৰ সৰু ননদ অৰুণে মোক এসপ্তাহৰ নিৰৱচ্ছিন্ন সময় উলিয়াই দিয়াৰ কথা কেতিয়াও নাপাহৰোঁ। শ্ৰদ্ধেয় নগেন শৰ্মাদেৱে পৰম আগ্ৰহেৰে উপন্যাসখন প্ৰকাশ কৰাৰ বাবে তেখেতক মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

— অৰূপা পটঙ্গীয়া কলিতা

২১.১২.২০০৩

# কৃতজ্ঞতাৰ আৰু একাষাৰ

অতি কম সময়তে 'ফেলানী'ৰ প্ৰথম সংস্কৰণ শেষ হ'ল। ইয়াৰ পৰাই মই বুজিব পাৰিছো যে পাঠকে কিতাপখন মৰমেৰে গ্ৰহণ কৰিছে। ব্যক্তিগতভাৱেও বহুতে মোক কিতাপখন ভালপোৱাৰ কথা লগ ধৰি, চিঠিৰে বা ফোনত কৈছে। ই মোক আনন্দ দিছে আৰু অনুপ্ৰেৰণা যোগাইছে। 'ফেলানী'ৰ সমূহ পাঠকলৈ মোৰ আন্তৰিক ধন্যবাদ থাকিল।

— অৰূপা পটঙ্গীয়া কলিতা

৫.১২.২০০৪

*'যি জোপা গছত ফল নধৰে*
*তাক বোলে অফলা*
*কিন্তু কোনোবাই পৰীক্ষা কৰি চাইছেনে মাটি?*
*যি ডাল সহজে ভাগি যায়*
*তাক বোলে চনকা।*
*কিন্তু তাৰ ওপৰত অজস্ৰ বৰফ জমা নাইনে?'*

— বাৰ্টল্ট ব্ৰেখট

## তৃতীয় সংস্কৰণৰ আগকথা

এয়া 'ফেলানী'ৰ তৃতীয় সংস্কৰণ। পাঠক সমাজে ইমান আগ্ৰহেৰে 'ফেলানী'ক গ্ৰহণ কৰাৰ বাবে মই অনুপ্ৰাণিত হৈছোঁ। ই অসমৰ ভৱিষ্যত সম্পৰ্কে এক তাৎপৰ্যও বহন কৰি আনিছে। মোৰ ধাৰণা হৈছে যে ঔপন্যাসিক হিচাপে মোৰ বিশ্বাস আৰু মূল্যবোধসমূহৰ সৈতে সহমৰ্মিতা থকা অসমীয়া খুব কম নাই। এই উপলব্ধিয়ে মোক শক্তি দিছে।

আশাকৰোঁ 'ফেলানী'ৰ তৃতীয় সংস্কৰণেও পাঠক সমাজৰ আদৰ পাব।

— অৰূপা পটঙ্গীয়া কলিতা

৩০.১২.২০০৬

১

যেৰীখন ব্ৰহ্মপুত্ৰ পাৰ হৈ আহি আমিনগাঁৱত ৰ'লহি। বগা পাৰি নোহোৱা কাপোৰ এসাজেৰে মেৰাই থোৱা গাভৰু ছোৱালীজনীৰ শেঁতা চকুহাল উজ্জ্বল হৈ পৰিছে। তাইৰ দুটা ক'লা ভোমোৰাৰ দৰে চকুহাল স্থিৰ হৈ ৰৈছে এহাল বালিমাহীৰ ওপৰত। বালিমাহীহালে টুপ-টুপকৈ নেজডাল উঠাইছে, নমাইছে। বালিমাহীহালৰ কণমান জীএ্রা এটা যেন নেজ কিডালৰ ছন্দত তাইৰ চকুহালৰ ভোমোৰাকিটাই যেৰী ঘাটৰ বালিৰ ওপৰেৰে গুণগুণ কৰি পাখি মেলি দিলে। চিক্‌মিকাই থকা বালিছন্দা এটুকুৰাত এই পৰিল, এই উঠিল। ভোমোৰাকিটাৰ ঠেংকিটাত লাগি ধৰিলে গুৰি গুৰি ৰূপ।

কান্দি কান্দি উখহি থকা তাইৰ চকুহালতো ৰূপালীৰ বালিছন্দা চিক্‌মিক্ কৰি উঠিছে। তাই দেউতাকৰ সৈতে আহি ৰে'লত উঠিলহি। এইখন ৰে'ল বঙিয়াইলৈকে যাব। তাৰ পাছত ৰঙিয়াত এৰাতি থপি পুৱা ব্ৰাদ-লাইনৰ সৰু ৰে'লখনত উঠিব। ব্ৰাদ-লাইনৰ ৰে'লখনত উঠি বাপেক-জীয়েক যাব ভূটান পাহাৰৰ নামনিৰ সেই ৰাধিকা আৰু কৃষ্ণাই বুকুত লৈ থকা ঠাইখনলৈ।

যিমানে ৰে'লখন হাবি-জংঘলেৰে ভৰা ঠাইখিনিলৈ সোমাই গৈ আছে, সিমানে ছোৱালীজনীৰ চকুৰ ক'লা ভোমোৰাহাল চঞ্চল হৈ উঠিছে। অ'ত পৰিছে, ত'ত পৰিছে। য'তেই পৰিছে তাতেই জিৰ্‌জিৰ্‌কৈ সৰিছে ভোমোৰাকিটাৰ ঠেঙৰ বালিছন্দা। তাইৰ বয়সটোৰেই হ'ল বালিছন্দা গোটোৱা বয়স। কান্দি কান্দি উখহি থকা চকুৰ পতায়ো বান্ধি ৰাখিব নোৱাৰে উৰণীয়া ভোমোৰোকিটাক। বহুমালাৰ মনটো এইকেইদিন গুৱাহাটীৰ সেই এজাক মানুহৰ ঘৰখনত বালিৰ মাজত ওলোটা হৈ পৰি থকা এটা ভগা শামুকৰ খোলাৰ দৰে পৰি আছিল। দেখিলেই ভয় লগা, ৰাতি তাইৰ ওচৰলৈ নহাকৈ থাকিবলৈ ভগৱানক খাটি থকা সেই মানুহজন নোহোৱা হ'ল। আচলতে মানুহজন আজি প্ৰায় এমাহমান নাছিলেই। বতাহ বদলাৰ বাবে টি বি হোৱা মানুহজনক ক'ৰবালৈ নিছিল। তাই নিঃচিন্ত ৰাতিবোৰত হেঁপাহ পলুৱাই শুইছিল, গুণগুণকৈ গান গাইছিল। যিদিনা ৰাতি ঘৰখনত কান্দোনৰ ৰোল উঠিছিল, সেইদিনা তাই বৰজনাকৰ ছোৱালীজনীৰ বাবে সজা ফটাকানিৰ কইনা-দৰাক বনকৰা পাটৰ খুদ খুদ চোলা কাপোৰ পিন্ধাই শেষ কৰিছিল। তাইৰ কোঠালৈ এজাক মানুহ সোমাই আহিছিল। তাইৰ গাৰ পৰা কাপোৰ, আ-অলংকাৰ সকলো খুলি পেলাইছিল। আঁৰি দিছিল এযোৰ বগা কাপোৰ। তাইক মাটিত শুবলৈ দিছিল। তাই ইমান হেঁপাহেৰে সাজি উলিওৱা কইনা-দৰাহাল কোনোবাই জাবৰৰ লগত মোহাৰি নিছিল। কইনা-দৰাহাল আনি সামৰি থ'ব খুজিও তাই বৈ গৈছিল।

আজি মানুহজন নোহোৱা হোৱা এমাহৰ পাছত এয়া ৰত্নমালা নামৰ আধাফুলা বগা পদুম এপাহৰ দৰে ছোৱালীজনী বগা কাপোৰ এসাজ মেৰাই দেউতাক চন্দ্ৰধৰ মৌজাদাৰৰ লগত হাবিৰ মাজে মাজে বৃটিছ চাহাবে পাতি থোৱা ব্ৰাঞ্চ-লাইনৰ ৰে'লখনত উঠি ঘৰলৈ আহি আছে।

ৰে'লখন ৰৈছেহি। এইটো জনশূন্য ষ্টেছনতে ৰত্নমালা আৰু দেউতাক নামিব। হাবিতলীয়া ষ্টেছনটোত সময়তকৈ আগতে গধূলি নামে। বৰ কম মানুহৰ সমাগম এই ষ্টেছনটোত মাত্ৰ সোমবাৰে সোমবাৰে পুৱা উজনিমুৱা ৰে'লখন যোৱাৰ সময়ত ষ্টেছনটোত কিছু সময় মানুহৰ সমাগম দেখা যায়। কেইবাখনো গৰুৰ গাড়ী আহি ৰয়হি। গৰু গাড়ীবোৰৰপৰা চাহপাতৰ বাকচ নামে। বাকচবোৰ ৰে'লত উঠে। বাঞ্চ-লাইনৰ ৰে'লখন আমিনগাঁৱত ৰ'ব। তাতে বাকচবোৰ নামিব। ব্ৰহ্মপুত্ৰ নদী ফেৰীৰে পাৰ কৰি বাকচবোৰ পাণ্ডুত নমাব। তাৰ পাছত বাকচবোৰৰ সাত সাগৰ তেৰ নদী পাৰ হৈ যাত্ৰা আৰম্ভ হ'ব। আজি এখন চৈ দিয়া গৰুগাড়ী ষ্টেছনৰ ওচৰৰ শিমলুজোপাৰ তলতে ৰৈ আছেহি। ৰত্নমালাই দৌৰ মাৰি গৰুগাড়ীখনৰ ওচৰ চাপিছেগৈ। তাই গৰুহালক মৰম কৰিছে। জাঁপ এটা মাৰি চৈৰ ভিতৰত সোমাইছে।

চৈ দিয়া গাড়ীখন আহি গছ-গছনিৰ মাজত ধাক খাই থকা ঘৰটোৰ মুখত ৰ'লহি। আহল-বহল ঘৰ। জাৰকালি ৰ'দ পুৱাব পৰাকৈ পূবমুৱা প্ৰশস্ত বাৰাণ্ডা, গৰমকালি জুৰ লগাব পৰা দক্ষিণমুৱা বাৰাণ্ডা। দুহাত ডাঠকৈ বোৱা খেৰৰ চালৰ ওপৰত জালিকটা বাঁহৰ চিলিঙি। চৌহদত সোমোৱাৰ আগতে এটা সৰু নিজৰা বা মানুহে সাধাৰণতে ব্যৱহাৰ কৰা শব্দ ডোং এটা পাৰ হ'ব লাগে। মৌজাদাৰক লগ পাবলৈ অহা আটায়ে ডোংটোত হাত-ভৰি ধুই আহে। পানীসোঁতা পাৰ হৈ এখন তোৰণ। বিষ্ণুৰ দশ অৱতাৰ খোদাই কৰা পকী তোৰণখন ৰত্নমালা পাৰ হৈ যাব পৰাকৈ ওখ। সকলোৱে তোৰণখনৰ তলত ৰৈ সেৱা এটা কৰিহে হাউলিত সোমায়। আনকি ৰত্নমালাইও গুড়ডাল দাঙি নমস্কাৰ এটা কৰে। মৌজাদাৰ কন্যা ৰত্নমালাই নিজৰ নামটো ঘৰৰ হাতীজনীক দিছিল। ৰত্নমালা বুলি মাতিলে হাতীজনীয়েও মূৰ দাঙে আৰু কন্যা ৰত্নমালাও দৌৰি আহে।

বাপেক-জীয়েক হাউলিত সোমোৱাৰ পাছতে কান্দোনৰ ৰোল উঠিল। ৰত্নমালাই অলপ সময় তভক মাৰি থাকিল। মাকে কন্দা দেখি তায়ো এসোঁতা কান্দিলে। চকুত নাচি থকা ভোমোৰা দুটা লৈ তাইনো কিমান পৰ চকুলো টুকিব পাৰে? নোৱাৰিলে। তাই আইতাকৰ ফিচিকা পাটৰ চাদৰ এখন লৈ খুৰীয়েকৰ ছোৱালীজনীৰ বাবে কইনা-দৰা সাজিবলৈ আৰম্ভ কৰি দিলে। কইনা-দৰা সাজি থকা তাইক চাই মাক, আইতাক, পেহীয়েকহঁতৰ আকৌ হিল-দল ভঙা কান্দোন।

কইনা-দৰা সাজি থাকোঁতে তাই মন কৰিলে চিনাকি ঘৰখন একেবাৰে বদলি গৈছে, ক'ৰবাত কিবা এটা হ'ল। যিয়ে আহে সেয়ে তাইক ধৰি কেৱল কান্দোন। চকুপানীবোৰে তাইৰ চকুৰ ভোমোৰা দুটা ভিজাই পেলালে। উৰিব নোৱৰা হৈ পাখি দুখন জাপ খাই

পৰিল। চাই থাকোঁতে থাকোঁতে পাখি দুখন ভাহি গ'ল। তাইৰ জলমলাই থকা চকুহাল ক'লা এঙাৰ দুটুকুৰা যেন হ'ল। পোহৰ নাই, প্ৰাণ নাই, ৰং নাই। কেৱল নিথৰ দুটুকুৰা জ্বলি-পুৰি শেষ হোৱা ক'লা এঙাৰ। অ'ত ত'ত জুপুকা মাৰি থকা ৰত্নমালাৰ চকুৰ এঙাৰ দুটুকুৰা চাই এইবাৰ ঘৰখনত নতুনকৈ চকুপানীৰ ধাৰ ব'বলৈ ধৰিলে। গোপনে তাই গম নোপোৱাকৈ ঘৰখনত যেনি-তেনি এই চকুপানীৰ ধাৰবোৰ ব'বলৈ ধৰিলে। তাইৰ চকুৰ ভোমোৰাকিটাই নহয়; মানুহজনীকো চকুৰ পানীবোৰে বুৰাই পেলালে। আটায়ে দেখিলে তাই জুপুকা মাৰিয়ে নাথাকে, য'তে বহে তাতে তাই উচুপিও থাকে।

ৰত্নমালাক এদিন খুৰাকে আহি লৈ গ'লহি। ঘৰৰ আটায়ে বিচাৰিছিল তাই ফুৰি-চাকি আহক, মনটো ভাল হ'ব। মৌজাদাৰৰ ভায়েক কুলধৰ বৰুৱা পলাশতলী বাগানাৰ বৰ কেৰাণী। পলাশতলী বাগানখন ভূটান পাহাৰৰ নামনিত। দূৰৈৰ পৰা দেখিলে বাগানখন এখন ঢৌ খেলি থকা সেউজীয়া সাগৰ যেন দেখি। বৃটিছ চৰকাৰে বুজিছিল পাহাৰৰ নামনিৰ এই অঞ্চলত সোণ গজাব পাৰিব। নামটো বা কোনে পলাশতলী ৰাখিলে। ফাগুন মাহত এই অঞ্চলটোত মাঘ বিহুৰ মেজিৰ জুইৰ দৰে পলাশ ফুলে। সেই কাৰণেই চাগে বাগানখনৰ নাম পলাশতলী হ'ল। পলাশতলীলৈ যোগাযোগৰ মাধ্যম হ'ল হাতী আৰু গৰুৰ গাড়ী। বাগানৰ বৰ চাহাব অলিভাৰ স্মিথ চাহাবে বাগানাৰ ষ্টাফৰ মানুহ ক'ৰবালৈ যাবলৈ হ'লে কাগজত লেখি দিয়ে, মানুহখিনিক আনিবলৈ বা থ'বলৈ যাওঁতে 'Bullock cart with Soi' ব্যৱহাৰ কৰিব লাগে। চাহপাতৰ বাকচ বা অন্যান্য বস্তুৰ বাবে হাতী আছে। মৌজাদাৰৰ হাতী ৰত্নমালাক বাগানত কেইমাহমানৰ বাবে দিয়া হৈছে। টেঙৰ বৰ-কেৰাণীয়ে এইখিনি যোগাযোগ কৰি দিছে।

ৰত্নমালা হাতীৰ ওপৰত উঠি খুৰাকৰ লগত মৌজাদাৰ তনয়া ৰত্নমালা আহি সেই নদীখনৰ ওচৰ পালেহি। শুকান নদী। মাত্ৰ ভিজি থকা শিল। ৰত্নমালা ৰ'ল। মাউতে ৰখোৱা নাই। নিজেই বৈছে। হাতীজনীয়ে জানে নৈখন পাৰ হোৱাৰ আগতে অলপ ৰ'ব লাগে। সকলোৰে বৈ দিয়ে। ঠিক ঠিকনা নাই। কেতিয়া শুকান নদীত পগলা জোৱাৰ আহে। বৈ থাকোঁতেই দেখা গ'ল, ঢৌ খেলি খেলি শুকান নদীখনত হিল-দল ভাঙি জোৱাৰ আহিছে। বেছি সময় নহয়। অতি কম সময়তে নদী আগৰ নিচিনা হৈ পৰে। আজিও হ'ল। মানুহ ৰত্নমালাক পিঠিত লৈ হাতী ৰত্নমালা নদীখন পাৰ হৈ গ'ল। এইবাৰো তাইক একো কোৱা নাই। তাই জানি-বুজিয়ে নিজৰ কাম কৰিছে।

আগতেও ৰত্নমালা খুৰাকৰ লগত বাগানলৈ আহিছে। মাক, খুৰীয়েকহঁতৰ লগত আহে আৰু যায়গৈ। এইবাৰহে তাই অকলে বেছি দিন্ থকাকৈ আহিছে। লগত আহিছে বন্তা বাই। বাগানলৈ আহি তাইৰ সদায়ে ভাল লাগে। আটাইতকৈ ভাল লাগে উৰি ফুৰা ম'ৰা চৰাইবোৰ। দিনটোত এবাৰ নহয় এবাৰ তাই ম'ৰাই চালি ধৰা দেখেই। সৰু সৰু ছাগলী একোটামান পছবোৰ চায়ো তাইৰ ভাল লাগে আৰু ইমানবোৰ লানি লানি সেউজীয়া চাহ গছ। সেউজীয়া ঢৌ খেলোৱা চাদৰ এখন মেল খাই গৈ নীলা পাহাৰটোত মিলি

গৈছেগৈ। গধূলিতে বাঘে হাউৰীয়াই থকা শুনিলে তাইৰ ভয়ো লাগে। আৰু ভয় লাগে সময়ে-অসময়ে অহা বনৰীয়া হাতীজাকলৈ। মাজে মাজে বাগানৰ লেবাৰখিনিয়ে মাৰি কান্ধত ওলোমাই অনা প্ৰকাণ্ড সাপবোৰলৈকো তাইৰ ভয় লাগে। তাইৰ আটাইতকৈ ভয় লাগে কঁপনি জ্বৰটোলৈ। দেউতাকে তাইক বাগানলৈ আহিবলৈ নিদিছিলে অকল এই কঁপনি জ্বৰটোৰ বাবে। বাগানলৈ আহিবলৈ ওলালেই জ্বৰটোৰ কথা ওলায়। খুৰাকৰ প্ৰথম ল'ৰাটো মৰাৰ কাৰণো এই কঁপনি জ্বৰটোৱে আছিল। কথা নাই বতৰা নাই হঠাৎ কঁপনি জ্বৰটোৱে মানুহ এটাক কাবু কৰি পেলাইহি। বতাহত কলপাত কঁপাদি কঁপিবলৈ ধৰে, তাৰ পাছতে তমোময় জ্বৰ। কুইনাইন খালেও লাভ নাই। জ্বৰ কমিলেও লিভাৰ বাঢ়ি যায়। পেট ঢোল হৈ পৰে। মানুহটো পেলাই দিয়া চাহপাতৰ মূঢ়া এটা যেন হৈ পৰে। কোনো কামত নালাগে। মূঢ়াটো পচাদি পচিবলৈ আৰম্ভ কৰে। ওখ মাটিৰ এই পলাশতলী বাগানৰ পানী একেবাৰে বিশুদ্ধ। এই বিশুদ্ধ পানীত মেলেৰীয়া মহে প্ৰবল প্ৰতাপেৰে বংশ বিস্তাৰ কৰে। মেলেৰীয়াৰ বীজাণু গাত লৈ মহবোৰ গোটেই অঞ্চল জুৰি পিন্‌প্ৰিনাই থাকে। লেবাৰখিনিক পাত জোখাবলৈ আহোঁতেই দুটা দুটা কুইনাইন পিল খাবলৈ দিব লাগিব। মেনেজাৰ স্মিথ চাহাবৰ কাঢ়া হুকুম। খুৰাকে তাইকো তিতা বড়ি কেইটামান দি সদায়ে খাবলৈ কৈছে। তিতা বড়িকিটা খাওঁতে তাইৰ মনটো সদায়ে বেয়া লাগে। দেউতাকে বাৰু তাইক বাগানলৈ কিয় পঠালে? মেলেৰীয়া হয় বাবেই তাইক বাপেকে এইমুৰা হ'বলৈ নিদিছিল। তাই বুজি উঠিছে। খুৰাকেও তাইক মৰমত ইয়ালৈ অনা নাই। তাইক ঘৰখনৰ পৰা আঁতৰাই থ'বহে খুজিছে। তিতা বড়িকিটা গিলোঁতে তাইৰ চকুৰ পানী বৈ আহে।

অলপ দিনৰেপৰা তাইৰ মনটো বেয়া লাগি থাকে। তাইৰ যেন কোনো নাই। দেউতাকহঁতেও একো খা-খবৰ কৰা নাই। নিমাওমাও ঘৰখনত তাই আৰু ৰম্ভা বাই। ৰম্ভা বায়ে কামৰ ভিতৰত ভাত ৰান্ধে, এগাল খায় আৰু পাটি এখন পাৰি শুই থাকে। মাতিলেও খং উঠে। খুৰাকো ঘৰত নাই। যুদ্ধৰ কাৰণে বাগানৰ পৰা এশ মজদুৰ লৈ মিছামাৰিলৈ গৈছে। তাতে নিজা নিজা বাগানৰ মজদুৰ লৈ বেলেগ বেলেগ বাগানৰ পৰা মানুহ গৈ গোট খাবগৈ। মিছামাৰীত এয়াৰ ফিল্ড আছে। তাৰ পৰা ইংৰাজ চৰকাৰে যুদ্ধৰ কামত খটুৱাবলৈ বাগানবোৰৰ পৰা মজদুৰ বিচাৰিছে। আৰু খুৰাকৰ নো কি ঘৰত থকা নথকা, বন্ধ পালেই ঘৰলৈ যায়গৈ।

বাকী থাকিল ৰত্নমালা আৰু মাউত কিনাৰাম। ৰত্নমালা আৰু কিনাৰাম সাধাৰণতে বাগানত কামত লাগি থাকে। পাহাৰৰ নামনিৰ ফালে বাগানৰ নতুন গছপুলি লগাইছে। প্ৰকাণ্ড প্ৰকাণ্ড গছ বাগৰিছে। ৰত্নমালা নহ'লে কাৰ সাধ্য সেই গছ লৰচৰ কৰাৰ? দুদিনমান কাম বন্ধ আছে। ৰত্নমালাক লৈ কিনাৰাম ঘৰতে আছে।

তাইক দীঘল নিৰ্জন দিনটোৱে হেঁচা মাৰি ধৰিছিল। ৰম্ভা বায়ে কিনাৰামে জাল মাৰি আনি দিয়া মাছৰ টেঙাৰে ভাত খাই পাটী পাৰি নাক ডাকি আছে। তাই লাহে লাহে আহি

কিনাৰামৰ ওচৰত থিয় হ'লহি। সি ৰত্নমালাক কলগছ খুৱাই আছিল। কিনাৰামৰ গাৰ ৰংটো পকা মধুৰিআমৰ দৰে, চকুহাল সৰু সৰু, হাঁহিলে চকুৰ ঠাইত ৰেখা এডালহে থাকে। মণিকিটা পগলা নদীখনৰ বুকুত পৰি থকা ক'লা শিল দুটুকুৰা হেন। অকণমান হাঁহিলেই শিল কিটুকুৰা ঘোলা পানীৰে ঢাক খোৱাদি ঢাক খাই যায়।

সি তাইৰ ফালে চাই এবাৰ হাঁহিলে। চকুৰ ক'লা শিল কিটুকুৰাৰ ওপৰত মাছে ঘুলি পাতি কৰা এসোতা ঘোলা পানী। সি হাতীজনীক মৰম কৰিছে, 'খা, ৰত্নমালা খা।' তাইৰ নামটো তাৰ মুখত শুনি মানুহ ৰত্নমালাজনীৰ হাঁহি উঠি গ'ল। কিনাৰামে হাতীজনী বহাত কৰাই উঠিব খোজোঁতে তাই বৰ লাহে লাহে সুধিলে, 'ক'ৰবালৈ যাবা?' আচলতে তাইৰ কাৰোবাৰ লগত অকণমান কথা পাতিবৰ মন গৈছিল।

'চিকাৰ চাবলৈ।' সি হাতীজনী থিয় কৰালেই।

'কাৰ চিকাৰ?' তাইৰ মাতটো কান্দো কান্দো।

'লেবাৰৰ পহু চিকাৰ।'

'মোক নিবা?' তাই ঘপহকৈ সুধি দিলে।

সি হাতীজনী বহাত কৰালে। তাই উঠি ল'লে। বহুত দিন তাই ৰত্নমালাৰ পিঠিত উঠিছে। কিনাৰামৰ লগতো উঠিছে। চিনাকি ছন্দত তাই গৈ থাকিল। সি গৈ দলং এখনৰ ওচৰত হাতীজনী ৰখালেগৈ। দলংখন বৃটিছ চৰকাৰৰেই সজা। মজবুত লোহাৰ দলং। দলঙৰ তলখনত কেৱল ভিজা বালি আৰু শিল। এইখন সেই পগলা নদীখন। দলংখনৰ তলতে ধেনু-কাড় লৈ শাৰী পাতি এজাক মজদুৰ থিয় দি আছে। সন্মুখৰ পৰা আৰু এজাকে পহু খেদাই আনিছে। তাইৰ চকুত স্পষ্টকৈ ধৰা পৰিল দুটা ছাগলীৰ সমান পহু। মুগা বৰণীয়া, তাতে বগা ফুট ফুট। গোটেই বাগান জুৰি এই সৰু সৰু পহুবোৰ তাই বহুবাৰ দেখিছে। কাড়বিদ্ধ পহুকিটা কান্ধত ওলোমাই মজদুৰজাক গুচি গ'লগৈ। এই পহুৰ মাংসও তাই বহুদিন খাইছে। ঘৰৰ পাছ চোতালত এডাল মাটিত পোত খাই থকা কাঠৰ গোল টুকুৰা পহুৰ মঙহ কাটোঁতে কাটোঁতে ক্ষয় গৈ একালে বেঁকা হৈ গৈছে।

পহু চিকাৰ চাই তাইৰ দিনটো ভৰি গ'ল।

পাছদিনাও, তাৰ পাছদিনাও, খুৰাক ঘূৰি অহাৰ পাছতো তাইৰ দিনবোৰ কিনাৰামৰ সৈতে ৰত্নমালাৰ পিঠিত পগলা নদীখনৰ পাৰে পাৰে, সেউজীয়া সাগৰৰ টৌবোৰৰ মাজত বিয়পি পৰিল।

এদিন ৰাতি নৌপুৱাওতেই কিনাৰাম ৰত্নমালাক লৈ হাজিৰ হ'লহি। ৰন্তা বাই টোপনিত, খুৰাক ঘৰলৈ গৈছে। তাই ৰত্নমালাৰ পিঠিত উঠি সেউজীয়া সাগৰখনৰ মাজলৈ সোমাই গ'ল। আজি কিনাৰামে পগলা নদীত জাউৰিয়া মাছ ধৰা দেখুৱাব। জাউৰিয়া মাছটোৰ বাকলিবোৰ ক'লা আৰু ৰূপালী। মুখখন খহটা, বেজীৰে খুচি খুচি কিছুমান ফুটা কৰি থোৱা যেন লাগে। বাকলি আৰু ফিছাবোৰ আঠা আঠা। এই মাছটোৰ বাকলি গুচাবলৈ ৰন্তা বায়ে বৰ টান পায়। ফুটছাইৰে ভালকৈ লেটিয়াই নল'লে বাকলিবোৰত মৈদা লগাবই

নোৱাৰে। সোৱাদৰ বাবেহে ৰঙা বায়ে মাছকিটা বাছে। কিনাৰামৰ মুখতে তাই শুনিছে এই মাছকিটা ধৰিবলৈ পাহাৰৰ ওপৰৰ ফালে যাব লাগে। সেইফালে পগলা নদীখনত কিছুমান ঘুলি আছে। ঠিক আকাশ গোলাপী হওঁতে সেই ঘুলিবোৰলৈ জাউৰিয়া মাছৰ জাকবোৰ আহে। ওপৰৰ ফালে নদীখনত মাজে মাজে একাঁঠু স্ফটিক মণি হেন পানী দেখা যায়। বাকী কেৱল ভিজা ভিজা শিল, বালি। ভিজা শিল, বালিৰ মাজত একোটা ঘুলি। আকাশ ৰঙা হওঁতে এই ঘুলিবোৰত ক'লা ৰূপালী মাছ জাকে আহি খেলি থাকেহি। চুপি চুপি জাল পেলাই দিলেই মাছজাক ধৰিব পাৰি। খিৰিক কৰে শব্দ এটা হ'লেই মাছজাক তৎক্ষণাৎ নোহোৱা হয়। আকাশত গোলাপী ৰং থকালৈহে মাছকিটা থাকে পোহৰ অলপ উজ্জ্বল হ'লেই মাছজাকো নোহোৱা হয়। কিনাৰামে হাতীজনী কদম গছ এডালৰ তলতে বইত কৰালে। ৰত্নমালা বৰ শান্ত হাতী। তাইক বান্ধিব নালাগে। মাউত কিনাৰামৰ আদেশ অবিহনে তাই এখোজো লৰচৰ নকৰে। শীতকাল আহিবলৈ এতিয়াও দেৰি আছে। কিন্তু এই পাহাৰৰ তলৰ সেউজীয়া সাগৰখনত শীত সোনকালেই আহি যায়। অকণ অকণ কুঁৱলী পৰিবলৈ আৰম্ভ কৰিছেই। বতাহজাকতো এটা মৃদু চেঁচা চেঁচা ভাব। তাই কিনাৰামৰ পাছে পাছে এটা লুংলুঙীয়া ৰাস্তাৰে খোজ ল'লে। এইখিনিতে অকণমান উঠিব লাগে, তাৰ পাছতে নদীৰ গৰা আৰম্ভ হৈছে। বালি মাটি, খোজ দিলেই মাটি অলপ জিৰ্‌জিৰকৈ তললৈ সৰি পৰে। তাই বাৰে বাৰে পাছ পৰি গৈছে। কিনাৰামে অলপ বৈ তাইৰ হাতখনত ধৰি ল'লে। আকাশ অলপ অলপ পোহৰ হৈছে। তাইক সি মুখেৰে মাতিবলৈ মানা কৰি থৈছে। শব্দ হ'লেই মাছ এটাও নাথাকে। নৈৰ গৰা আৰম্ভ হৈছে। থিয় বালি মাটিৰ গৰা। তাই বৈ গ'ল। সিও বৈ দিলে। তাই নামে কেনেকৈ? কথাও ক'ব নোৱাৰে। সি হাত দুখন মেলি দি তাইক ধৰি ল'লে। দুইটা ধৰা-ধৰিকৈ নামি পৰিল। ক'ৰবাত চৰাই এটাই দীঘল দীঘলকৈ মাতিছে। বালিত নামিয়ে তাই আকাশখনলৈ চালে। বগা মেঘবোৰ গোলাপী হৈ পৰিছে। নদীৰ একাঁঠু পানীত গোলাপী ৰঙৰ পাটৰ চাদৰ এখনহে যেন কোনোবাই মেলি দিলে। সি আঙুলিয়াই দিলে। সঁচাকৈয়ে ঠায়ে ঠায়ে থকা দ সক সক ঘুলিবোৰত শিলবোৰৰ মাজে মাজে জিলমিলাই আছে ক'লা-ৰূপালী জাউৰিয়া মাছৰ জাক। কিনাৰামে নদীলৈ নামি গৈ জালখন মেলি ধৰিলে। তাই অকণমান সময় বৈ নদীলৈ নামি গ'ল। এপতা চেঁচা পানীত তাইৰ খিউ-বৰণৰ ভৰিযোৰ দুপাহ পকা চম্পা ফুল হেনকৈ জিলিকি উঠিল। সম্মুখৰ গোলাপী ৰং ধৰা ঘুলিটোত সাঁতুৰি আছে এজাক ক'লা-ৰূপালী মাছ আৰু কাষতে জিলিকি আছে মেল খাই থকা ক'লা চুলিৰে আন এজনী ক'লা আৰু খিউ বৰণ মিহলি জাউৰিয়া মাছ। সি জালখন লৈ অলপ সময় বৈ থাকিল। হঠাৎ এটা শব্দ শুনিলে। পগলা নদীখনত জোৱাৰ আহিছে। বগৰাই দিয়া বিশাল শিল এটাৰ দৰে পানী আহিছে। বগা বগা ফেনবোৰত গোলাপী ৰহণ লাগিছে। সি তাইক খপকৈ দাঙি ধৰিলে। নিয়ে, পানীয়ে এই উটাই নিয়ে। নিমিষতে তাইক বুকুত লৈ সি নদীৰ পাৰ পালেগৈ।

দুইটাৰে গাত ৰূপালী বালিছন্দা লাগিল। পগলা নদীখনৰ জোৱাৰৰ চিটিকনিয়ে দুইটাৰে দেহা তিয়াই পেলালে। সিহঁতৰ চকুত আৰু একো নাছিল। আছিল কেৱল গোলাপী পানী এডোঙাত খেলি থকা এজাক ক'লা-ৰূপোৱালী মাছ। এটাও শব্দ উচ্চাৰণ কৰিব নোৱাৰি। মাছজাকে যে খিৰিকৈ শব্দ এটা হ'লেই নোহোৱা হয়।

বাগানৰ সীমাৰ পাৰ হ'লেই পাহাৰৰ নামনিত লানি লানি চন্দন গছ। এই মাটিখিনিত চৰায়ে গুটি খায়েই চাগৈ চন্দন গছৰ পুলি গজাইছিল। এতিয়া পাহাৰৰ তলে তলে একা-বেঁকাকৈ এখন সম্পূৰ্ণ চন্দন কাঠৰ সুৰভিত অৰণ্য। মিঠা, ৰঙা-ৰঙা চন্দন গুটি খাবলৈ গছে-গছে, জাকে-জাকে চৰাই। সি তাইক জাউৰিয়া মাছৰ জাকেই নহয়, চন্দন কাঠৰ সুৰভিত হাবিখনো দেখুৱালে। সেইদিনাও তাই মুখেৰে মাতিৰ পৰা নাছিল। মাত এবাৰ শুনিলেই যে নিজান অৰণ্যত চন্দন গুটি খাই থকা চৰাইৰ জাকবোৰ নিমিষতে উৰি যায়।

সাতোটা ম'ৰা চৰায়ে একেলগে চালি ধৰি আছিল। সি তাইক চৰাইকিটা দেখুৱাই কথা ক'বলৈ মানা কৰিছিল। মানুহৰ জান পালেই চৰাইকিটাৰ নাচ বন্ধ হৈ যাব। তাই সেইদিনাও এবাৰ কথাও ক'বপৰা নাছিল। কেৱল তাইৰ চকু চাত্ মাৰি ধৰিছিল এটা উজ্জ্বল নীলা ৰঙে। নীলা ৰঙত হেজাৰ হেজাৰ বুটা। ৰং আৰু বুটাবোৰে নাচিছিল। তাই এবাৰ মাতো মাতিব পৰা নাছিল।

তাইনো কেনেকৈ কথা ক'ব পাৰে? তাইৰ যে গোলাপী নদীৰ পানীত নাচি থকা ক'লা-ৰূপোৱালী মাছজাক, চন্দন গছত পৰি গান গাই থকা চৰাইজাক, চালি ধৰা ম'ৰাৰ পাখিৰ ৰং বৰ ভাল লাগে। কোন সাতেৰে তাই কথা কয়? কি সাধ্য তাইৰ?

তাইক ঘৰলৈ নিবলৈ দেউতাক, মাক আৰু খুৰীয়েক আহিল। তাইক দেখি মানুহখিনি আচৰিত হৈ গ'ল। বাগানৰ হাৱা-পানী খোৱা ভাল। সেই বুলিয়ে ছোৱালীজনী এনেকৈ পদুম ফুলাদি ফুলিব লাগেনে? মাকহঁত অহাৰ পাছদিনা ৰাতি আটায়ে দেখিলে বকুমালাক বান্ধি থোৱা ঠাইত এটা বিৰাট ডাঙৰ হাতী বৈ আছে। আন্ধাৰতো তাৰ পাক খোৱা দাঁতবোৰ আটায়ে স্পষ্টকৈ দেখা পালে। এদিন দুদিন নহয়, আন্ধাৰ হোৱাৰ লগে লগে সদায়ে দঁতাল হাতীটো আহি বকুমালাৰ ওচৰত থাকেহি, কাহিলী-কাহিলী পুৱাতে আকৌ গুচি যায়গৈ। প্ৰতিদিনে মানুহবোৰে ভাবে আজি বকুমালাক আৰু নেদেখিব, হাতীটোৱে লৈ যাব। কিন্তু তাইক দেখে, একে ধৰণেৰে শান্ত হৈ গছডালৰ তলতে বৈ থাকে। নিশা ঘৰৰ ভিতৰৰ পৰা আটায়ে গন্ধ পায় দঁতাল আহিছে। চৰেই তাপ মাৰি থাকে। কেতিয়াবা কোনোবা এটাই কৌতূহলত খিৰিকীৰে জুমি চাই, দেখে এহাল হাতী। নিঃশব্দে ওচৰা-ওচৰিকৈ থিয় হৈ আছে।

এই কেইদিন মাকে জীয়েকক লগত শুৱাইছে। এদিন ৰাতি কাষত জীয়েকক নেদেখি মাক চক্ খাই গ'ল। দুৱাৰখন কানি-দুৱৰিকৈ জপাই থোৱা আছিল। মাকে ঠেলা মাৰি সি সেইখিনিতে শিলপৰা কপৌ হ'ল। এহাল হাতী ওচৰা-ওচৰিকৈ থিয় হৈ আছে। তাৰপৰা অলপ দূৰৈত এহাল ল'ৰা-ছোৱালী। ল'ৰাটোৰ গাৰ পৰা মধুৰিজাম ছেদ ৰং দঁতালৰ

ঘিউ বৰণৰ দাঁতযোৰৰ দৰে আন্ধাৰতো উজ্বলি আছে। তেওঁ কথাবাৰ কাকো নক'লে। মাত্ৰ আৰু এৰাতি থাকি ঘৰলৈ যোৱাৰ কথা ক'লে। দুইজনী মানুহ ওলাই আহিছে, ঘৰখন তেনেই এৰা-পৰলীয়া হ'ব। মাকে ৰত্নমালাক দিনৰ দিনটো চকুৱে চকুৱে ৰাখিলে। চব কথা ফট্‌ফটীয়া হৈ পৰিল। এবাৰ সি আহি তাইক কলপাতেৰে মেৰাই বকুলফুল অলপ দি গ'ল, এবাৰ জেতুলিপকা অলপ। তাই অ'ত জুপুকা মাৰে, ত'ত জুপুকা মাৰে আৰু চকুলো টোকে। ঘৰৰ মানুহবোৰে ভাবে তাইতো কান্দিবই, কি নতুন কথাটো হৈছে? মাকে বুজি উঠিছে জীয়েকৰ এই চকুৰ পানী বেলেগ।

সেই ৰাতিয়েই মানুহ ৰত্নমালা আৰু হাতী ৰত্নমালা দুইজনী নোহোৱা হ'ল। হাতী ৰত্নমালা ঘূৰি আহিল, কিন্তু মানুহ ৰত্নমালা ঘূৰি নাহিল।

তাৰ পাছৰ কথাখিনি বৰ চমু। ছোৱালী এজনী জনম দিবলৈ গৈ ৰত্নমালা মৰিল। মৌজাদাৰৰ ভয়ত পাহাৰত গৈ সোমোৱা ৰত্নমালা আৰু বাছি থাকিব নোৱাৰিল। কেঁচুৱাটো লৈ কিনাৰাম বাগানৰ কাষৰ নিজা গাঁওখনলৈ ঘূৰি অহাৰ অলপ দিনৰ পাছতে তাৰ গুলীবিদ্ধ দেহাটো জাউৰিয়া মাছজাক নদীৰ ঘুলিত খেলিবলৈ অহা সময়তে মানুহে দেখিছিল। সেই দঁতাল হাতীটো আহি লুকাই থকা তৰাণিডৰাতে কিনাৰামৰ তেজৰ ডোঙা পৰি আছিল। কোনেও টু শব্দ এটাও কৰা নাছিল।

ৰত্নমালা আৰু কিনাৰামৰ ছোৱালীজনীক বহুত দিন ধানৰ ডুলিৰে ঢাকি থৈছিল। পাহাৰৰ নামনিৰ গাঁওখনতে তাই ডাঙৰ হৈছিল। কিনাৰামে মাকৰ ডিঙিৰ কৰ্দৈমণিধাৰ কেঁচুৱাটোৰ লগতে ঘৰত চমজাই দিছিল। কৰ্দৈমণিধাৰ হেনো কিনাৰামৰ ঘৰখনে মাটিত পুতি থৈছিল। কোনোবাই হেনো দেখিছিল মণিধাৰ পুতি থোৱা ঠাইত মাজনিশা কিবা এটা পোহৰ ওলায়। ওজা আনি জৰাই-ফুকাই মণিধাৰ জুহালৰ ওপৰত সৰিয়হৰ ডুলিত ভৰাই থৈছিল।

তাৰ পাছৰ কথাখিনি আৰু চমু। যুতিমালাক গোটেই গাঁওখনে ধানৰ ডুলিৰে ঢাকি থোৱাদি থৈছিল। তেনেকৈ থাকিয়ে তাই গাভৰু হৈছিল। যুতিমালাই নিজেই জানিছিল তাই অন্য ছোৱালীবোৰৰ দৰে ওলাই-সোমাই ফুৰিব নোৱাৰে। তাই যিখিনি সময়ত সেই দঁতালটো আহি সোমাই থকা তৰাণিডৰা কোনখিনিতে আছিল আৰু তাক সুধিবলৈ লৈছিল, বাগানৰ কোনটো কোৱাৰ্টাৰৰ পদূলিত হাতীটো আহি হাতীজনীৰ ওচৰত ৰাতিটো থিয় দি আছিলহি জানিবলৈ বিচাৰিছিল। সেইখিনি সময়তে যুতিমালাই ক্ষীতিশ ঘোষ নামৰ ডেকা ল'ৰাটো লগ পাইছিল। ক্ষীতিশ নামী মিঠাই কাৰিকৰ। অসুৰৰ দৰে খাটিব পৰা ল'ৰাটোৱে বৰ কম বয়সতে ভাল ব্যৱসায় কৰিছিল। পাহাৰৰ নামনিৰ এই বাগানখনৰপৰা ত্ৰিছ-পঁয়ত্ৰিছ কিঃ মিঃ দূৰৈৰ ৰে'ললাইনে চুই যোৱা, এটা সৰু ষ্টেছন থকা চহৰমুখী গাঁওখনত তাৰ ভাল মিঠাই দোকান হৈছিল। মৌজাদাৰৰ পৰিয়ালটো থকা চহৰখনৰ বিয়া-সকামত সিয়েই মিঠাইৰ দায়িত্ব লয়। পইচা-পাতিও হাতলৈ আহিছে।

ভূটান পাহাৰৰ নামনিৰ এই গাঁওখনত বছৰি এখন ডাঙৰ মেলা হয়। ক্ষীতিশে এই

মেলাবোৰত তিনিজনমান কৰ্মচাৰী দি সদায়ে মিঠাই দোকান এখন দিয়াই আহিছে। প্ৰথমতে শিলিগুৰিৰপৰা আহি সি এই মেলাবোৰতে মিঠাই দোকান একোখন দিয়েই ভৰিৰ তলত মাটিৰ খোপনি পাইছিল। চাইকেলত মাল-পত্ৰ বান্ধি দলং নোহোৱা ছিঙা-ভগা ৰাস্তাবোৰেৰে সি মেলাই-মেলাই, বজাৰে-বজাৰে ঘূৰি ফুৰিছিল। য'তে ৰাতি ত'তে কাতি। আজিকালি মেলাবোৰত সি আৰু নিজেই নাযায়, কৰ্মচাৰী পঠাই দিয়ে। এইখন মেলালৈ সি আহিছে অন্য এটা কাৰণত। এই মেলাখনত ভূটীয়া মানুহবোৰে কুকুৰ পোৱালী বেছিবলৈ আহে। ছাগলী পোৱালী একোটাতকৈয়ো সৰু পুতলা হেন কুকুৰৰ পৰা ঘোঁৰা পোৱালী একোটামান হোৱা কুকুৰ পোৱালী আনি ভূটীয়াই আন বস্তুৰ লগতে বিক্ৰী কৰেহি। সি আহিছে এই পুতলা হেন অকণমান কুকুৰ এটা বিচাৰি। নতুনকৈ সজা ঘৰটোত গৈ ৰাতি সোমোৱাৰ লগে লগে তাৰ কিবা ৰিঙা-ৰিঙা লাগে। কুকুৰ এটা থাকিলে তেওঁ লগ এটা হ'ব। সাত ঠাইত সাত গতা খাই ডাঙৰ হোৱা তাৰ এই জগতত কোনো নাই। টকা-পইচা হোৱা দেখি শিলিগুৰিৰ কোনোবা কোনোবা আপোন মানুহ ওলাইছে, মাজে মাজে খা-খবৰ কৰে, পইচা-পাতি বিচাৰে। সিয়ো দিয়ে, আহিলে ঘৰত ৰাখে, খুৱাই-বুৱাই পঠিয়ায়। এইখিনি মানুহেৰে তাৰ ঘৰৰ নিমাওমাও ভাবটো নাযায়।

এইখন মেলাতে সি যুতিমালাক দেখিলে। দখনা পিন্ধিলেও তাইৰ চেহেৰাটো কাৰো লগত নিমিলে। ৰাজহাঁহ এজনী হেনকৈ জিলিকি থকা তাইৰ কথা উলিয়াবলৈনো কি টান? সি সেই কোৱাৰ্টাৰটোৰো চাই আহিল। ঘৰটো ভাগি-ছিগি গৈছে। কোনো নাথাকে তাত। ঘৰটোৰ আগৰ ডোবাটোত তৰাণিডৰাও আছে। তাৰ পাছত সি চিধা যুতিমালাৰ ঘৰ পালেগৈ। ভয়-ডৰ নোহোৱা ডেকা ল'ৰা। দেহাৰ জোৰ আছে, পইচাৰ জোৰ আছে, হাতৰ বিদ্যাৰ জোৰ আছে, বিচৰাটো আঁজুৰি অনাৰ জোৰ আছে। যুতিমালাৰ দেউতাক কিনাৰাম মাউতৰ সমাজখনৰ সকলো নিয়ম মানিয়ে সি তাইক গৈ গ'ল। সি অৱশ্যে কুকুৰ পোৱালী এটাও ল'লে। এটা ভূটীয়া ডেকাই হলৌ চোলাৰ জেপত ভৰাই দুটা কুকুৰ পোৱালী আনিছিল। হাতৰ তলুৱাতে ল'বপৰা তেনেই কণমান কুকুৰ পোৱালীকিটা তাৰ হাতত দিওঁতে ভূটীয়াই চুমা দুটা খাইহে দিছিল।

তাৰ পাছৰ কথাখিনি যেন তৰাণিডৰাত গুলী খাই পৰি থকা মধুৰিআম হেন গাৰ ৰঙৰ সেই ডেকা ল'ৰাটোৰ জীৱনটোৰ দৰে, চোৰাং বেপাৰীয়ে উজাৰ কৰা পাহাৰৰ নামনিত থকা সুৰভিত চন্দন কাঠৰ অৰণ্যখনৰ দৰে, মাৰি মাৰি মঙহ খাই শেষ কৰা সেই ম'ৰা চৰাইজাকৰ, ফুটফুটীয়া পহুজাকৰ দৰে— সকলো আৰম্ভ হৈছিল, চব আছিল, কিন্তু এতিয়া একো নাই। আছে কেৱল হাহাকাৰ, শূন্যতা, অপূৰ্ণতা। ডেকা ল'ৰাটোৰ বুকুৰ পৰা ওলোৱা হোলোকা-হোলোক তেজৰ দৰে, কাটি বগৰাই পেলোৱা চন্দন গছৰ অৰণ্যত বাহ লোৱা চৰাইবোৰৰ আকাশ-বতাহ বাকুহি পেলোৱা চিঞৰৰ দৰে, পাখি আঁজুৰি আঁজুৰি মাৰি ৰঙা মঙহ উলিয়াই পেলোৱা ম'ৰা চৰাইকিটাৰ ঠৰঙা উলংগ শৰীৰৰ দৰে, কাটি কাটি বজাৰত ভাগ কৰি থোৱা ফুটফুটীয়া পহুকেইটাৰ তেজ লাগি থকা মঙহৰ দৰে— কেৱল

শূন্যতা, ধ্বংস আৰু হাহাকাৰ।

ভয়-ডৰ নোহেৱা ল'ৰাটোৱে ভাবিছিল পৃথিৱীৰ সকলো বিপদৰ সৈতে যুঁজা যায়, যুঁজি জিকা যায়। কেঁকাই থকা মানুহজনীক ঘৰত থৈ ক্ষীতিশ ওলাই গৈছিল। কেউফালে ৰু-ৰুৱাই জুই জ্বলিছিল, বন্দুক ফুটিছিল, বহুত মানুহ মৰাপাট খেতিৰ মাজত লুকাই আছিল। সেই যে গ'ল সি আৰু ঘূৰি নাহিল। যুতিমালাই ছোৱালী এজনী জনম দি চোতালতে পৰি আছিল। প্ৰাণ বচাই ক্ষীতিশৰ দূৰ সম্পৰ্কৰ ভতিজা ৰতন আহি ঘৰ পাইছিলহি। সি চাই আছিল। জুই লগাই দিয়া ঘৰটোৰ চালখন প্ৰায় অচেতন যুতিমালাৰ গাতে পৰিছিল। সি পুখুৰীটোত জপংকৈ শব্দ এটা শুনিছিল। কোনোবাই কেঁচুৱাটো পানীত পেলাই দিছিল। মানুহজাক নোহোৱা হৈছিল। ৰতন ওলাই আহি পুখুৰীলৈ আহিছিল, দলঘাঁহৰ মাজত কেঁচুৱাটো পৰি আছিল। ৰতন ঘোষে তাইক দলনিৰ মাজৰ পৰা আনি কোলাত তুলি ল'লে।

এইজনীয়ে ফেলানী। তাইৰ নামটোৰ লগত পানীত জপংকৈ হোৱা শব্দ এটা বৈ গ'ল। পানীত পেলাই দিয়া তাই ফেলানী হ'ল।

লম্বোদৰে তাইক ঘৰলৈ অনাৰ পাছতো নামটোৰ লগত শব্দটো সাঙোৰ খাই থাকিল। লম্বোদৰৰ ঘৰ-চোতাল কৰিয়ে তাই এতিয়া এটা ল'ৰাৰ মাক, সাতমহীয়া পোৱাতী। এহাতেৰে চুলিত তেল সানি সানি আনহাতেৰে জক্‌মকাই ফুলি থকা ৰঙা গোলাপজোপা চুই থকা সৌজনীয়ে ফেলানী, ৰত্নমালাৰ নাতিনী, যুতিমালাৰ জীয়েক। আহিনৰ পথাৰৰ দৰে সাত মাহৰ পোৱাতী গাভৰু বোৱাৰীজনীয়ে ফেলানী। লম্বোদৰৰ ঘৈণীয়েক, মণিৰ মাক।

লম্বোদৰে তাইক আজি পুৱা কৈ গৈছে যি পাৰে অলপ-অচৰপ বস্তু-বেহানি সামৰি থ'ব লাগে। কি সামৰে তাই? এই ন বছৰত এটোপ-দুটোপকৈ বৰষুণৰ পানী বাটি এটাত ধৰাদি এপদ-দুপদকৈ গোটোৱা বস্তুবোৰৰ কোনটো এৰি থৈ যায়? কি বান্ধি নিয়ে? কলিতেই মিঠা, দুবছৰতে লাগিবলৈ আৰম্ভ কৰা কৰ্দৈৰ হাত মেলিলেই ধুকি পোৱা পুলিটো? মাটি চোওঁ চোওঁ হৈ থোক মেলা চাপৰ জাহাজী কলজোপা? জকমকাই ফুলি থকা ৰঙা গোলাপ জোপা? মাছে সাৰি থকা পুখুৰীটো? আঁচলত, বাকচত, টোপোলাত তাই কি বান্ধে? সাত মাহৰ পোৱাতী তাই গধুৰ দেহাটোৰে ইফালে-সিফালে ঘূৰি ফুৰিছে।

ৰাতিটো হৈ-হাল্লা হৈ থাকে, কোনো শুব নোৱাৰে। সৰু হ'লেও মণি বয়সতকৈ বেছি বুজন হৈছে, আঠ বছৰতে সি কিমান কথা বুজে। ৰাতিটো সি নোশোৱে। চকু জাপ খাই আছে, তথাপি সি সাৰে থাকে। ৰাতি গাঁৱৰ আন মানুহৰ লগত পহৰা দিবলৈ যোৱা দেউতাকে যে তাক সদায় কৈ যায়, মাৰক চাবি। সি শোৱেনো কেনেকৈ? যোৱা ৰাতি পুৱা ছবাৰ হাল্লা হৈছে। পহৰা দিয়া গাঁৱৰ মানুহে জুইৰ পোহৰ দেখিছে, মৰাপাট খেতিৰ মাজত মানুহ দেখিছে, পেট্ৰ'লৰ গোন্ধ পাইছে, কাঁড়ত লাগি অহা নাহৰৰ গুটি দেখিছে। সি বাৰে বাৰে বিছনাত উঠে আৰু নামে। বৈ বৈ গোটেই ৰাতি সি হৈ-হাল্লা শুনি আছে।

তাই পুতেকৰ কাষলৈ গ'ল। শুই থকা পুতেকক তাই আলফুলে চুমা এটা খাব খুজিলে, নোৱাৰিলে। অলপ দিনৰে পৰা তাই ভালকৈ চাপৰিব নোৱাৰে। হঠাৎ তাই উশাহটো বন্ধ হৈ যোৱা হেন পালে, পেটৰটোৱে ভাঁজ সলাইছে, পেটৰ একাৰে টান হৈ ফুলি উঠিল, আকৌ নোহোৱা হ'ল। তাই দীঘলকৈ উশাহ এটা ল'লে, ল'ৰা বা ছোৱালী যিয়েই হওক কম বস্তু নহ'ব। তাইৰ ওঁঠত এটা হাঁহি অকণমান বৈ থাকি আকৌ নোহোৱা হ'ল। টোপনিতে ল'ৰাটোৰ কিবা বিৰ্‌বিৰাইছে। তাইৰ বুকুখনত কিবা এটাই যেন হেঁচা মাৰি ধৰিলে। এইটো বয়সত ল'ৰাটোৱে খেলি-ধূলি, হাপুচ-হাপুচকৈ খাই, ৰাতি মৰ টোপনিত পৰিব লাগিছিল। সৰু ল'ৰাটোৱে চাব লগা হৈছে ভাৰস্তৰ বেয়া বস্তুবোৰ। তাই তাৰ মূৰৰ গাৰুটো ঠিক কৰি দিলে। গাৰুটো বেঁকা হৈ তাৰ ডিঙিটোৰপৰা ঘৰ্‌ঘৰকৈ শব্দ এটা হৈছিল।

মানুহটো তিনিআলিলৈ ওলাই গৈছে। গাঁৱৰ আটাইবোৰ ল'ৰা-বুঢ়া জীৱনৰ দোকানতে গোট খাব। জীৱনৰ চাহৰ দোকানখনৰ আইনাৰ আলমাৰীবোৰ উদং, ইমান দিনে সি বন, কাটা বিস্কুট আৰু ৰঙা চাহকে বিকি আছিল। এতিয়া সেইখিনিও বন্ধ হৈ গৈছে। মাত্ৰ মানুহখিনিয়ে তাতে লগ লাগে। আগতেও গধূলি মানুহখিনি তাতে বহিছিল। জীৱনে এখন খবৰ কাগজ ৰাখে, কাগজখনো মানুহখিনিৰ এটা মুখ্য আকৰ্ষণ। কোনোবাই ৰেডিঅ'

এটাও লৈ যায়। মানুহবোৰেনো আগতে ক'ত ৰেডিঅ', খবৰকাগজৰ প্ৰতি ইমান হেঁপাহ দেখুৱাইছিল? এই গোলমালবোৰ আৰম্ভ হোৱাৰে পৰা মানুহবোৰ শহাকণীয়া হ'ল। ক'ৰবাত খিটিংকৈ আৱাজ এটা হ'লেই জাঁপ মাৰি উঠে।

তাই জীৱনৰ দোকানলৈ নাযায়, তাত হোৱা আলোচনাৰো ভূ নাপায়। গম পোৱা হ'লে তাই জানিলেহেঁতেন কেনেকৈ নিৰ্বাচন বৰ্জন কৰিবৰ বাবে আন্দোলনকাৰী ডেকাবোৰ জাঙুৰ খাই উঠিছে। খবৰ-কাগজ, ৰেডিঅ'ৰ লগত সম্পৰ্ক থকা হ'লে গম পালেহেঁতেন। মনোনয়ন পত্ৰ দিবলৈ যাওঁতে সেই মাইকী মানুহগৰাকীক ডেকা-বুঢ়া-ল'ৰা, মুনিহ-তিৰী সকলোৱে কেনেকৈ বাধা দিছিল, কেনেকৈ পুলিচে গুলী চলাই তাৰে দুটাক মাৰিলে, এজাকক ঘূণীয়া কৰিলে, মৰাশ হোৱা কোমল মুখৰ ল'ৰাটো লৈ কেনেকৈ চহৰত শোভাযাত্ৰা হৈছে। তাই অকলেই নহয় জীৱনৰ দোকানত বহা মানুহজাকেও সেই গোপন ইস্তাহাৰখনৰ কথা নাজানে, য'ত লেখা হৈছিল ঃ "ভোট গ্ৰহণ কেন্দ্ৰ, গাড়ী, দেশদ্ৰোহীৰ ঘৰ-দুৱাৰ ইত্যাদিত অগ্নি সংযোগ কৰিব, ৰে'লৰ চিৰি, ফিচপ্লেট উঠাই দিব লাগে, বিজুলী তাঁৰ বিচ্ছিন্ন কৰিব, চৰকাৰী যান-বাহনক বাধা দিব, অপহৰণ কৰা, অসম বিৰোধী ব্যক্তিক ঘূণীয়া কৰিব, চোৰাটৰ গুৰি, জলকীয়া গুৰি, কোদো-বৰল গোটাই থ'ব, ঘৰ জ্বলাবৰ বাবে ধেনু-কাঁড়, নাহৰ গুটি, মৰাপাট আদি যোগাৰ ৰাখিব...।" মাত্ৰ মানুহবোৰে গম পাইছে সকলো তল-ওপৰ হৈছে, ধুমুহা অহাৰ আগৰ নিথৰতাই অজগৰৰ দৰে সময়ত মেৰাই ধৰিছে, কেৱল ভয়, আতংক, পাত এখিলা সৰিলেও সকলোৱে উচপ খাই উঠে।

জীৱনৰ দোকানত যোৱাকালিয়ে ৰাইজে আলোচনা কৰিছে, ল'ৰা-তিৰোতাবোৰ অলপ আঁতৰাই পঠোৱাই ভাল হ'ব। ক'ত, কেতিয়া, কোনফালে কি হয় তাৰ ঠিকনা নাই। সেই কাৰণেই তাইক গিৰীয়েকে কৈ গৈছে, কি পাৰ সামৰি-সুতৰি থ'বি। তাই খপ্জপাই ঘৰটোৰ ভিতৰত ঘূৰি ফুৰিছে। কি সামৰে তাই? এইবাৰ তাই তলা মাৰি থোৱা বাকচটো খুলিছে। তাই কাপোৰৰ মাজৰপৰা মুখত ঘঁহা ক্ৰীমৰ খালী টেমা এটা উলিয়াই আনিলে। টেমাটো খুলিলতে ওলাই পৰিল কেইপদমান অলংকাৰ। গিৰীয়েকেনো তাইক আৰু ক'ত আ-অংলকাৰেৰে সজাই বৰি আনিছিল? মাক-বাপেক নোহোৱা ছোৱালীজনীকনো কোনে সজাই-পৰাই উলিয়াই দিব? লম্বোদৰ কোচ ল'ৰা, খাব-ল'ব পৰা অবস্থা আছে, খেতি-খোলাও আছে। সি হাইস্কুলত কেইশ্ৰেণীমান পঢ়িছিলো, বংশ-পৰিয়ালো বেয়া নহয়, মঙ্গলদৈৰ পৰা পোন্ধৰ কিলোমিটাৰমান আঁতৰত থকা তাৰ ঘৰখনো ৰস-জীপ নোহোৱা নহয়। সি খুৰাকৰ লগত পাম ধৰিবলৈ আহি এইখন গাঁৱতে থাকি গ'ল। তাৰ মন বান্ধি পেলালে মিঠাইৰ কাৰিকৰ ৰতনৰ ঘৰৰ তোলনীয়া ছোৱালী ফেলানীৰ দীঘল চুলিকোছাই। সি যিদিনা প্ৰথম তাইক পূজাৰ মেলাত দেখিছিল, সি আচৰিত হৈছিল এই চকুত লগা ছোৱালীজনীৰ নাম কোনে ফেলানী ৰাখিলে। যেতিয়া গম পালে তাৰ মনটো মেলাত জেলেপী বনাবলৈ গুলি থোৱা ময়দাখিনিৰ দৰে কোমল হৈ পৰিল। ঘৰৰ আপত্তি উলাই কৰি মিঠাইৰ কাৰিকৰৰ চোতালৰপৰা সজাই-পৰাই নিদিয়া ছোৱালীজনীক সেন্দুৰ পিন্ধাই

লৈ আহিল। ঘৰে তাক বিজতৰীয়া ছোৱালী অনাৰ বাবে প্ৰায় এৰিয়েই পেলালে। পোন্ধৰ বছৰীয়া তাই এতিয়া লম্বোদৰৰ ঘৰ-চোতাল কৰি তেইশ বছৰীয়া হ'ল, এটা ল'ৰাৰ মাক হ'ল।

তাই অলংকাৰৰ টোপোলাটো খুলিলে। তাইৰ হাতৰ তলুৱাত এইধাৰ কৰ্দৈমণি, মণিধাৰত এডাল গধুৰ মিনা কৰোৱা, লটকণ ওলমা জোনবিৰি। মণিধাৰৰ কৰ্দৈকিটাতে ভালেখিনি সোণ আছে। লটকণকেইটা খাটি মুকুতা মণি। অলংকাৰপদ হাতত লৈ তাইৰ বুকুখন ধপ্ধপাই উঠিল। এইপদ অলংকাৰ পিন্ধাই তাইক উলিয়াই দিয়া হ'লে মানুহে ৰতনক ধইন ধইন বুলিলেহেঁতেন। কিন্তু কাৰ সাহ আছে এইধাৰ গধুৰ কৰ্দৈমণি ৰ'দৰ পোহৰলৈ অনাৰ? তাইৰ মাককো কাপোৰৰ মাজত ফটা কাপোৰৰ টোপোলাৰ ভিতৰত জোনবিৰিধাৰ আনে নেদেখাকৈ ভৰাই দিছিল। মিঠাই কাৰিকৰ ক্ষীতিশ ঘোষৰ দূৰ সম্পৰ্কীয় ভায়েক ৰতন ঘোষৰ ঘৰৰ আন্ধাৰ চুকত এই মণিধাৰ যেনেকৈ ফটাকানিৰ টোপোলাৰে মেৰাই আনিছিল তেনেকৈয়ে ইমান দিনে পৰি আছিল। ষাঠি চনৰ সেই তেজে ধোৱা সময়ত মণিধাৰ বাহিৰলৈ ওলাইছিল।

যিদিনা মণিধাৰ টিনৰ বাকচৰপৰা বাহিৰলৈ ওলাইছিল সেইদিনা বতাহ জুইৰ কুকুহাৰে ভৰি পৰিছিল, দাউদাউকৈ ঘৰ জ্বলিছিল। তাইৰ দৰে সেইদিনা তাইৰ মাকৰো গা গধুৰ আছিল। চুচৰি চুচৰি গিৰীয়েকৰ সম্পৰ্কীয় ভায়েক ৰতনৰ ঘৰখনলৈ সোমাই গৈছিল। আধাপোৰা ঘৰত মাকে গাৰপৰা ওলোৱা হোলোকা-হোলোক তেজেৰে দ'ম বন্ধা ছাই তিয়াই পেলাইছিল। মাকে কেঁচুৱাটি আৰু ফটা কানিৰে বান্ধি থোৱা কৰ্দৈমণিধাৰ, নিজৰ সোণেৰে বন্ধোৱা শাখা, গিৰীয়েকে দিয়া আঙঠিটো বস্তা এটাত থৈ চকু মুদিছিল। ৰতনে লুকাই থকাৰপৰা শুনিছিল কেঁচুৱাৰ কান্দোন আৰু জপংকৈ পানীত হোৱা এটা শব্দ। সেইজাক নোহোৱা হোৱাৰ পাছতে ৰতনে তাইক তুলি আনি হাবিলৈ দৌৰ মাৰিছিল। পেলাই দিয়া ছোৱালীজনী ফেলানী হৈছিল। কোনোবাই মাতে ফিলানী, কোনোবাই ফেলাইনী, পেলানী, ফলানী,... ফালানী...। মুঠতে তাইৰ নামটোত বৈ গ'ল জপংকৈ পানীত হোৱা এটা শব্দ।

'ফেলাইনী... ফেলাইনী...', সুৰ ধৰি মতা মাতটো তাই চিনি পালে জানকীহঁতৰ আইতাক। কান্দোনত মানুহজনীৰ মাতটো বিকৃত। বুঢ়ীয়ে বুকু ভুকুৱাই ভুকুৱাই কান্দিছে। তাই ওলাই গ'ল। জানকীহঁতৰ পৰিয়ালটো টালি-টোপোলা বান্ধি ক'ৰবালৈ যাবলৈ ওলাইছে। মানুহঘৰ পাট খেতিৰ মাজত নোহোৱা হ'ল। তাই সোমাই আহিল। তাইক যে সি সাজু হৈ থাকিবলৈ কৈ গৈছে। তাই আঁঠুকাঢ়ি বহি জুইকুৰা জ্বলাই ডেক্চিটোতে চাউল-দাইল আৰু আলু একেলগে বহাই দিলে। গোটাই থোৱা শুকান আমখৰি, দপ্দপ্কৈ জুই জ্বলিল, ভাতো হৈ গ'ল। জুহালৰ ওচৰত থকা খৰিখিনি চাই তাইৰ বুকুখন কিবা লাগি আহিল। মানুহটোৱে তাইৰ বাবে চবকে তেজিলে, আজিলৈকে মানুহটোৱে তাইক কেৱল সুখকে দিলে। কেউফালে ইমান গোলমাল, ইয়াৰ মাজতো মানুহটোৱে তাইৰ কথা পাহৰা নাই, জুহালৰ

কাষত শুকান খৰি, পুখুৰীৰপৰা তুলি আনি চৰিয়া-বাল্টি ভৰাই থোৱা পানী...। পেটৰটোৱে আকৌ পাক সলাইছে...। কিবা এটা খাব লাগিল, নোখোৱাকৈ থাকি পেটৰটোক কষ্ট দিয়াহে হ'ব।

বেৰখনত পোহৰ এটা চিক্‌মিকাই উঠিছে। বিছনাত উলিয়াই থোৱা অলংকাৰ কেইপদত খিৰিকীৰে ৰ'দ পৰিছে। ৰ'দত চিক্‌মিকাই থকা কৰ্দৈমণিধাৰ তাই দৌৰ মাৰি যোৱাদি গৈ গাকটোৰে ঢাকি ধৰিলে। এইধাৰ মণি কি সাহসত তাই ৰ'দ-বতাহলৈ উলিয়ালে? তাই মানুহজনী কঁপি উঠিলে। এইধাৰ কৰ্দৈমণিৰ ইতিহাস মানে ফেলানীৰ আইতাক ৰত্নমালাৰ ইতিহাস, মৌজাদাৰৰ পৰিয়ালৰ ৰ'দ বতাহ পৰিবলৈ নিদিয়া, মচি দিব খোজা কলংকৰ ইতিহাস। তাইক বহুতেই দেখিবলৈ আইতাকৰ দৰে বুলি কয়। ৰতনৰ ঘৰত তাই আছিল সন্দেশ বনাবলৈ থোৱা চানাৰ দৰে, ঢাকি-ঢুকি থ'ব লাগিব, ঢকা কাপোৰখন চাফা হ'ব লাগিব, মাখি পৰিব নালাগিব, থোৱা পাত্ৰটো চাফা হ'ব লাগিব, নহ'লে সন্দেশে পাগেই নল'ব, টেঙা হৈ যাব। তাইক কোনেও পৰাপক্ষত ঘৰৰ বাহিৰ ওলাবলৈ নিদিছিল। অকল ৰতনেই জানে তাৰ দোকানলৈ মিঠাই কিনিবলৈ বুলি তিনি দিন, তিনিবাৰ মৌজাদাৰৰ পৰিয়ালৰ গাড়ী আহিছিল।

তাই লাহে লাহে জোনবিৰিধাৰ পিন্ধি ল'লে। তাইৰ পূৰ্ণ দেহাত কৰ্দৈমণিবোৰ তৰা জিলিকা দি জিলিকি উঠিল।

'মণি! মণি!' গিৰীয়েকৰ মাত শুনি তাই খক্‌মককৈ কৰ্দৈমণিধাৰ খুলি বাকচত ভৰাই থ'লে। চাদৰখনৰ আগটো তিয়াই তাই ডিঙিটো মচি ল'লে। তাইৰ চকুৰ আগত ভাহি উঠিল তৰাগছৰ পাতলীয়া হাবিত পৰি থকা এটা সুঠাম ডেকাৰ মৃতদেহ। তাই ৰতনৰ খুৰাকে খুৰীয়েকক ভয়ে ভয়ে কোৱা শুনিছিল সেইখন ঘৰৰ গাড়ী আহি দোকানৰ আগত থিয় হোৱাৰ কথা। তাইৰ গাৰ নোমবোৰ শিয়ৰি উঠিল। মণিয়ে উঠি বাপেকক দুৱাৰ খুলি দিছে।

সি আহি তাইৰ ওচৰ চাপিছে, 'সামৰা-সোতৰা হ'লনে কিবা? কাইলৈ পুৱাতে.....।' সি কথাবাৰ শেষ কৰিব নোৱাৰিলে। তাই পুতেকক সাবটি ধৰি হুকহুকাই কান্দিবলৈ ধৰিলে।

'মালতী! মালতী! এনেখন নকৰিবি।' তোৰ ঘৰ এখন আছে নহয়, শহুৰেৰ-শাহুৰেৰ চৰ আছে, সিহঁতে খবৰ পঠাইছে। অলপ সামৰি-সুতৰি ময়ো যাম। তাতে তোৰ গা...।' তাইৰ হুকহুকনি উচুপনি হৈছে।

'মালতী, মালতী, মই মানুহটো নোহোৱা হোৱা নাই নহয়।'

গিৰীয়েকে প্ৰথমবাৰৰ বাবে তাইক দিনৰ পোহৰত মালতী বুলি মাতিলে। তাইৰ লাজ নালাগিল, খঙো নুঠিল। মাত্ৰ তাই ভয়ত শিয়ৰি উঠিল। মালতী নামটো যেন ভৰ দুপৰীয়াৰ বেলিৰ চৌকলীয়া ৰ'দত লেবেলি গ'ল। কাইলৈ অচিন ঘৰ এখনলৈ যাওঁতে পাৰিবনে এই মাতবাৰ টোপোলা বান্ধি নিব?

তাই একেথৰে মানুহটোৰ মুখলৈ চাই থাকিল।

৩

মানুহটো অকণমান বিছনাত পৰিছে, গাতে গা লগাই পুতেক মণিয়ে বাপেকৰ মূৰৰ চুলিবোৰ লিৰিকি-বিদাৰি আছে। তাই হাতত ফণি এখন লৈ বাহিৰৰ চোতালতে মূঢ়া এটা পাৰি বহিল। ডুবন্ত বেলিৰ পোহৰ জক্‌মকাই ফুলা ৰঙা গোলাপজোপাত পৰি ফুলবোৰ আৰু ৰঙা কৰি তুলিছে। তাই চুলিকোছা মেলি সেইফালে অলপ সময় চাই থাকিল। খুলি দিয়া চুলিকোছাই মাটি চুইছে, তাই নাৰিকল তেলৰ টেমাটো হাতত অলপ বাকি ল'লে। চুলিকোছা আগলৈ চাটি মাৰি আনি হাতৰ তলুৱাৰে লাহে লাহে সানিবলৈ ল'লে। মাকৰ সোণেৰে বন্ধোৱা শাখা কিপাতৰপৰা কিটিং কিটিংকৈ শব্দ এটা হৈছে। শাখা কিপাত তাই চুই চালে। তাইৰ আজি মাকজনীলৈ বৰকৈ মনত পৰিল। সদায় ভবাদি আজিও তাই ভাবিলে মাকজনী বাৰু কেনেকুৱা আছিল। কোনো যুক্তি নাই, শাখা কিপাত চাই চায়ে তাই মাকৰ ছবি এখন মনত আঁকিবলৈ যত্ন কৰে। মাক বগা আছিল, চকুহাল সৰু সৰু, হাঁহিলে প্ৰায় জাপ খাই যায়, হাত-ভৰিবোৰ লোহোৰা-লোহোৰ। কি পিন্ধাই তাই মাকৰ ছবিখন চাই? শাখাকিপাত তাই লিৰিকি-বিদাৰি চাই থাকে। এখন ৰঙা ৰঙৰ সোণালী পাৰি দিয়া শাড়ী পিন্ধি হাঁহিলে চকু জাপ খোৱা মানুহ এজনী তাইৰ আগত থিয় দিয়েহি। ৰঙা শাড়ীখনেৰে মানুহজনীক কিবা যেন শুৱা নাই। সদায় হোৱাদি তাই অৱশেষত ৰঙা দখনা পিন্ধা মানুহ এজনী দেখে, মানুহজনীৰ গোটেই গাটোত ৰঙা তাতে হালধীয়া সেউজীয়া ফুলৰ এহাত পাৰি থকা দখনাখনেই যেন আটাইতকৈ শুৱাব। শাখা কিপাত তাই অলপ সময় ওঁঠৰ ওচৰত লৈ থাকে, মিহি, নাৰিকল তেলৰ গোন্ধ। এয়া যেন তাই ঘঁহি থকা নাৰিকল তেলখিনিৰ গোন্ধ নহয়, এয়া তাইৰ মাকজনীৰ গোন্ধ। কোনো যুক্তি নাই, কোনো কাৰণ নাই, তাই শাখা কিপাতত মাকৰ গোন্ধ পায়। মচলা-হালধি-তেল, কাপোৰ তিয়াবলৈ কৰা চাবোন-পানী, চোতাল মচিবলৈ লোৱা গোবৰ-পানী, ধুই অতোৱা মাছ, কুটি লোৱা লাইশাক, বাটি লোৱা সৰিয়হ— হাতৰ শাখা কিপাতত যিহৰ গোন্ধেই লাগে তাতেই তাই মাকৰ গোন্ধটো বিচাৰি চায়। অযুক্তিকৰ, অকাৰণ। মাকজনীৰ কথা ভাবিলেই তাইৰ বুকুখন গধুৰ হৈ আহে। গাত মৌজাদাৰৰ বংশৰ তেজ থকাটোৱে পাপ আছিল, সেয়া কি নিজে অৰ্জা পাপ। বাপেকটো তৰাণিৰ মাজত পৰি থকাৰ পাছত পানী কেঁচুৱা জীয়েকক ঘৰত ৰাখিবলৈকে ভয় কৰিছিল। বাপেক মৰাৰ পাছত কেঁচুৱাটো হেনো ধানৰ ডুলিৰে ঢাকি থৈছিল, পূৰা সাত দিন, সাত ৰাতি। ৰত্নমালাক দেখি কিনাৰাম মাউতৰ যেনেকৈ ভয়-ডৰ নোহোৱা হৈছিল, তাইৰ মাকক দেখিও কীৰ্তিশ কাৰিকৰৰ ভয়-ভীত হৰিছিল। শিলিগুৰিৰ চহৰত সাত ঠাইত গতা খাই ভাঙৰ হোৱা ল'ৰা, এনেও ভয়-ভীত কম। হাতৰ

বিদ্যা আছে, য'তে-ত'তে ভাত এমুঠি উলিয়াব পাৰিব। এই সৰু গাঁওখনত কম দিনতে তাৰ ব্যৱসায় বাঢ়িছিল। হাতত সোণেৰে বন্ধোৱা শাখা পিন্ধাই, ৰঙা শিলিগুৰীয়া বেনাৰসীৰে সজাই চেনী ৰসত ৰসগোল্লা দিয়াদি বৰ আলফুলে মিঠাই কাৰিকৰে যুতিমালাক নতুন হাফ-ওৱালৰ ঘৰত আনি সুমুৱাইছিল। গাঁওখনৰ মানুহে খাইছিল চানাৰ মুখত দিলেই পমি যোৱা আমেতি। কিনাৰামহঁতৰ সমাজৰ আটাইবোৰ নিয়মেই সি মানিছিল, কইনা ঘৰৰ ভোজ-ভাতৰ খৰচ দিছিল, আজিকালি সিহঁতৰ মানুহেও নিদিয়া ছোৱালীৰ গা ধনো সি কইনাৰ ঘৰত দিছিল। শিলিগুৰিৰ পৰা অহা ক্ষীতিশৰ লগ-ভাগ, আপোনজনে তাৰ ব্যৱসায়, ঘৰ-দুৱাৰ চাই কপাল চপৰিয়াইছিল। দেশৰ ছোৱালী বিয়া কৰিলে সি ঘড়ী, চাইকেল, ৰেডিঅ'ৰ কথাটো বাদেই সোণ আৰু নগদ ধনো পালেহেঁতেন। এতিয়া ক'ত ঘৰলৈ দুপইচা আহিব? গ'লহে। বউ-ভাতৰ দিনা যেতিয়া শিলিগুৰিৰপৰা অহা মিঠাই কাৰিকৰৰ ভতিজা আৰু ভাগিন কিজনীয়ে ময়ূৰপংখী ৰঙৰ বেনাৰসী পিন্ধাই কইনাক বাহাৰী খোপা বান্ধি তাতে আখৈৰ মালা পিন্ধাই কপালত ৰঙা চন্দনৰ ৰেখা পিন্ধাই দিলে আটায়ে বুজিলে মিঠাই কাৰিকৰৰ মন কোনখিনিতে এমুঠি মচ্‌মচীয়া ভুজিয়াৰ দৰে হৈ গ'ল। বৰ সহজে হাতত লৈ অকণমান চেপি ধৰিলেই ভাগি গুড়া হৈ যায়।

তাই মাটিতে নাৰিকল তেলৰ টেমাটো থ'ব খুজিলে, নোৱাৰিলে, পেটটো অলপ তললৈ নামি গৈছে, অকণমান যেন বিষ এটা এই আহিছে, এই গৈছে। কোলাতে তেলৰ বটলটো থৈ তাই পৰম মমতাৰে শাখা কিপাত গালত লগাই বহি থাকিল। কেউফালে এক অদ্ভুত নিঃশব্দতা, বতাহত লৰা কলপাত কিখিলাৰপৰা চৰ-চৰ শব্দ এটা ওলাইছে। এইটো যেন কলপাতৰ শব্দ নহয়, বৰদৈচিলা মাকৰ ঘৰলৈ যাওঁতে হোৱা বাউলি বাঁহগছৰহে বুকু কঁপাই নিয়া শব্দ। ঘৰবোৰত তলা, প্ৰায় মানুহেই গুচি গৈছেগৈ। অসমীয়া, বঙালী, বিহাৰী, বড়ো প্ৰায়খিনি মানুহৰে ক'ৰবাত মতা মানুহকিটা আছে, পৰিয়ালবোৰ নাই। বঙালীখিনিৰ মতা মানুহবোৰো নাই। তাই কাষৰে শিৱানীহঁতৰ ঘৰখনলৈ চালে। চ'কত ফাৰ্মাচী থকা শিৱানীৰ দেউতাক আৰু শিৱানীৰ ডাঙৰ ককায়েক আছে। বাকী পৰিয়ালটো গ'লগৈ। কোচ-বিহাৰৰ মাহীয়েকৰ ঘৰলৈ গৈছে। বাওঁকাষৰ সুভাষ মাষ্টৰৰ ঘৰত ইমান সময়ে চোতাল চাইকেলেৰে ভৰি থাকে, মাষ্টৰে 'লম্বোদৰ কি কৰিছাহে?' বুলি মাত এষাৰ দি যায়, মণিৰ দেউতাকেও ৰিং মাৰি সোধে, 'টিউশ্যন-ছলি আহিছেনে নাই?' আজি থমথমীয়া নিৰৱতা, মাষ্টৰেও পৰিয়াল পঠিয়াই দিছে, আলিপুৰ দুৱাৰৰ পেহীয়েকৰ ঘৰলৈ। সন্মুখৰ ৰতি সাহাৰ ঘৰত বুঢ়া-বুঢ়ীহাল আছে। পুতেক-বোৱাৰীয়েকো আছে। সমস্যা হৈছে বুঢ়া-বুঢ়ীহালক লৈ। হালৰে বাত বিষ, দুইজনে হাড়ক মাটি কৰি তেজক পানী কৰি অৰ্জা মাটি-ভেটী এৰি নাযায়। এনেইও মৰিবৰ বয়স হৈছে। কোনোবাই মাৰিলেও মৰা, এনেইও মৰা। পাছফালে বীৰেন বৈশ্যৰ ঘৰ, পাট-মুগা কাপোৰৰ ব্যৱসায় কৰে। অৱস্থা বৰ টনকিয়াল নহয়, ল'ৰা-ছোৱালীও পাঁচটা। প্ৰায়ে মানুহটোৱে মণিৰ দেউতাকৰ ওচৰত হাত পাতে। মানুহঘৰ বহুত বছৰৰ পুৰণা মানুহ, অৱশ্যে ৰতি সাহাৰ বাপেক-

মাকৰ সমান নহয়। তেওঁলোকৰ ধানে, পাট খেতিয়ে, তামোলে, গৰুৱে গপগপীয়া গৃহস্থী।

কাহ এটাৰ শব্দ শুনি তাই মূৰ তুলি চালে। মামণিৰ দেউতাক মানে বীৰেন বৈশ্য আহিছে। মানুহজন আহিয়ে তাইৰ হাতৰ শাখা কিপাতলৈ কট্‌মট্‌কৈ চালে।

'তই এইসোপা খোলা নাই?'

তাই তলমূৰ কৰিছে। কোনোবাই ক'লেই তাই এই কিপাত খুলিব পাৰিবনে? কোনোবাই বুজিবনে তাইৰ মাকৰ গোন্ধটোৰ কথা?

'মৰিবি, এইসোপাৰ কাৰণেই মৰিবি, যেতিয়া আহিব, হাতীয়ে মহতিয়াই নিয়াদি নিব।'

'কি হ'লহে?' মণিৰ দেউতাক উঠি আহিছে। তাই ভিতৰলৈ চাহ কৰিবলৈ উঠি গ'ল। ভিতৰৰপৰা তাই কাণ পাতি শুনি থাকিল মামণিৰ দেউতাক আৰু মণিৰ বাপেকে একেবোৰ কথাকে পাগুলি আছে। মামণিৰ দেউতাকে গামোচা এখন পতাকাৰ দৰে দুই ঘৰতে উৰুৱাই থোৱাৰ কথাটো আকৌ কৈছে, মণিৰ দেউতাকে মানা কৰিছে, 'ইমান দিন একেলগে থাকিলোঁ, বেয়া দিন বুলিয়েই...।' মণিৰ দেউতাকৰ মাত কন্দাৰ দৰে হৈছে, তেওঁ মামণিৰ দেউতাকৰ হাততে ধৰিছে, 'তাইক কেনেকৈ ঘৰলৈ নিওঁ? দলং নাই, ৰাস্তা হ'ল সেইটো, মতা মানুহৰ গায়ে ঠেকেচনিৰ কোবত হাড় দাল দাল হোৱা যেন লাগে, তাইক এইটো গাৰে...।' তাই চাহ কিকাপ লৈ ৰৈ থাকিল, একোলৈকে পৰোৱাই নকৰা মতগজ মানুহটো কেনেকৈ কন্দনামুৱা হৈছে। ৰতি সাহা আহিছে, লগত সাহাৰ মাক। বুঢ়ীয়ে হাতত কল একাষী হৈ আহিছে। বুঢ়ীজনীক দেখিয়ে, 'দিদা' বুলি তাই আগবাঢ়ি গ'ল। বুঢ়ীয়ে তাইক বৰ মৰম কৰে। বুঢ়ীয়ে তাইৰ পিঠিত হাত ফুৰাই দিলে। বুঢ়ীৰ হাতখনত কেৱল ছাল আৰু হাড়, ছালখন ওলমি পৰিছে, বগা আঁক-বাঁক ছালখনত এক ধৰণৰ ক'লা-ক'লা ফুট ফুট দাগ পৰিছে। পাটী এখনত তাই বুঢ়ীৰ লগত কলকলাই বঙালীত কথা পাতিবলৈ আৰম্ভ কৰিছে। তাই এনেকৈ বুঢ়ীৰ লগত বঙালীত কথা পাতিলে, লম্বোদৰে বৰ আমোদেৰে চাই হাঁহে। সিয়ো তাৰ দৰঙীয়া ঠাচেৰে এষাৰ-দুষাৰ ক'বলৈ যত্ন কৰে। দুইজনী মানুহেই হাঁহি অস্থিৰ হৈ পৰে। তাই আজি বুঢ়ীক মাকৰ কথা সুধিছে, যাঠিৰ গোলমালত তাইক জন্ম দিবলৈ গৈ মাক কেনেকৈ ৰতন ঘোষৰ আধাপোৰা ভেটীত মৰিছিল, সেই কথা তাই কুটুৰি কুটুৰি বুঢ়ীক সুধিছে। বহুবাৰ শুনিছে, কেতিয়াবা বুঢ়ীয়ে নিজে উলিয়াইছে, কেতিয়াবা তায়ে উলিয়াইছে। লম্বোদৰে চুণ অলপ নিবলৈ আহি বুঢ়ীকে তাইকে চাই একো নক'লে, তলমূৰ কৰি আঁতৰি গ'লগৈ। তাই বুঢ়ীৰ শোতোৰা পৰা মুখখনলৈ একেথৰে চাই আছে, এখন বলিৰেখাময় মুখ, সম্পূৰ্ণ বগা চুলি, চেলাউৰিও বগা হৈ গৈছে। বগা চুলিৰ সেওঁতাত উজ্জ্বল ৰঙা সেন্দূৰ, কপালত ডাঙৰ সেন্দূৰৰ ফোঁট, গোটেই কাণখন জুৰি থকা এটা মিনাকৰা ম'ৰা চৰাই, লতিটোত জ'টোৰ সৈতে মূৰটো, কাণখন জুৰি চালি ধৰা নেজডাল। নাকত এটা সৰু নাকফুল। বুঢ়ীয়ে কথা কওঁতে হাতেৰে অংগী-ভংগী কৰি কয়, হাতখন লৰাওঁতে হাতৰ পলা আৰু শাখা কিপাতৰ পৰা এটা শব্দ হয়। তাই যেন ৰ'দ পৰি মাজে মাজে জিলিক মাৰি উঠা বুঢ়ীৰ কাণৰ চালি ধৰা ম'ৰাটো,

লৰি উঠা ৰঙা-বগা শাখা আৰু পলা কিপাত, কপালৰ সেন্দুৰৰ ফোঁটটোৰ যাদুৰে বান্ধ খাইছে। তাই চব পাহৰি গৈছে, গোলমাল, মণিৰ বাপেক, মণি আনকি নিজৰ মাজে মাজে ৰিম্‌ৰিম্‌কৈ বিষ আহি থকা গাটোৱো। ম'ৰাটো, শাখা কিপাত, ফোঁটটো লৰা-চৰা কৰিছে। তাৰ মাজে মাজে তাইৰ মাকজনী তাইৰ ওচৰলৈ আহিছে।

বুঢ়ীৰ শাখা কিপাত এবাৰ তললৈ নামিছে, এবাৰ ওপৰলৈ উঠিছে, মাজে মাজে সোঁৱে-বায়ে লৰি উঠিছে।... গাঁওখনৰপৰা চহৰলৈ ফুটবল খেলিবলৈ বাছত টিমটো লৈ গৈছিল সুভাষ মাষ্টৰে। বাটে বাটে সদায় উঠাদি বাছত মানুহ উঠিছিল, সেই ল'ৰাকিটাও কোনোবাখিনিত উঠিছিল। হঠাৎ মাষ্টৰে দেখিলে ক'ৰবাত যেন কিবা এটা হৈছে, কিবা এটা নহ'বলগীয়া কথা হৈছে। তেওঁৰ কাণত পৰিল কেইটামান শব্দ, 'এক পিচকৈয়ো ভাগত নপৰিব।' শব্দ নহয় যেন গলোৱা সীহ। মাষ্টৰে তৎক্ষণাৎ বাছ ৰখাই নিজৰ ছাত্ৰৰ মাজৰ চাৰিটা ল'ৰা নমাই দিলে। 'ভাগত এক পিচকৈয়ো' নপৰাৰ কথা সৰবে ঘোষণা কৰাকিটা হায়াৰ কৰা প্লেয়াৰ। মাষ্টৰে গাঁৱৰপৰা অনা নিজৰ ছাত্ৰ চাৰিটা নমাই দি ভাবিলে তেওঁৰ শৰীৰটো বা ভাগত কেইপিচকৈ পৰিব? ল'ৰাকিটা গাঁৱলৈ ঘূৰি গ'ল। ভাষা আন্দোলনৰ গৰম বতাহৰ আগত ফিৰিঙতি পৰিল, কেউফালে ধোঁৱাবলৈ ধৰিলে। টাউনলৈ বাছৰপৰা নমাই দিয়া গাঁওখনৰ ল'ৰা এগাল লাঠি, শিলগুটি লৈ ওলাল। 'ভাগত এক পিচকৈয়ো নপৰিব' বুলি শংকা কৰা 'হায়াৰ কৰা প্লেয়াৰ', অচিনাকি ল'ৰাকিটাৰ দলটোৱো আগবাঢ়ি আহিল। আবেলি চাৰি বজাৰপৰা হতাহতি, মৰামৰি, শিল দলিওৱা-দলি। চাৰিওফালে শিলগুটি ওফৰাদি গুজব উৰিছে। হায়াৰ কৰা প্লেয়াৰৰ দলটো ৰাতি ট্ৰাকত উঠি অহা বন্দুকধাৰী হ'ল। এফালৰপৰা গাঁৱৰ পাছত গাঁও জ্বলিছে।

বুঢ়ীৰ চকুৰ পানীৰে কপালৰ ফোঁটৰ আকৃতি সলাই দিছে... তাইৰ মাকৰ তাইৰ দৰে অৱস্থা। পেট নামিছে। পানীও ভাঙিছে। গাঁৱৰ মানুহে গাঁওবুঢ়া হৰেন দাসৰ বিশাল মৰাপাট খেতিৰ মাজত এছোৱা পাটখেতি পৰিষ্কাৰ কৰি বহিছে। গাঁৱত গাঁওবুঢ়াকে আদি কৰি মুখীয়াল মানুহবোৰে ট্ৰাকত উঠি অহা অচিনাকি মানুহৰ দলটোক পাটখেতিৰ মাজত চোতাল পাতি বহা মানুহজাকৰ শুংসূত্ৰই দিয়া নাই। মানুহবোৰে চিৰা-মুৰি, নাৰিকল যি পাৰে লুকাই লুকাই মানুহজাকলৈ দি পঠাইছে। আনকি পুখুৰীত বাচনবোৰ পেলাই থোৱাত পাটখেতিত বাকচ ট্ৰাংক লুকুৱাত সহায় কৰিছে। 'হায়াৰ কৰা প্লেয়াৰ'কিটা বাঢ়ি বাঢ়ি তিনি চাৰি ট্ৰাক হৈছে, হাতে হাতে লাঠি, বল্লম, পেট্ৰ'ল, কেৰাচিন। গাঁওবুঢ়া, শইকীয়া, বৰা, হাজৰিকাইতে কঁপি কঁপি চাই আছে কেউফালৰ জুই। এই জুই পাটখেতিৰ মাজৰপৰাও মানুহজাকে চাই আছে। তাতে বুঢ়ীও আছিল। বুঢ়ীয়েও চাই আছিল জুয়ে ৰঙা কৰি পেলোৱা আকাশখনলৈ।

এইবাৰ শোতশোতনিৰ লগতে নাকফুলটোৱো তিতিছে... তাইৰ মাকৰ বৈ বৈ বিষ উঠিছিল। তাইক বিছনাৰ তলত থৈ ক্ষীতিশ কাৰ্কিৰ বাহিৰলৈ গৈছিল, পৰিস্থিতি চাবৰ বাবে, লগত সম্পৰ্কীয় ভায়েক ৰতন। দুইটাই দেখিছিল এক লৰী বন্দুকধাৰী মুখবন্ধা

মানুহ, হাতে-হাতে অস্ত্ৰ। ৰতন হাবিয়ে-হাবিয়ে পাটখেতিৰ মাজত চোতাল পাতি বহা মানুহখিনিৰ ওচৰ পালেগৈ। লৰী অহাৰ খবৰ পাই পাটখেতিৰ মাজলৈ আহিব নোৱৰাবোৰে কোনোবাই গাঁতৰ ওপৰত জেং-জাবৰ দি সোমাইছে, কোনোবা হাবিত লুকাইছে। মাত্ৰ লুকাবলৈ চেষ্টা কৰা নাই ক্ষীতিশ, সি উদভ্ৰান্ত হৈ পৰিছে। ঘৰত কেকাই থকা মানুহজনীক কি কৰে? এবাল্টি পানী তুলিবলৈ নিদিয়াকৈ ৰখা, ভালৰ ভালটো আনি খুউৱা, ঘৈণীয়েকজনী ঘৰৰ ভিতৰত কেঁকাই আছে। দৰকাৰৰ সময়ত লগাকৈ পা-পইচা গোটাই থৈছিল। কি কৰে সি পইচাবোৰ? সি হনহনকৈ ৰাস্তাইদি খোজ ল'লে। কিবা এটাটো কৰিব লাগিব। সেয়াই তাক শেষ দেখা, কোনেও গম নাপালে তাৰ কি হ'ল। কেকাই থকা মানুহজনী চুচৰি চুচৰি কাষৰে ৰতনৰ ঘৰলৈ আহিছিল।

বুঢ়ীৰ মুখখনৰ ভাঁজবোৰ বেঁকা-বেঁকি হৈছে। তাই সদায় শুনাদি পানীত জপংকৈ শব্দ এটা শুনিছে। মাকৰ কথা ওলালেই শেষত তাই এই শব্দটো শুনে। হাতৰ শাখা কিপাত গালত লগাই তাই বহি থাকিল। তাইৰ গাটো কিবা কৰি আহিছে। কোনোবাই তাইক ৰিং মাৰি থৈ গ'ল। গাঁও এৰি যোৱাগৈ মানুহ কোনোবা হ'ব। মাকক মাতিবলৈ বুঢ়ীৰ পুতেক আহিছে। বুঢ়ীৰ পুতেকৰ মুখৰপৰাই গম পালে পাটখেতিৰ মাজত চোতাল উলিওৱা হৈছে, নাৰিকল, চিৰা-মুৰি গোট খুউৱা হৈছে, ঠায়ে ঠায়ে গাঁত খান্দি জাবৰ-জোথৰেৰে ঢাকি থোৱা হৈছে। যোৱাবাৰ গণ্ডগোলৰ সময়ত বহুত মানুহ গাঁতত সোমায়ে বাচিছিল। মানুহবোৰে বাৰে বাৰে যোৱাবাৰৰ গণ্ডগোলৰ কথা উলিয়াইছে।

জুই লগোৱা জাকে ৰাতি জুই লগাই পুৰাৰপৰা আৰু অহা নাছিল। হাতত বন্দুক দুই-এটাহে আছিল। পুখুৰীৰ বাচন-পত্ৰ, হাবিত থোৱা বাকচ-পত্ৰত হাত দিয়া নাছিল, পাটখেতিৰ ভিতৰৰ মানুহবোৰৰ কিছুমান ৰাতিয়েই ঘৰলৈ ঘূৰি আহিছিল, জুই নুমুৱাইছিল, পুখুৰীৰপৰা বাচন-পত্ৰ তুলিছিলহি। ঘূৰি ঘূৰি মিঠাই কাৰিকৰৰ কথা ওলাইছে, কোনোবাই ক্ষীতিশ নোহোৱা হোৱাৰ পাছদিনা কুকুৰে টনা-টনি কৰি শতছিন্ন কৰা তেজ লগা চাৰ্ট এটাৰ কথা কৈছে।

বৰ সৰু সৰু মাতেৰে কোৱা হৈছে এইখন গাঁৱলৈ সিহঁত আহিবই। ইয়ালৈকে বিয়া হৈ আহিছিল ৰত্নমালাৰ জীয়েক যুতিমালা। যুতিমালা ইয়াতে মিঠাই কাৰিকৰৰ গৃহিণী হৈছিল। ইয়াতেই আছে যুতিমালাৰ জীয়েক। মৌজাদাৰৰ ঘৰৰ ল'ৰা এটা আন্দোলনৰ ডাঙৰ লীডাৰ। গুৱাহাটীৰপৰা আটাইবোৰ ডাঙৰ নেতা আহি তাতে থাকে। বহুত কথা ওলাইছে। যোৱাবাৰ গোলমালৰ সময়ত হেনো মানুহজাকৰ হাতত যিটো বন্দুক আছিল, সেইটো মৌজাদাৰৰ ঘৰৰে বন্দুক। প্ৰথম নিশা এইখন গাঁৱত আক্ৰমণ এই কাৰণেই হোৱা নাছিল যে মৌজাদাৰৰ বন্দুক বেলেগ গাঁৱলৈ গৈছিল। মিঠাই কাৰিকৰক হেনো খেদি খেদি গুলীয়াইছিল। বহুত কথা ওলাইছে, জাত-জাত কথা, কোনো আগ নাই, গুৰি নাই। ঘূৰি ঘূৰি কথাবোৰ একে ঠাইতে থুপ খাইছেহি। এইবাৰ বন্দুক এটা নহয় হাতে হাতে বন্দুক। মৌজাদাৰৰ ঘৰৰ নেতাই বোলে এইবাৰ এইবোৰ গাঁও উচ্ছন কৰিহে এৰিব। গুৱাহাটীৰ

দুই ডাঙৰ লীডাৰ আহি চহৰৰ হাইস্কুল ফিল্ডত সভা পাতি গৈছেহি। সভাত অসমীয়া মানুহক দুই নেতাই দয়া-মায়া, মৰম-চেনেহ শব্দবোৰ পাহৰিবলৈ কৈ গৈছেহি, কৈ গৈছে মানৱতা, মানুহ শব্দবোৰ পাহৰি নিজকে কঠিন কৰিবলৈ। কোনোবা এজন গুৱাহাটীয়া নেতা হেনো মৌজাদাৰৰ ঘৰত আছেহি, তাৰ হাতত বোলে এনে বন্দুক, ঘূৰালেই চৰাই মৰাদি মানুহ মৰে। একেবোৰ কথাকে ফেনেকি থকা, শুনা কথাটো নিজ চকুৰে দেখা হয়, দেখা কথাটো নিজৰে কথা হয়, আতি-গুৰি নাইকিয়া, লেল-পেল নিছিগা কথা।

আটায়ে লম্বোদৰৰ চোতালৰপৰা দেখিলে গাঁওবুঢ়া পা-পৰিয়াল লৈ, বস্তু-বেহানিসহ যাবলৈ ওলাইছে। আটাইবোৰ আলিলৈ উঠি গ'ল। আটাইবোৰৰে ডিঙি শুকাই গৈছে। নিজৰ পাটখেতি মোকোলাই মানুহক আশ্ৰয় দিয়া, লৰীত অহাবোৰৰ মুখা-মুখি হোৱা, ঘৰপোৰা মানুহবোৰক নিজৰ বাঁহনীৰ পৰা বাঁহ দি অভয় দান কৰা মানুহজন পৰিয়াল লৈ যাবলৈ ওলাইছে। লম্বোদৰহঁতৰ মাত-কথা হৰিল। তেওঁৰ মুখখন ভয় আৰু আতংকত শেঁতা। তেওঁ লম্বোদৰলৈ চাই কৈ উঠিল, 'জুয়ে যেতিয়া দহে কাঠ খৰি, বাঁহখৰি, খেৰ-বাঁহ একো নামানে। জুইৰ লগত নৰ-মনিচ হৈ কি ফেপেৰি পাতিবি?' বৃদ্ধ মানুহজনৰ মাতটো বহি বহি গৈছে, 'এইকুৰা জুই ভাললৈ জ্বলা নাই। কোনো নৰ-মনিচৰ সাধ্য নাই বাধা দিয়াৰ, চবকে দহিব।' এইবাৰ বৃদ্ধ লাখুটিডাল ধৰি বহি পৰিল, 'ভতুৱা কুকুৰটোৰ হাতত পিতৃ পুৰুষৰ ভেটী গতাই দি যাবলৈ ওলাইছোঁ।' বুঢ়াই বিৰ্‌বিৰাই গৈছে, 'যমে মানুহে টনাটনিৰ দিনত পাপ আৰু নবঢ়াওঁ।'

খামিডাঠ মানুহটোৰ থৰক-বৰক খোজকেইটা দেখি গোটেইবোৰ থৰ লাগি গ'ল। নিমিষতে সিদ্ধান্ত কৰা হ'ল কাইলৈ পুৱাতে আটায়ে এই গাঁও এৰিব। নিব, তাইক দাং কোলাকৈ হ'লেও নিব।' আজি ৰাতিটো মাত্ৰ পাৰ হওক।

৪

আঁঠুৱাখন ভালকৈ কেউকাযে খুচি তাই মণিক শুৱাই দিলে। বাপেকে আহি তাৰ কপালত হাত ফুৰাই দিলে। হাতত লাঠি আৰু টৰ্চটো লৈ সি যাবলৈ ওলাল। কিবা এটা ভাবি সি দুৱাৰমুখৰপৰা উভতি আহিল। সি হাতৰ লাঠীডাল দুৱাৰখনতে আওঁজাই থ'লে। তাইৰ গধুৰ দেহাটো সি আলফুলে সাবটি ধৰিছে, তাৰ মাতষাৰ বৰ সৰু, 'মালতী, মালতী মোৰ, তই এনেকৈ মন মাৰি নাথাকিবি, মই মানুহটো আছোঁ নহয়, মাত্ৰ এটা ৰাতি, কাইলৈকে আমি ঘৰলৈ যাম,...।' সি ঘৰখনৰ কথা কিবা এটা ক'ব খুজিছে, পৰা নাই। সি অলপ সময় তাইৰ মুখখনত হাত ফুৰাই থাকিল। বাহিৰত কোনোবাই মাতিছে, আহি পহৰা থকা কোনোবা হ'ব। সি তাইক এৰি দিলে, 'যা শুই থাকগৈ, মই বাহিৰৰপৰা তলা মাৰি থৈ যাম, তই কেঁচা টোপনি ভাঙি উঠিব নালাগে দে।' সি তাইৰ হাতৰ শাখা কিপাত এবাৰ চুই চাই কিবা এটা ক'ব খুজিলে, নক'লে। তাই মণিৰ কাষতে বাগৰ দিলে। মুখখনত লাগি থাকিল এটা খহটা স্পৰ্শ। এৰা, মানুহটোৱে তাইক কেৱল সাহেই দি গ'ল। এক গভীৰ প্ৰশান্তিত তাইৰ উত্তেজিত স্নায়ু ক্ৰমে ক্ৰমে শীতল হৈ আহিল। তাই টোপনিত পৰিল।

তাই কিবা আগ-গুৰি নোহোৱা সপোন দেখি আছিল। এদ'ম ছাইৰ ওপৰত এটা কুকুৰ গোল গৈ শুই আছে... কুকুৰটোৰ ঠাইত এটা কেঁচুৱা, টেঁৱা-টেঁৱাকৈ কান্দি আছে, তাৰ পাছত তই জপংকৈ শব্দ এটা শুনিছে, পানীত শিল দলিয়ালে হোৱা শব্দটো বাঢ়ি গৈছে, বাঢ়ি বাঢ়ি বিয়পি গৈছে, কাণ তাল মাৰি ধৰিছে। তাই সাৰ পাই গ'ল, মণিয়ে সাৰ পাইছে। কেউফালে এক আচৰিত ধৰণৰ শব্দ। মণিয়ে তাক গবা মাৰি ধৰিলে। তায়ো মণিক সাবটি ধৰিলে। শব্দটো তাই এইবাৰ চিনি পালে, নাগাৰা আৰু শংখ। মণিয়ে তাইক সুধিলে, 'মা কাৰ ঘৰত সকাম পাতিছে?' তাই কিবা এটা ক'ব খুজিছিল, নোৱাৰিলে, ডিঙিটো শুকাই ডাঠ হৈ আহিল। খৰখৰীয়া মৰা ডিঙিটোৱে তাই সেপ ঢুকিবও নোৱৰা হ'ল। নাগাৰা আৰু শংখৰ মাত বন্ধ হৈছে, এইবাৰ মৰণ-কাতৰ চিঞৰ, কিছুমান ফট্‌কা ঠিক নহয়, ফট্‌কাতকৈ গোটা শব্দ। তাইৰ নাকত খাৰখাৰ গোন্ধ এটা লাগিল। তাই মণিক ধৰি ধৰি দুৱাৰখনৰ ওচৰলৈ উঠি গ'ল, বাহিৰৰ পৰা বন্ধ, মণিৰ বাপেকে তলা মাৰি থৈ গৈছে, মানুহটোৱে যে তাইৰ কেঁচা টোপনি ভাঙিব খোজা নাছিল। তাই দুৱাৰৰ ফাঁকেৰে দেখিলে বাহিৰত কেউফালে ৰঙচুৱা পোহৰ। এইবাৰ তাই পাছফালৰ দুৱাৰখন খুলিলে। ওলাই যাবনে সোমাই থাকিব? জুয়ে এটাৰ পাছত এটাকৈ ঘৰ সামৰি লৈছে। তাইৰ কাণত পৰিল হুইছেলৰ এটা তীক্ষ্ণ শব্দ। তাই মণিৰ মুখখন টেপা মাৰি ধৰিলে, তাৰ

পাছত তাক লৈ বাৰীৰ চুকৰ পুখুৰীটোলৈ নামি গ'ল। পুখুৰী মানে এটা দ গাঁত, আহল-বহল। মানুহটোৰ বৰ চখ আছিল বাৰীৰ চুকতে পুখুৰী এটা খান্দি তাতে মাছ পোহাৰ। তাই ভৰি দি নোপোৱা তাৰ ঘৰখনত হেনো দুটা পুখুৰী। সিহঁতৰ গাঁওখনত হেনো ঘৰে ঘৰে পুখুৰী। পিছে পুখুৰীত সি মাছ মেলিব নোৱাৰিলে। এই অঞ্চলত থকা নদীখনৰ বাবেই ইয়াত মনুহে পুখুৰী খান্দিব নোৱাৰে, নদীখনে পানী লৈ যায়। কোনোবাই চখ কৰি খান্দিলেও বাৰিষা দপ্‌দপীয়া বৰষুণৰ পাছতো পানী ৰাখিব নোৱাৰে, পানী জমা হয়, ৰ'দ দিলেই শুকাই যায়। পুখুৰী বুলি খন্দা গাঁতবোৰ জাবৰ-পেলোৱা গাঁতহে হৈ পৰে। লম্বোদৰে খন্দা পুখুৰীও জাবৰ-জোথৰ পেলোৱা গাঁত এটাহে হৈ পৰিল।

জাবৰ পেলোৱা গাঁতটোত তাই কোনকোনাই থকা মহ, জাবৰৰ গোন্ধৰ মাজত পুতেকক লৈ বহি থাকিল। দুদিনমানৰ আগতে বাৰীৰ কলগছ কিজোপা চাফা কৰিছিল। গোটেইবোৰ শুকান কলপাত আনি এই গাটোতে পেলাইছিল, দহ-বাৰ জোপা গছৰ শুকান পাত মাক-পুতেকক ঢাক খুৱাই পেলাবলৈ যথেষ্ট আছিল।

এজাক মানুহৰ ভৰিৰ শব্দ শুনিছে, লগতে এখন জীপগাড়ীৰ চিনাকি শব্দ। অলপ দিনৰে পৰা এই ধৰণৰ জীপগাড়ী সিহঁতৰ গাঁৱত ঘন ঘনকৈ অহা-যোৱা কৰিবলৈ লৈছিল। কাটি পেলাই দিয়া কেঁচু লগা মালভোগ কলজোপাৰ গা-গছডালত ভৰি দি কল-ঠকবাবোৰৰ মাজৰপৰাই তাই অকণমান মূৰটো উলিয়াই বাহিৰলৈ চালে, জুইৰ পোহৰত গোটেইখন ৰঙা হৈ পৰিছে। তাই দেখিলে দুটা মানুহ দৌৰি দৌৰি আহি ঘৰটোত সোমাইছেহি, তাই ধৰিব পাৰিলে শিৱানীৰ ককায়েক আৰু...। তাই ভালকৈ চালে। শিৱানীৰ দেউতাক। মানুহটোৱে খোৰাইছে। এইবাৰ মানুহটোৱে পাছফালৰ দুৱাৰখন খুলিছে। মানুহ দুটাৰ পাছত আৰু কেইবাটাও মানুহ, সম্পূৰ্ণ অচিনাকি পোছাক, চেহেৰা, খোজৰ ধৰণ। মানুহজাকে ঘৰটো ঘেৰি লৈছে। সেয়া সেয়া সিহঁতবোৰে দৰ্জাবোৰ বাহিৰৰপৰা বন্ধ কৰি লৈছে। কি কৰিছে ডকাইতজাকে? তাইৰ নাকত লাগিল পেট্ৰ'ল আৰু কেৰাচিনৰ গোন্ধ। চকুৰ আগতে তাইৰ ঘৰখন দাউদাউকৈ জ্বলিবলৈ আৰম্ভ কৰিলে। ভিতৰৰপৰা দুটা মানুহৰ চিঞৰ। তাই মণিক আৰু কল-ঠকবাবোৰৰ মাজলৈ সুমুৱাই দিলে। তাই খামুচি ধৰিলে ছিগা দাটুকুৰা। কোনোবা এজনী ৰাস্তাৰে দৌৰি গৈছে, সেয়া ধুমকৈ শব্দ হৈছে, মানুহজনী বাগৰি পৰিছে, মানুহজাকে তাইক ঘেৰি ধৰিছে, আধামৰা মানুহজনীক টুকুৰা-টুকুৰকৈ কাটিছে, কোলাৰ কেঁচুবাটো সেয়া পোৰা ঘৰটোৰ মাজলৈ দলিয়াই দিছে। নাগাৰা বাজিছে, শংখ বাজিছে। তাইৰ পেটৰটোৱে বাগৰ সলাইছে, তাইৰ বুকুখন খুন্দা মাৰি ধৰিছে। এহাতেৰে পেটটো ধৰি, এহাতেৰে মণিক ধৰি তাই কুককি কুককি কলপাতসোপাৰ মাজলৈ সোমাই গ'ল। তাইৰ ভৰিত লাগিছে গেলা জাবৰ-জোথৰৰ চেঁচা স্পৰ্শ। হুইছেল বাজিছে, মানুহজাক সেইফালে গৈছে। এজাক মানুহে পুখুৰীবোৰৰপৰা বাচন-বৰ্তন উলিয়াই এঠাইত জমা কৰিছে, কিছুমান টনা-টনি কৰি বাকচবোৰ লৰীত উঠাইছে। তাই জুইৰ পোহৰত স্পষ্টকৈ দেখিলে কেইটামানে হাতত বল্লম আৰু যাঠী, জোঙা জোঙা ত্ৰিশূল লৈ

জাবৰ-জোথৰেৰে পোত খাই থকা গাঁতবোৰ খুঁচি ফুৰিছে। কোনোবা এটাই তাই লুকাই থকা পুখুৰীটোৰ পাৰতে চিঞৰ মাৰি আদেশ দিলে, 'যোৱাবাৰ তেজপিয়াবোৰ গাঁতত সোমাই বাছি গৈছিল, এটা গাঁতো এৰি নাযাবি, য'তেই বেছি জাবৰ দেখিবি তাতেই খুঁচি চাবি।' ডাঙৰকৈ হৈ ধ্বনি দি ল'ৰাটো আঁতৰি গ'লগৈ। যাঠী, বল্লম, ত্ৰিশূল লোৱা দলটো শুকান পুখুৰীটোৰ ওচৰ চাপিছেহি। সিহঁতৰ বল্লম, ত্ৰিশূল আৰু যাঠী শুকান কলপাতত লাগি খচমচাই উঠিছে। কল-ঠকৰাবোৰে মণি আৰু তাইক মূৰৰ ওপৰত মানুহ এটামান ওখ হৈ ত্ৰিশূল, বল্লম আৰু যাঠীবোৰৰপৰা ৰক্ষা কৰিছে। যদি কোনোবা এটাই চিঞৰ মাৰি কয়, 'জ্বলাই দে এই পুখুৰীৰ শুকান কলপাতবোৰ।' যদি কোনোবা এটাই পোৰা ঘৰবোৰৰ পৰা লৈ আনে এটুকুৰা জ্বলি যোৱা কাঠ, এটুকুৰা অঙঠা। তাই মণিক বুকুত গবা মাৰি ধৰে, তাৰ গাত লিপিট খাই ধৰিছে পিছল পিছল কুমজেলেকুৱা। কল-ঠকৰাবোৰ অলপ খচমচাই উঠিল। জুমটোৰপৰা এটা ল'ৰা উভতি আহি ত্ৰিশূলডালেৰে কল-ঠকৰাবোৰ খোঁচ মাৰি দিলে আৰু এটা খচমচনি হ'ল। তাই উশাহ বন্ধ কৰি বৈ আছে, এটা ফিৰিঙতিও সিহঁতে আনি যদি ইয়াত পেলাই দিয়ে। তাই মণিৰ মূৰটো বুকুত হেঁচা মাৰি ধৰিলে। ফাগুন মাহৰ বতাহ সো-সোৱাই বলিছে, বতাহৰ লগে লগে বাঢ়ি গৈছে জুই। দলটো আঁতৰি গৈছেগৈ। তাইৰ কাণত আৰু একো শব্দ পৰা নাই। হঠাৎ তাই অনুভৱ কৰিলে এক উত্তাপ, কাণত পৰিল এটা ফট্ ফট্ শব্দ। জুই লাগিছে, শুকান কল-ঠকৰাবোৰত জুই লাগিছে। তাই মণিৰ হাতত ধৰি পুখুৰীটোৰ পৰা উঠি আহিল। গৰাটো উঠিবলৈ তাইৰ কষ্ট হৈছে। মণিৰ হাতত ধৰি তাই পাৰত উঠিল, তাই মণিলৈ চালে, তাৰ মুখত, গাত গেলা জাবৰ। তাই এবাৰ ৰ-কৰাই জ্বলি থকা ঘৰটোৰ ফালে যাব খুজিলে, মণিয়ে তাইৰ হাতত ধৰি টানিলে। আকৌ নাগাৰাৰ শব্দ, হৈ ধ্বনিৰ শব্দ। দুইটা ডোংটোত নামি পৰিল, বেছি দ নহয়। মানুহ এটা চাপৰি গ'লে লুকাই পৰে। বাৰিষা ডোংটোত পানী থাকে, খৰালি শুকাই থাকে, শুকালেও ঠায়ে ঠায়ে বালি-শিলগুটিবোৰ ভিজি থাকে। মাক-পুতেক চাপৰি চাপৰি ডোংটোৰে গৈ থাকিল, তাই যাব পৰা নাই। চাপৰিলেই শৰীৰটো ভাগি-ছিগি আহে। এইবাৰ তাই বগুৱা বাবলৈ ধৰিলে। মণিয়ে ফুচ্‌ফুচাইছে, 'কলপাতবোৰত জুই...' ডোংটোৰ পাৰে পাৰে মানুহৰ ভৰিৰ খোজ, যাঠী-জোঙৰ ঝন্ ঝন্ শব্দ। মাক-পুতেক দুইটাই বহি দিলে। মানুহবোৰ পাৰ হৈ গ'ল। এই ডোংটোৰে গৈ থাকিলে মৰাপাট খেতি পাইগৈ। তাত যে পাটখেতি ডাঙি মানুহে চোতাল পাতি বহিছে, নাৰিকল-মুৰি-চিৰা গোটাই থোৱা হৈছে, আৰু গোটাই থোৱা হৈছে বাঁহৰ লাঠি, ধেনু-কাঁড়, টৰ্চ লাইট। যোৱাবাৰ গোলমালত তাতে থাকি মানুহবোৰ বাচিছিল। বিঘাৰ পাছত বিঘা বিয়পি থকা ঘন, সেউজীয়া পাটখেতিৰ মাজত লুকাই থকা এধূপ মানুহ। তাই আৰু বেগ দি বগাবলৈ আৰম্ভ কৰিলে। ডোংটো য'ত শেষ হৈছে তাতে এডোঙা পানী, জমা লাগি থকা গেলা পানী, ওপৰত মেটেকাৰ ঘন চামনি পৰিছে, এই খালটো পাৰ হৈয়ে আৰম্ভ হৈছে বিশাল মৰাপাট খেতি। এইখিনিতে ডোংটোত পানী আছে, বোকাত বগুৱা বাই বাই তাইৰ কাপোৰ-

কানি জেপজেপিয়া হৈছে। ঠিক ঘুলি লোৱা ম'হ এজনীৰ দৰে হৈছে মানুহজনী। তাই মণিৰ হাতত ধৰি ডোংটোৰ পৰা উঠিব খুজি আকৌ নামি আহিল। এখন ট্ৰাকত এজাক মানুহ। পাছে পাছে আৰু এজাক। তাৰে দুটামান আহি ডোংটোৰপৰা অলপ আঁতৰত ৰ'লহি। শংখ বাজিল, নাগাৰা বাজিল, অৱশেষত বাজিল এটা তীক্ষ্ণ হুইছেলৰ শব্দ। মাক-পুতেকে গেলা খালটোত সোমাই মেটেকাৰে গা ঢকা দিলে। কেউফালে শুনা গ'ল হৈ ধ্বনি, তাৰ পাছত সৈনিকৰ দৰে দলত বিভক্ত হৈ হৈ মানুহবোৰে পাটখেতিৰ ভিতৰ সোমাই গ'ল। অলপ পাছতে শুনা গ'ল বন্দুকৰ শব্দ, মানুহৰ পৰিত্ৰাহী চিঞৰ, মেটেকাৰে ঢকা গেলা খালটোৰ ওপৰেৰে পাৰ হৈ গৈছে, জুইৰ আঙনি, পাটখেতিৰ মাজৰ পৰা উৰি আহিছে কাঁড়। অলপ পাছতে শুনা গ'ল বন্দুকৰ শব্দই, কিন্তু বেলেগ ধৰণৰ শব্দ। এটা এটাকৈ ফটকা ফুটাদি হোৱা শব্দ নহয়, একে লেঠাৰিয়ে নোৰোৱাকৈ হোৱা এটা গোটা শব্দ। শব্দটো পাট খেতিৰ ভিতৰলৈ সোমাই গৈছে। ভিতৰত মানুহৰ চিঞৰ-বাখৰবোৰো কমি গৈছে। একেলেঠাৰিয়ে হোৱা বুকু কঁপাই নিয়া গোটা শব্দটোও নোহোৱা হৈ গ'ল। তাই দেখিলে আকাশখন পোহৰ হওঁ হওঁ হৈছে।

তাই অলপ অলপ পোহৰ হৈ অহা আকাশৰ তলত স্পষ্টকৈ দেখিলে এটা হুটঙা, ওখ, মানুহ পাটখেতিৰ ভিতৰৰ পৰা দৌৰি আহিছে, পাছে পাছে পাটখেতি মোকোলাই চোতাল পাতি বহা মানুহজাকৰ অৱশিষ্ট দুটামান। কোনোবা এটাই এখন জাল পেলাই দিলে মানুহটোৰ ওপৰত। ছাই ৰঙৰ বন্দুকটোৰে সৈতে মানুহটো বাগৰি জালত বান্ধ খাই পৰিল। মানুহজাকে লাঠী, কাঁড়, বাঁহৰ জোং যিহেৰে পাৰে মানুহটোক প্ৰচণ্ড আক্ৰোশেৰে খুঁচিবলৈ ধৰিলে, ফিৰ্‌ফিৰকৈ তেজৰ ছিটিকনি কেউফালে বিয়পি পৰিল। তাৰ পাছত চব নিঃশব্দ।

তাই মণিক ধৰি মেটেকাৰ মাজৰপৰা ওলাই আহিল। আকাশ পোহৰ হৈছে। পোহৰত তাই দেখিলে এজাক হাতীয়ে যেন সেউজীয়া পাটখেতিবোৰ মহতীয়াই পেলালে। কেউফালে মৰা মানুহ, তেজৰ দাগ। তাই মণিলৈ চালে, পানীত তিতি তিতি ছালবোৰ কোঁচ খাই গৈছে। গায়ে-মুখে এসোপা জোক। এটা এৰুৱাই দিব খুজি তাইৰ হাতত লাগিল এটা সৰু তেজৰ চেকা। মণিৰ দেউতাক? ক'লৈ গ'ল মানুহটো! 'তই কেঁচা টোপনি ভাঙিব নালাগে' বুলি কৈ মানুহটো ক'লৈ গ'ল? পাটখেতিৰ মাজে মাজে পৰি থকা মানুহজাকৰ মাজত...। তাই হঠাৎ ধুৱলী-কুঁৱলী দেখি পৰি গ'ল। পৰি যোৱাৰ আগেয়ে তাই দেখিলে কেইজনমান মানুহ তাইৰ ফালে দৌৰি আহিছে। লাহে লাহে তাইৰ চকুলৈ নামি আহিল এখন ক'লা চাদৰ, চাদৰখন কঁপি থাকি এসময়ত স্থিৰ হৈ ৰ'ল।

তাই চকু মেলি চাই দেখিলে মণিৰ উদ্বিগ্ন মুখ। তাৰ মুখখন বসন্ত ওলোৱা মানুহৰ দৰে হৈছে, গোটেইখনতে ঘাঁ। তাই মাতিব খুজিলে, 'মণি'। নোৱাৰিলে। আচলতে তাই তাক মানুহটোৰ কথা সুধিব খুজিছিল। নোৱাৰিলে। মাতটো কিবা ডিঙিতে লাগি লাগি ধৰিছে। এইবাৰ কাতি হৈ তাই ওচৰতে বৈ থকা মানুহ কিজনলৈ চালে, গাঁৱৰে মুখ চিনাকি মানুহ, পাটখেতি মোকোলাই বাচিম বুলি চোতাল পাতি বহা মানুহজাকৰ মাজতে দুটামান সঁচাকৈয়ে বাচি যোৱা মানুহ। তাই বহিবলৈ চেষ্টা কৰিলে। তাই ক'ত আছে? চাৰিওফালে পাতলীয়া হাবি। তাই ধৰিব পাৰিলে চাহবাগানৰ ওচৰ পাইছেহি, কিন্তু তাইক ইমান দূৰ কোনে আনিলে? তাই চকুৰ আগত কঁপি কঁপি স্থিৰ হৈ যোৱা ক'লা চাদৰ এখন দেখিছিল, দেখিছিল জালত পৰা মানুহ এটাক খুঁচি খুঁচি মৰাৰ দৃশ্য, ফিৰ্‌ফিৰকৈ তেজ ওলাইছিল। তাই সুধিবলৈ চেষ্টা কৰিলে ক'ত, কেনেকৈ, কিয়। দুপৰীয়াৰ চোকা ৰ'দ। মণিয়ে কচুপাত এখিলাত পানী অলপ আনি দিলে, অলপ পানী খাই, অলপ চকুৰে-মুখে মাৰি তাই অলপ থিত ল'লে। এটা মানুহ দৌৰি দৌৰি সেইখিনি পাইছেহি। ফোঁপাই-ফোঁপাই, কান্দি কান্দি, বৈ বৈ, হিকটিয়াই হিকটিয়াই যিখিনি শব্দ মানুহটোৱে উচ্চাৰণ কৰিলে তাৰপৰা তাই বুজিলে, সিহঁতৰ গাঁৱত এটাও ঘৰ নাই, এটাও মানুহ বাচি থকা নাই। জালত বান্ধ খাই পাটখেতিৰ মাজত পৰি থকা মানুহটোৰ শটো নিবলৈ আৰু এজাক মানুহ চহৰৰপৰা আহিছে, লগত বন্দুক, বেলেগ বেলেগ ধৰণৰ অস্ত্ৰ, মানুহবোৰ সাজু হৈ আহিছে। গাঁৱত পুৰা দহমান বজাৰ পৰা সিহঁতে তাণ্ডৱ নৃত্য আৰম্ভ কৰিছে। সি আৰু বেছি কথা ক'ব নোৱাৰিলে, হুকহুকাই কান্দি বহি পৰিল।

কোনোবা এটাই সেহাই সেহাই সুধিলে, 'পুলিচ মিলিটেৰী।'

কান্দি থকাৰে পৰা মানুহটোৱে জোৰেৰে মূৰটো লৰাই উঠিল। সি থোতাই থোতাই ক'বলৈ যত্ন কৰিলে, চহৰৰপৰা ডাঙৰ নেতা আহিছে, খণ্ডত গোটেইবোৰ জকি আছে, ছাগলী এটাও গাঁওখনত বাচি থকা নাই।

মানুহকিটা উঠিল। তাই সুধিলে, 'আমি ক'লৈ যাম?' কোনোবা এটাই মুখত আঙুলি দি কথা ক'বলৈ মানা কৰিলে। খবৰ অনা মানুহটোৱে তাইৰ ফালে চাই মাত্ৰ এটা শব্দ উচ্চাৰণ কৰিলে, 'ইচটেছন'।

বাগান হৈ ষ্টেছনলৈ যোৱা চমু ৰাস্তাটো তাই চিনি পায়। তাই মানুহকিটাৰ পাছে পাছে খোজ ল'লে। তাই পেটৰ বাঢ়ি অহা অংশটোত হাত দিলে। হঠাৎ তাইৰ খেয়াল হ'ল পেটৰটোৱে বহুত সময় লৰ-চৰ কৰা নাই। মণিৰ মুখখনলৈ চাই তাইৰ বুকুখন ধৰফৰাই

উঠিল। দুইটা প্ৰাণীক লঘোনত ৰাখিবলগীয়া হৈছে। এটা চৰকাৰী দমকলৰ ওচৰ পাই সিহঁত ৰ'ল। আজলি ভৰাই আটায়ে পানী খালে। এইখিনিতে লুঙলুঙীয়া ৰাস্তাটো আহি মূল শিলগুটি দিয়া ৰাস্তাটোত উঠিছেহি। এনেকুৱা আবেলি সময়ত ৰাস্তাটো মানুহ-দুনুহেৰে গমগমীয়া হৈ থাকে, আজি জনশূন্য। দোকান-পোহৰে চব বন্ধ। শিলগুটি দিয়া ৰাস্তাটোৰ পৰা নামি অলপ ঢালু ঠাই, নগাবন, ঢেঁকীয়া, ফুটুকলাৰ জোপোহাৰে পাতলীয়া হাবি এখনেই হৈ পৰিছে। ঠাইখিনিত শুকনিমুৱা বিষ্ঠাৰ গোন্ধ। তাই নাকত হাত দিলে। ঢালু মাটিখিনি শেষ হৈছে এখন পথাৰত। ইমানদিনে পথাৰত সেউজীয়া বৰা ধানৰ গছে বতাহত হালি-জালি থাকে। এইবাৰ আন বহুত পথাৰৰ দৰে এইখন পথাৰো চন পৰি আছে। পথাৰখন য'ত শেষ হৈছে, তাতে এখন গাঁও আৰম্ভ হৈছে, পাতলীয়া বসতিৰ গাঁওখনত কোনো এটা প্ৰাণী নাই, দুই এটা ঘৰ এতিয়াও জ্বলি আছে। গাঁওখনত ভৰি দি মানুহকেইটাৰ মাত-বোল হৰিল, এতিয়াই শুনিব শংখ আৰু নাগাৰাৰ শব্দ, ভাহি আহিব এটা তীক্ষ্ণ হুইছেলৰ শব্দ। পোৰা ঘৰবোৰৰ ধোঁৱাৰে গধুৰ কৰি ৰখা বতাহ এতিয়াই ভৰি পৰিব তেজৰ গোন্ধেৰে। কাণত ধৰি যোৱা সেই ফটকাতকৈ গোটা শব্দবোৰে কেউফালে বতাহ ফালি চিঞৰাচিঞৰ কৰিব। সিহঁতে এঘৰ মানুহৰ চোতালেদি পাৰ হৈছে। গৃহস্থী ঘৰৰ ধান শুকুৱা, গোবৰেৰে লেপি থোৱা চোতালখনত ঘৰৰ বেৰাত আওঁজাই থোৱা একাষি পকা ভীমকল। মানুহঘৰৰ ধানৰ ভঁৰালটো তেতিয়াও জ্বলি আছে। কোনেও এষাৰ বাক্য বিনিময় নকৰাকৈ কল আখিৰ পৰা হাতত আঁতে মানে কল ছিঙি লৈ ল'লে। তাইৰ একোকে মুখত দিবলৈ মন যোৱা নাই, বাৰে বাৰে তাইৰ কেঁচা টোপনি ভাঙি কষ্ট দিব নোখোজা মানুহটোলৈ মনত পৰিছে। ক'লৈ বা গ'ল, কি বা হ'ল! মানুহঘৰৰ চোতাল পাৰ হয় মানে বেলি ডুবি আহিছে। এইবাৰ মানুহকিটাৰ খোজৰ বেগ বেছি হৈছে, এটাই মণিক কান্ধৰ ওপৰত তুলি ল'লে। মণিৰ হাতখন এৰি তাইৰ কিবা উদং উদং লাগিল, কণা মানুহ এটাৰ হাতৰ পৰা যেন কোনোবাই লাঠী এডাল লৈ গ'ল। সিহঁত এখন কুঁহিয়াৰণি পাৰ হৈছে। কুঁহিয়াৰণিডৰাও সেই পাটখেতি ডৰাৰ দৰে মহতীয়াই পেলাইছে। অলপীয়া আন্ধাৰত আটায়ে দেখিলে এটা মূৰ নথকা শৰীৰ, তেজেৰে কেউফালে খমলা বান্ধি আছে। তাই ওচৰ চাপি গ'ল, ফটা ধুতি এখন কংকালত মেৰাই থোৱা এজন গাৰ ছাল শোটোৰা পৰা বৃদ্ধ। 'মা!' সোনকালে আহা।' পুতেকৰ মাতটো অনুসৰণ কৰি তাই দেখিলে মানুহকিটা আগবাঢ়ি গৈছেগৈ। হনহনাই যোৱা মানুহকিটাক দেখিলে এনে লাগে যেন কোনোবাই খেদিহে নিছে। তাই বেগ দিবলৈ আৰম্ভ কৰিলে, হঠাৎ তাইৰ ভৰিত কিবা এটা লাগি ছিটিকি পৰিল। কুঁহিয়াৰণিৰ ভিতৰত বাহিৰতকৈ আন্ধাৰ যদিও স্পষ্টকৈ দেখিলে তাইৰ ভৰিত লাগি ছিটিকি যোৱা বস্তুটো এটা কেঁচুৱা। এটা সম্পূৰ্ণ মানৱ শিশু নহয়, এফাল মাজতে কাটি দুফাল কৰা হৈছে, মূৰ-নাক, পেট-ভৰি সমানে সমানে ফলা হৈছে। তাই চিঞৰ মাৰি উঠিল। মানুহকিটাই ঘূৰি চালে। দুফাল কেঁচুৱাটো চাই আটাইৰে মুখৰ পৰা কিছুমান চেপা শব্দ বাহিৰ হ'ল। ক'ৰবাত কিবা এটা শব্দ হ'ল। মহতীয়াই পেলোৱা

কুঁহিয়াৰ খেতিৰ মাজেৰে কিবা এটা যেন দৌৰি গ'ল। আটাইৰে চকুত পৰিল দুটা শিয়াল। মণি, মানুহকিটা আৰু তায়ো দেখিলে শিয়াল দুটাই এফাল কেঁচুবা কুঁহিয়াৰণিৰ মাটিত শুই নপৰা অংশটোলৈ টানি নিছে। তাই দৌৰ মাৰিবলৈ আৰম্ভ কৰিলে। মণি আৰু মানুহকিটাই দৌৰিবলৈ আৰম্ভ কৰিলে।

তাই যেতিয়া কুঁহিয়াৰণীৰ পৰা ওলাল, বতাহত কলপাত কঁপাদি কঁপিছে, তাইৰ চাৰিওকাষৰ বস্তুবোৰ চক্ৰাকাৰে ঘূৰিছে। মণিৰ গাত ধৰি ধৰি তাই যেতিয়া ষ্টেছনৰ প্লেটফৰ্ম পালেহি, তাইৰ গাত তীব্ৰ কঁপে জ্বৰ। এজাক মানুহেৰে প্লেটফৰ্ম ভৰি পৰিছে। বিভিন্ন ধৰণৰ টোপোলা, বাকচৰ বাবে কোনোফালে ভৰি দিবৰ উপায় নাই। তাইক কোনোবাই অকণমান ঠাই উলিয়াই দিলে। প্লেটফৰ্মৰ চেঁচা পকাখনত তাই অচেতন মানুহৰ দৰে পৰি থাকিল। চেঁচা পকাখনৰ দৰেই তাইৰ শৰীৰ আৰু মগজুটো চেঁচা আৰু অনুভূতিশূন্য হৈ আহিছিল।

মাজ ৰাতি প্লেটফৰ্ম জুৰি এটা হাল্লা আৰম্ভ হ'ল। হাল্লা মানে মৰণ-কাতৰ চিঞৰ। 'আহি গ'ল, আহি গ'ল' বুলি ষ্টেছনৰ এমূৰৰ পৰা সিমূৰলৈ গগন বিদৰা চিঞৰত তাই চেঁচা পৃথিৱীখনৰ পৰা বৰ লাহে লাহে বগুৰা বাই ওলাই আহিল। এইবাৰ গগন বিদৰা চিঞৰৰ লগতে যোগ হৈছে অদ্ভুত ধৰণৰ শব্দ কিছুমান। কোনোবাই প্লেটফৰ্মৰ লোহাৰ খুঁটাতে হাততে পোৱা বাঁহৰ লাঠীডালেৰে কোব ধৰিছে, কোনোবাই টিনৰ বাকচটোতে কোবাইছে, কোনোবা এজনে পৰিত্যক্ত ড্ৰাম এটা পাই তাতে ওচৰৰে বুঢ়া এজনৰ লাখুটি এডালেৰে কোবাবলৈ লৈছে। আৰু মানুহৰ মৰণকাতৰ চিঞৰ, বিভিন্ন শব্দ, বিভিন্ন বাক্যৰে মানুহবোৰে ডিঙি ভাঙি যোৱাকৈ চিঞৰি চিঞৰি একেবাৰ কথাকে বাৰে বাৰে উচ্চাৰণ কৰিছে, সিহঁত আহি গ'ল, কোনো বাচি নাযাব, চব শেষ হ'ব। গোটেই ৰাতি মানুহবোৰে চিঞৰি চিঞৰি পুৱাৰ ফালে অলপ টোপনি গৈছিল। আকৌ এবাৰ হোৱা চিঞৰ-বাখৰত মানুহজাক চক্ খাই উঠিল। এডাল মুগা ফেটী আহি প্লেটফৰ্মৰ জাবৰ পেলোৱা বাকচটোত মেৰ পাতি পৰি আছেহি। মানুহৰ হুলস্থুলত সাপডালে ফণা তুলি উঠিল, আটায়ে দেখিলে ফণাত থকা সেই অদ্ভুতভাৱে সুন্দৰ আৰু ভয়াবহ চকৰ। ভয়াৰ্ত মানুহজাকৰ দুৰ্বল মনবোৰত সাপডালৰ চকৰকিটা ক্ৰমাৎ অলৌকিক হৈ পৰিল। মা মনসা, শিৱ, নিজা নিজা দীক্ষা লোৱা ঠাকুৰৰ জপ আৰাধনাত প্লেটফৰ্ম এক মন্দিৰ হৈ পৰিল। পূজা-অৰ্চনাৰ মাজে মাজেই চলি থাকিল সেই মৰণকাতৰ চিঞৰ। 'এটেক' হ'বই, মানুহবোৰৰ মাজত শব্দটো বাগৰি ফুৰিছে। মাত্ৰ মানুহটো ভেদে শব্দটো বেলেগ বেলেগ হৈছে। এইটেক, অটেক, আটেক, উটেক...। শব্দটোৱে বেলেগ ৰূপ ল'ব পাৰে। কিন্তু অৰ্থটো একেই, এক ভয়ানক ভয় সান-মিহলি হৈ আছে শব্দটোত। সকলো আশংকা, ভয় গৈ গোট খালেগৈ সেই চকৰকিটাত।

তাইৰ অৰ্ধচেতন মনটোতো চকৰকিটা সোমাই পৰিছে। একোবাৰ মণিক, একোবাৰ মানুহটোক চকৰটোৱে গ্ৰাস কৰি আছে। আকৌ চব পাতলীয়া আন্ধাৰত ডুব যায়।

ৰাতি ঠিক নহয়, গধূলি হৈ অলপ সময় পাৰ হৈ যোৱাৰ অলপ পাছতে মানুহজাকে প্লেটফৰ্মৰ পূবফালে দেখিলে দাউদাউকৈ ঘৰ জ্বলিছে। জুইকুৰা এটা শব্দ হৈছে, এটেক, এইটেক, আটেক, উটেক...। শব্দটো মানুহজাকৰ মাজত একুৰা জুই হৈ দাউ-দাউকৈ জ্বলিছে। সাপডালে জাবৰৰ বাকচটোৰ পৰা লাহে লাহে ওলাইছে। ভয় আৰু ভোক-পিয়াহে উন্মাদপ্ৰায় কৰা মানুহবোৰৰ মাজৰ দুই-একে কান্দিবলৈ ল'লে। মা-মনসা থকাৰ বাবে সিহঁত আহিব পৰা নাই। গ'লেই আহি যাব। আকৌ আৰম্ভ হ'ল জপ-আৰাধনা। কান্দোন, ভয় আৰু ভোকৰ মাজেৰে ওলাই অহা এই প্ৰাৰ্থনা সংগীতৰ হুলস্থূলত সাপডাল আকৌ এবাৰ ফণা মেলি উঠিল, দুলি থাকিল দুটা গোল গোল চকৰ। ৰাতিৰ ৰাতিটো মানুহবোৰে দেখি থাকিল কেউদিশে জ্বলা জুই। মাজে মাজে শুনি থাকিল নাগাৰা আৰু শংখৰ শব্দ। এই শব্দবোৰ প্লেটফৰ্মৰ মানুহজাকৰ ওচৰ পালেই থূপ খাই এটা শব্দ হয়, অৰ্থ একেই, মুখ ভেদে শব্দটোৰ ধ্বনিয়ে বেলেগ বেলেগ ৰূপ লয়। সাপডাল জাবৰৰ বাকচটোৰপৰা ওলাই এইবাৰ প্লেটফৰ্মৰ মাজ পালেহি, মেৰাই ধৰিলে খুঁটা এটা। মানুহবিলাকে এইবাৰ ভালকৈ দেখিলে সাপডালৰ গাত ঘাঁ, পোৰাৰ দাগ, সাপডালে যেন পোৰা কিবা বস্তুৰ ওপৰেৰে বগুৱা বাই আহিছিল। সিহঁতৰ জুইত মা মনসা পোৰা গৈছে। অভিশাপ লাগিব, সিহঁত সবংশে নিধন হ'ব, মেৰঘৰ সাজি সোমাই থাকিলেও সাৰিব নোৱাৰিব, পাৰিলে চান্দো সদাগৰে লক্ষীন্দাৰক ৰক্ষা কৰিব? নোৱাৰে, কেতিয়াও নোৱাৰে। মা মনসাৰ অভিশাপত সিহঁত শেষ হ'ব। আকৌ সেই অদ্ভুত নাকী সুৰৰ মনসা বন্দনা। সাপডালে খুঁটাটোৰ পৰা মেৰটো লাহে লাহে খুলিছে। আকাশ পোহৰ হৈ আহিছে। এইবাৰ যেন নাগাৰা আৰু শংখৰ শব্দ মানুহজাকে ওচৰত শুনিলে। কেউফালে খা-খা নীৰৱতা। এই সৰু ষ্টেছনটোলৈ এনেও ৰে'ল কমকৈ আহে, এতিয়া সেই কিথনো নাই। ষ্টেছন মাষ্টৰ, গাৰ্ড আটাইবোৰৰে কোৱাৰ্টাৰ কেতিয়াবাই খালী। যেন নহয়, সঁচাকৈয়ে মানুহবোৰে পূব দিশত নাগাৰা আৰু শংখৰ শব্দ শুনিলে। আকৌ আৰম্ভ হ'ল মৰণ-কাতৰ চিঞৰ, অ'ত ত'ত কোবোৱাৰ এক অদ্ভুত শব্দ। সাপডাল আকৌ ফণা তুলি উঠিল। জিলিকি উঠিল দুলি থকা দুটা চকৰ। হাত-ভৰিত দাৰ কোব খাই ফুলি থকা ৰঙা ৰঙা ঘাঁৰে মানুহ এজনী সাপটোৰ ওচৰতে গৈ দীঘল দি পৰিলগৈ। দুটা চকৰ অলপ দুলি থাকিল আৰু তললৈ নামি আহিল। তাৰ পাছতে সাপটো ফোঁচ ফোঁচ শব্দ কৰি প্লেটফৰ্মৰ পৰা ওলাই গ'ল। মানুহজনী ইতিমধ্যে নিঃসাৰ হৈ পৰিছে। মুখেৰে ফেন ওলাই আহিছে। মানুহবোৰ চাপি-কুচি আহিল, কি কৰা যায়? এজন বৃদ্ধ আগবাঢ়ি আহিল, দাঁত নোহোৱা মুখৰ অদ্ভুত শব্দেৰে এখন কটাৰী বা ব্লেড আৰু মুৰগীৰ পোৱালী বিচাৰিলে। এখন ব্লেড আৰু কোনোবাই বান্ধি অনা মুৰগীৰ পোৱালী দুটাও উলিয়াই দিলে। বৃদ্ধই মানুহজনীক কলাফুল, কৰঙন আৰু উৰুত তিনিটা বান্ধ দিলে। তাৰ পাছত সাপৰ দাঁত বহা ঠাইখিনি ব্লেডেৰে কাটি দিলে, বৈ আহিল এসোতা ক'লা তেজ। বৃদ্ধই এইবাৰ মুৰগী পোৱালীটোৰ মলদ্বাৰ কাটিছে। উবুৰি খাই পৰি মানুহবোৰে লক্ষ্য কৰিছে বৃদ্ধৰ কঁপা কঁপা হাত এটা

সময়ত ঠিকেই বৈ যায়। মুৰগী পোৱালীটোৰ কাটি ফালি লোৱা মলদ্বাৰ বৃদ্ধই মানুহজনীৰ ক্ষতস্থানত লগাই দিছে। অলপ পাছতে ধৰ্ফৰাই মুৰগী পোৱালীটো মৰি থাকিল। সিটো মুৰগী পোৱালীও আনি একে ধৰণেৰে মলদ্বাৰ কাটি ক্ষতস্থানত লগাই দিলে। অলপ সময়ৰ পাছত সেইটা পোৱালীও মৰি গ'ল। এইবাৰ বুঢ়াই এটা শব্দ উচ্চাৰণ কৰিছে। কোনেও বুজা নাই। বোৱাৰীয়েকে বুজাই দিলে আৰু ত্ৰিছ-পঁয়ত্ৰিছটা মুৰগী পোৱালী হ'লে মানুহজনী বাচিব। মুহূৰ্ততে মানুহবোৰৰ চকুত ভাহি উঠিল একোখন সাৰি-মচি থোৱা চোতাল। চোতালত ঘূৰি ফুৰিছে মাকৰ সৈতে এজাক মুৰগী পোৱালী। বৰ সাধাৰণ দৃশ্য। এই প্লেটফৰ্মত থূপ খাই থাকি হঠাৎ মানুহবোৰে আৱিষ্কাৰ কৰিলে এইটোৱে পৃথিৱীত আটাইতকৈ ডাঙৰ হাতলৈ আনিব নোৱাৰা সপোন। মুৰগী পোৱালীৰ সৈতে একোখন চোতালৰ সপোনত বিভোৰ হৈ থাকোঁতেই মুৰগী পোৱালীকিটাৰ দৰে অলপ সময় ধৰ্ফৰাই মানুহজনী ঠৰঙা হৈ পৰিল। মা মনসাই বলি নিলে বুলি এসোঁতা কান্দিব খোজোঁতেই মানুহবোৰে শুনিলে হুইছেলৰ শব্দ। মাজতে ক্ৰমাৎ নীলা পৰি অহা এজনী মানুহ আৰু মৰা মুৰগী পোৱালী দুটা লৈ মানুহবোৰ তাপ মাৰিলে। গোটেই মানুহবোৰ চাপি-কুচি আহিল। বৃদ্ধই সোলা মুখেৰে ওপৰলৈ শীৰ্ণ বাহু দুটা তুলি কিবা বিৰ্বিৰাইছে। বৃদ্ধৰ ওচৰলৈ মানুহবোৰ আৰু চাপি আহিল। কোনোবাই মণিৰ মাককো টানি ওচৰ চপাই আনিলে। তাইৰ অৰ্দ্ধচেতন শৰীৰটোত লাগি ধৰিলে সাপৰ বিষ লগা অলপ ক'লা তেজ। এইবাৰ স্পষ্ট শুনা গ'ল, বন্দুকৰ শব্দ। হুইছেলৰ তীক্ষ্ণ শব্দটো, হৈ ধ্বনিৰ শব্দ ক্ৰমাৎ নোহোৱা হৈ আহিল। অলপ সময় থমথমীয়া নীৰৱতা। নীৰৱতা ভাঙি মণিৰ মাকে কিবা বিৰ্বিৰাই উঠিল, তাৰ পাছত আকৌ শুই পৰিল। পকাত বাগৰি থকা মণিৰ মাক আৰু নীলা হৈ পৰা মানুহজনীৰ মাজত কোনো পাৰ্থক্য নাই, কেৱল এজনীৰ পেটটো ঢিলা হৈ তললৈ নামি পৰিছে, আনজনীৰ পেটটো সৰু।

মানুহবোৰে ঘৰঘৰকৈ হোৱা গাড়ীৰ শব্দ শুনিলে। এইবাৰ পকৰাই লডা বন্ধাদি মানুহবোৰ বান্ধ খাই পৰিল। নীৰৱ মানুহবোৰ থক্থককৈ কঁপিবলৈ আৰম্ভ কৰিছে। অলপ পাছতে বুটজোতাৰ গপ-গপ শব্দেৰে প্লেটফৰ্ম ভৰি পৰিল।

মাউখ বান্ধি থকা মানুহজাকক আৰ্মিয়ে কৰ্ডন কৰি ল'লে। মাজত দুজনী মানুহ, এজনী অচেতন, এজনী মৃত আৰু দুটা তেজেৰে ফুটুকা-ফুটুকী হোৱা কপাহেৰে বনোৱা হেন বগা মুৰগী পোৱালী। কেউকাষে বানত ভাহিবলৈ সাজু হোৱা এলডা পকৰা হেন মানুহ। মানুহবোৰক ঘেৰি এসোপা জলফাই ৰঙৰ তাতে পাতৰ ছাব থকা কাপোৰ পিন্ধা বন্দুকধাৰী মিলিটেৰী। কাৰো মুখত এষাৰো মাত নাই।

# ৬

তাই যেতিয়া চকু মেলিলে তেতিয়া চকুত চাং মাৰি ধৰিলে পাতল নীলা প্লাষ্টিকৰ মাজেদি সৰকি অহা এক অদ্ভুত নীল বৰণৰ পোহৰে। তাইৰ নাকত লাগিল ঔষধৰ গোন্ধ আৰু কাণ ভৰি উঠিল কেঁকনি আৰু কান্দোনৰ শব্দেৰে। নীলা পোহৰটো সহ্য হোৱাৰ পাছত দেখিলে তাই এখন কেম্পখাটত শুই আছে, চাৰিওফালে মাটিয়ে-বালিয়ে, বস্তাই-বিছনাই পৰি থকা এজাক মানুহ। প্ৰায়বোৰৰে মূৰে-হাতে-ভৰিয়ে আঘাতৰ চিন। তাই উঠি বহিল। তাৰ পাছত চিঞৰ মাৰি উঠিল, 'মণি! মণি!' বগা কাপোৰ পিন্ধা মানুহ এগৰাকী কাষ চাপি আহিল।

'কি হ'ল? চিঞৰিছা কিয়?'

'ল'ৰাটো, মোৰ ল'ৰাটো, মণি...।'

মানুহজনী আঁতৰি গ'লগৈ। তাই এইবাৰ থিয় দিছে। মণি সোমাই আহিছে।

'মা! মই ভাত খালোঁ।'

'ক'ত?' তাই পুতেকৰ মুখৰ হাঁহিটোলৈ চালে।

'সৌ তাত।' পুতেকে আঙুলিয়াই দিয়াৰ ফালে চাই দেখিলে সেইফালেও নীলা নীলা প্লাষ্টিকৰ চালিৰে কিছুমান ঘৰ। ঘৰবোৰত বহুত মানুহ। ঔষধৰ গোন্ধ ভেদি তাইৰ নাকত লাগিল পায়খানা আৰু পেচাবৰ কৰ্কৰা গোন্ধ। পেটটো পকাই উঠিল। পেটত হাত দি তাইৰ খেয়াল হ'ল পেটৰটোৰে একেবাৰে লৰ-চৰ কৰা নাই। ওচৰতে থিয় দি থকা মণিৰ হাতত ধৰি তাই সুধিলে, 'মণি, দেউতাৰ...।' ভাত খাই উজ্বলি থকা তাৰ মুখখন ওন্দোলি আহিল, অলপ পাছতে ধাৰাসাৰ চকুলো ব'বলৈ ধৰিলে। তাই পুতেকক ওচৰ চপাই আনিলে।

অকস্মাত দূৰৈত এটা হুলস্থূল শুনি তাই মূৰ তুলি চালে। কেইগৰাকীমান মাইকী মানুহে কেইজনমান ডেকা ল'ৰাক উচ্চ স্বৰত গালি পাৰিছে। বেঙুনীয়া ৰঙৰ ব্লাউজ, বেঙুনীয়া পাৰিৰ চাদৰ আৰু মুগাৰ মেখেলা পিন্ধা এগৰাকী মিঠা বৰণীয়া মানুহে ডেকা ল'ৰা কিজনৰ লগত বেছিকৈ কথা কটা-কটি কৰিছে। ল'ৰা কিজনেও সমানে কথা কৈছে। মানুহগৰাকীয়ে কিবা কৈ কৈ তাইৰ ফাললৈকে আহি আছে। মানুহগৰাকীৰ তাইৰ ফালে অহাৰ ভংগিমাটো দেখিলে এনে লাগে যেন উলুবনিত লগা বনজুই একুৰাহে বতাহত পাক খাই খাই আহিছে। তাই উঠি বহিল। মানুহগৰাকীয়ে তাইৰ হাতখনতে ধৰিছে আৰু ল'ৰা কিজনক ধমকিয়াই উঠিছে, 'এইক কিয় কোনো চিকিৎসা কৰা হোৱা নাই? কিয় তাই এনেকৈ পৰি থাকিব লগা হৈছে?'

মণিয়ে মাকৰ গাতে লিপিটি খাই ধৰিছে। মানুহগৰাকীয়ে তাইৰ হাতখন এৰি কৈকাই-গেঁঠাই থকা মানুহবোৰলৈ আঙুলি টোৱাইছে, 'কি দোষ এই মানুহবোৰৰ?'

বগা কোট পিন্ধা ল'ৰা এজনে খণ্ডত ৰঙা-চিঙা পৰি মানুহজনীক খেদি অহাদি আহিছে। আৰু কেইবাজনো বগা কোট পিন্ধা ল'ৰাই আহি মানুহজনীক ঘেৰি ল'লেহি। মানুহজনীয়ে তাইৰ শাখা পিন্ধা হাতখন দাঙি ধৰিছে, 'এই কাৰণেই তাইক পেলাই থোৱা হৈছে।'

এজন বগা কোট পিন্ধা ল'ৰাই উচ্চ স্বৰে মানুহগৰাকীক গালি পাৰিছে, 'কিহৰ দৰদ ইহঁতৰ প্ৰতি আপোনাৰ?'

মানুহগৰাকীৰ মাতটোও ডাঙৰ হৈ উঠিছে, 'মানুহ বাবেই ইহঁতৰ প্ৰতি দৰদ মোৰ।'

'কাকতী ফৰিঙৰ দলবোৰক আপুনি মানুহ বুলিছে।'

'আপোনাৰ দৰে মানুহৰ বাবেই অসমীয়া মানুহৰ এই অৱস্থা।'

'তোমালোকৰ বিপ্লৱৰ নেতাহঁত সিংহাসনত বহিব, দেশ লুটি-পুটি খাব। তোমালোকে বিপ্লৱৰ বাবে ব্ৰেক আউট কৰা নহয়। অসমত চিৰদিনৰ বাবে ব্ৰেকআউট হ'ব বুজিছা, চিৰদিনৰ বাবে ব্ৰেক আউট। মানুহগৰাকী কঁপি উঠিছে।'

কোনোবা এটাই হাত দাঙি মানুহগৰাকীক খেদি আহিল। মানুহগৰাকীও আগবাঢ়ি গ'ল, 'কি কৰিবা? মাৰি পেলাবা? মোৰ দৰে মানুহ এজনীক মৰা আৰু পকৰা এটা মৰা একে কথা। সেইজন মানুহক তোমালোকে মূৰটো ফালি ৰাস্তাত পেলাই দিব খুজিছিলা। তোমালোকৰ নাজী বাহিনীয়ে অসমক আগুৱাই নিব খোজা আটাইবোৰ মানুহৰে মূৰ ফালি ৰাজপথত পেলাই থ'ব খুজিছা', মানুহগৰাকীয়ে আঙুলি জোকাৰিছে, 'তোমালোকৰ নেতাই ৰজা হৈ ৰাজভোগ খোৱাৰ খেল খেলিছে।'

মানুহগৰাকী আৰু বগা কোট পিন্ধা ল'ৰা কিজনৰ কাষৰে-পাঁজৰে ভালেখিনি মানুহ গোট খাইছে। মানুহৰ ভিৰ ঠেলি মানুহ এজন প্ৰায় দৌৰি অহাদি তাইৰ কাষ পালেহি।

'মণিৰ মাক, তই এইখিনি কেনেকৈ, মণি, লম্বোদৰ, এই মানুহবোৰ...।' একে উশাহতে মানুহটোৱে তাইৰ পৰা মহাভাৰতখন জানিব খুজিলে। তাই থিয়ডঙা দিলে। বীৰেন বৈশ্য, পাট-মুগা কাপোৰৰ বেপাৰ কৰা, মণিৰ দেউতাকৰ ওচৰত প্ৰায়ে সেমেনা-সেমেনিকৈ আহি হাত পতা ঘৰৰ কাষৰ মানুহটো দেখি তাইৰ শোক উথলি আহিল। 'মণিৰ দেউতাক, মামণিৰ মাক, দিদা-দাদু...।' তায়ো একে উশাহতে মহাভাৰতখন জানিব খুজিছে। মণিয়ে মামণিৰ দেউতাক বৈশ্যৰ গাতে গা লগাই থিয় দিছে, 'বৰদেউতা, পাপুহঁত ক'ত?'

মুগাৰ ফুল নোহোৱা মেখেলা পিন্ধা মিঠা বৰণীয়া মানুহগৰাকীৰ লগত কথা কটা-কটি কৰি থকা বগা কোট পিন্ধা ল'ৰা এজন মণিৰ মাক আৰু মামণিৰ বাপেকৰ ওচৰত থিয় হ'লহি। 'এখেত ...।' ল'ৰাজনে তাইৰ হাতৰ শাখা কিপাট চাইছে। মামণিৰ দেউতাকে তাইক ধমকিয়াই উঠিল, 'কোৱা নাছিলোঁ মই এইবোৰেই তোক মাৰিব, কোচৰ ঘৰৰ বোৱাৰী হৈ তই এই বঙালবোৰৰ লগত পৰি আছহি। খোল এই শনিবোৰ।'

তাই শাখা কিপাত নাকৰ ওচৰলৈ নিলে, এটা জান-নেজান নাৰিকল তেলৰ গোন্ধ।

পৰম মমতাৰে তাই শাখা কিপাত গালতে লগাই ৰৈ থাকিল।

মামণিৰ দেউতাকে বগা কোট পিন্ধা ল'ৰাটোলৈ চাই কপাল চপৰিয়াই উঠিল, 'এই কোচৰ ঘৰৰ বোৱাৰী, এইৰ গিৰীয়েক সাত পুৰুষৰ নিভাঁজ অসমীয়া। হায়! হায়! নিজৰ জনমভূমিতে আমাৰে জীয়াৰী-বোৱাৰীৰ কি অৱস্থা হ'ল।'

বগা কোট পিন্ধা আৰু এজন ল'ৰা তাইৰ ওচৰ পালেহি। এজনে তাইৰ পেটটো পৰীক্ষা কৰিছে, 'বেবীৰ অৱস্থা ভাল নহয় যেন লাগিছে। পৰীক্ষা কৰি কৰি ল'ৰাজনে তাইক সুধিলে, 'আপুনি কি মানুহ?'

তাইৰ চকুৰ আগেদি পাৰ হৈ গ'ল ৰত্নমালা হাতীৰ ওপৰত উঠি থকা বড়ো ডেকা কিনাৰাম, ডিঙিত কৰ্দৈমণি এধাৰ পিন্ধি মৌজাদাৰ তনয়া ৰত্নমালা, ভয়-ডৰ নোহোৱা শিলিগুৰীয়া ডেকা ক্ষীতিশ, য'লৈকে যায় ত'তে ৰাজহাঁহ এজনী হৈ জিলিকি থকা মাক যুতিমালা, তাইক তুলি-তালি ডাঙৰ-দীঘল কৰা ৰতন খুৰা আৰু বিন্দু খুৰী— কাৰ কথা কয় তাই? নে তাইক সেন্দূৰ পিন্ধাই অনা লম্বোদৰৰ কথা কয়?

তাই ল'ৰাটোৰ মুখলৈ একেথৰে চাই আছে। সিও তাইৰ মুখলৈ চাইছে। সি আচৰিত হৈছে। পৃথিৱীৰ আটাইতকৈ সহজ প্ৰশ্নটোৰ উত্তৰ দিবলৈ গৈ মানুহজনীয়ে কেনেকুৱা কৰিছে। তাই মনে মনে ৰৈ থাকিল। মাত্ৰ মুখৰ ভিতৰতে এবাৰ ল'ৰাজনৰ প্ৰশ্নটো বিৰবিৰাই উঠিল, 'কি মানুহ?' মামণিৰ দেউতাক আৰু ল'ৰাজনে এটা শব্দই শুনিলে, 'মানুহ।' বৈশ্যই ধৰফৰাই উঠিল, 'ঘৈণীয়েকৰ কিবা এটা হোৱা বুলিলে মানুহটো বিতত হৈ উঠিছিল, ক'ৰ মানুহ ক'ত আছেগৈ। চেনেহৰ তিৰীটোৰ এই দশা।'

মানুহগৰাকীয়ে বগা কোট পিন্ধা ল'ৰা কিজনক খেদি অহাদি আহিছে, 'আপোনালোকে অ'থ অব হিপক্ৰেতিক দলিয়াই দিয়ক।' তেওঁ তাইৰ শাখা কিপাতলৈ আঙুলিয়াই দিছে, 'আপোনালোকৰ বাবে মানুহজনীতকৈ এই ধাতুৰ বস্তুটো বেছি ডাঙৰ।'

এজন ল'ৰাই মানুহগৰাকীক ঠেলি দিলে, 'আপুনি ইয়াৰপৰা যাওকগৈ, নহ'লে আৰু অপমান পাব।' মানুহগৰাকীৰ লগৰ মানুহ কেইগৰাকীয়ে তেওঁক তাৰপৰা আঁতৰাই লৈ গ'ল।

হুলস্থুলত তাইক পৰীক্ষা কৰি থকা ল'ৰাটোৰে গাতে ফেলানী ঢলি পৰিল।

'পেচেণ্ট বৰ উইক।' কোনোবা এটাই তাইক এটা বেজী দিলে। তাৰপাছত ষ্ট্ৰেছাৰ এখনত শুৱাই বৈশ্য আৰু ল'ৰা দুটাই তাইক বেলেগ শিবিৰ এটালৈ গৈ গ'ল। তাতেই সপৰিবাৰে বৈশ্যও আছে। চকু-মেলি তাই মামণিৰ মাকক দেখি সাবট মাৰি ধৰিলে। মামণিৰ মাকে তাইকো গবা মাৰি ধৰিলে, 'মোৰ কপালত জুই লাগিল, 'পাঁচটা পো-পোৱালীৰ দুটা আছে বাকীকিটা ক'লৈ গ'ল ক'ব নোৱাৰোঁ।' মণিয়ে লাহেকৈ সুধিলে, 'পাপু ক'ত?' উত্তৰত মামণিৰ মাকৰ আকৌ এসোঁতা কান্দোন। তাই লাহে লাহে ক'লে, 'মণিৰ দেউতাক...।' তাইৰ মাতটো সোপা মাৰি আহিল। মামণিৰ দেউতাক আহি তাইক খবৰ এটা দিলেহি। কাইলৈ মিলিটেৰীয়ে যাৰ যাৰ পৰিয়াল নোহোৱা হৈছে সিহঁতক লৈ

গাঁৱলৈ যাব। মামণিৰ দেউতাকে হেৰোৱা ল'ৰা-ছোৱালী তিনিটা বিচাৰি আৰু বহুতে হেৰোৱা আত্মীয়ক বিচাৰি যাব। তায়ো যাব নেকি সুধি মানুহটো ৰ'ল।

'এইটো দেহাৰে তই পাৰিবি জানো?'

'মানুহটোৰ কাৰণে...?'

'বাটতে কিবা এটা...।'

'একো নহয় ককাইদেউ, পেটৰটো পেটতে নিঃসাৰ হৈছে, ভগৱানে ৰাখিলে ৰাখিব, নাৰাখিলে নাই, মাত্র মানুহটো...।'

'তইনো গৈ কি কৰিবি? নালাগে দে ময়ে খা-খবৰ লৈ আহোঁগৈ।' আচলতে তেওঁ তাইক ক'ব খুজিছিল মিলিটেৰীবোৰে মৰা মানুহ চিনাক্ত কৰিবলৈহে গাঁৱলৈ নিব খুজিছে। গাঁৱত দমাই থৈছে গেলিবলৈ লোৱা মৃতদেহৰ স্তূপ। তাইৰ মুখলৈ চাই তেওঁ একো ক'ব নোৱাৰিলে। মাত্র অস্পষ্ট মাতেৰে ক'লে, 'যাবি দে, মনটোৱে শান্তি পাব।' কথাষাৰ কৈয়েই পিছ মুহূর্ততে তেওঁ কৈ উঠিল, 'ৰ'চোন, ৰাতিটো পুৱাওক।'

৭

পুৱাই আৰ্মিৰ মানুহ আহি ট্ৰাকত আটাইবোৰ শিবিৰৰ পৰাই মানুহ তুলি ল'লে। প্ৰায় সকলোৰে কোনোবা নহয় কোনোবা নোহোৱা হৈছে। বৈশ্যৰ লগতে তায়ো ওলাল। তাইক আৰু দুজনীমান মানুহক আগত বহিবলৈ দিলে।

গাড়ীখন চলাৰ অলপ পাছতে তাই ছিটত হেলান দি টোপনি গ'ল। ঠিক টোপনি নহয়, এক ধৰণৰ তন্দ্ৰা। তাইৰ দেহাটো তাই নিজেই বুজিব পৰা নাই। যেতিয়াই-তেতিয়াই ক'ৰবাত অকণমান আঁউজি বহিলেই, বাগৰ দিলেতো কথাই নাই, চকুলৈ ফুটছাই ৰঙৰ চাদৰ এখন নামি আহে। পাতলীয়া আন্ধাৰখিনিৰ মাজলৈ তাই কুৰুকি কুৰুকি সোমাই যায়। আজিও ছিটটোত আঁউজি দিয়াৰ লগে লগেই তাইৰ চকুলৈ নামি আহিল পাতলীয়া আন্ধাৰৰ চাদৰখন। ক্ৰমে ক্ৰমে পাতল কুঁৱলী বৰণীয়া চাদৰখন এখন ডাঠ ক'লা পৰ্দা হ'ল। পৰ্দাখন মাজে মাজে জোকাৰ খাই আকৌ স্থিৰ হৈ পৰে। এবাৰ ক'লা পৰ্দাখন এগাঁত শুকান কল-ঠকুৱা হৈ তাইক পুতি পেলালে। তাইৰ গালে-মুখে খৰখৰিয়া কলৰ শুকান পাত। চপাই অনা জাল এখনত মাছে ধৰফৰ কৰাদি তাই কল-ঠকুৱাবোৰৰ মাজত ধৰফৰাবলৈ ধৰিলে। যিমানে হাত-ভৰি এচাৰিছে, কলপাতবোৰে তাইক হেঁচা মাৰি ধৰিছে। তাই উশাহ ল'ব পৰা নাই, তাই কেউফালে আন্ধাৰ দেখিছে। অকল কল-ঠকুৱাবোৰেই নহয় আন্ধাৰেও তাইক পুতি পেলাব খুজিছে। আন্ধাৰৰ মাজতে তাই অনুভৱ কৰিলে, তাইৰ হাতত এখন চিনাকি হাতৰ স্পৰ্শ। স্পৰ্শটো কোমল, মিহি নহয়, টান আৰু খহটা। খহটা হাতখনে তাইক কল-ঠকুৱাবোৰৰ মাজৰ পৰা তুলি ধৰিলে, পোহৰত তাই বুকু ভৰাই উশাহ লৈ দেখিলে— সেই মানুহটোৰ হাতখনে তাইক জোৰকৈ ধৰি আছে। তাই স্পষ্টকৈ দেখিলে টান হাতখনৰ টান টান আঙুলিকিটা। তাই খিলখিলাই উঠিছে, 'আও, এইখন হাত নে চেগুনৰ পাত, এনে ধপলা!' টান হাতৰ মানুহটোৰ চেগুন পাত হেন ধপলা হাতত তাইৰ হাতখন লুকাই পৰিল, 'হ'ব দেচোন, ভগৱানে তোক তগৰ ফুল হেন হাত দিছে, মোৰ বাৰু চেগুন পাতেই হওক।' কেৱল পোহৰ আৰু পোহৰ। পোহৰত তাই মানুহটো ভালকৈ মনিব পৰা নাই। চৌ-ফলীয়া ৰ'দে যেন তাইৰ মানুহটোক ঢাকি থৈছে। তাই চকুকিটা মোহাৰি চাবলৈ চেষ্টা কৰিলে, একো নেদেখি, অদ্ভুত এক চোকা ৰ'দে তাইৰ চকু চাত মাৰি ধৰিছে।

মিলিটেৰীৰ ট্ৰাকখন ৰৈছে। তাই ক'লা পৰ্দাখনৰ তলৰ পৰা ওলাই আহিল। বাহিৰত চকুত চাত মৰা ৰ'দ। আগে আগে মিলিটেৰী পাছত মানুহবোৰ, মানুহবোৰৰ পাছতো মিলিটেৰী। গাঁওখনত সোমোৱাৰ প্ৰথমতেই পাই নামঘৰটো। বহুদিনীয়া নামঘৰ। নামঘৰৰ

চৌহদ জুৰি ডাল-পাত প্ৰসাৰিত কৰি ছাঁ কৰি থকা গছ। গছবোৰত পাৰৰ জাক। ঠিক বনৰীয়াও নহয় ঘৰচীয়াও নহয়। পাৰবোৰ ৰাতি নামঘৰৰ চিলিঙত থাকে, দিনত গছৰ ডালবোৰত পৰি থাকে। নামঘৰৰ ওচৰ পাই পাৰবোৰৰ চিনাকি লাক-পাকুৰ, লাক-পাকুৰ শব্দটো নুশুনি তাইৰ আচৰিত লাগিল। ক'লৈ গ'ল পাৰজাক? সঁচাকৈয়ে এটাও পাৰ নাই। আৰু নামঘৰটো? তাত যেন এখন যুদ্ধহে হৈ গৈছে। গাঁৱৰ ৰাইজে মচি-কাচি আটোম-টোকাৰীকৈ থোৱা নামঘৰটোৰ এক তৃতীয়াংশ মাটিত শুই পৰিছে। দুই-এজন মানুহৰ সৈতে তায়ো নামঘৰৰ দুৱাৰমুখত ৰ'ল। ঠিক গেটৰ মুখতে কিবা এটা ভাগি টুকুৰা-টুকুৰ হৈ আছে, তাই ভগা টুকুৰাবোৰ চিনি পালে। কুমাৰী হৈ থাকোঁতে গা ধুই গাঁৱৰ আন কুমাৰী ছোৱালীবোৰৰ লগত তায়ো নামঘৰ মচিবলৈ আহিছিল। মণিকূটৰ ভিতৰলৈ সোমোৱাৰ নিষেধ আছিল। নামঘৰৰ প্ৰতিটো বস্তুৰ প্ৰতি সিহঁতজাকৰ অপাৰ কৌতূহল আছিল। অইন বস্তুত হাত লগাব নোৱাৰিলেও দবাটোত আহোঁতে-যাওঁতে দুকোব-একোব মাৰিবলৈও নামঘৰীয়াই দিছিল। ভাঙি টুকুৰা-টুকুৰ হৈ থকা দবাটো তাই ঠিক চিনি পালে। তাইৰ কাণত ভাহি উঠিল দবাৰ গুম-গুম শব্দটো। এই শব্দটোৱেই গাঁওখনত আতংকৰ আগজাননী হ'ব বুলি কোনোবাই ভাবিছিল নে? কিমান দিন গধূলি-গধূলি নামঘৰৰ দবাৰ শব্দত তাই সৰু থাকোঁতে ডাঙৰৰ লগতে হাতযোৰ কৰিছিল। গালিও খাইছিল, নামঘৰৰ দবা বজাৰ আগতেই সৰুবোৰে হাত-ভৰি ধোৱাৰ আদেশ আছিল। তেতিয়া কোনেও ভবা নাছিলে, নামঘৰে-নামঘৰে দলে-দলে মানুহ গোট খাব, দবা বাজিব, দবাৰ শব্দত মানুহে সেৱা নকৰিব। এই শব্দ ৰণভেৰী হ'ব। কোনেও ভবা নাছিলে। দবাৰ শব্দৰ লগত লাগি ধৰিব তেজ আৰু মৃতদেহ, জুই আৰু হত্যা।

বৰ নামঘৰ পাৰ হৈ তাই মানুহবোৰৰ লগত গৈ থাকিল। কেউপিনে আধাপোৰা ঘৰ। বাৰীত থকা লাগনি গছবোৰ মাটিত শুই আছে। ধানৰ ভঁৰালবোৰৰ ঠাইত ছাইৰ দ'ম। ছাইবোৰত লেটি লৈ আছে কিছুমান কুকুৰ। সিহঁতবোৰ তিনিআলিৰ কেৰ্কুৰিটোৰ ওচৰ পালেগৈ। তিনিআলিৰ এই কেৰ্কুৰিটোতে এজোপা বিশাল বটগছ। বটগছজোপাত বিভিন্ন চৰাইৰ বাহ। এই গছজোপাৰ ওচৰ চাপিলেই শুনি জাক জাক চৰাইৰ কিচিৰ-মিচিৰ। আজি নামঘৰৰ গছবোৰৰ দৰেই বটগছজোপাও নিস্তব্ধ। তাই এনেই মূৰ তুলি চালে। চায়েই তাই চিঞৰ মাৰি উঠিল। নাকত দুৰ্গন্ধত সোপা লোৱা মানুহবোৰেও মূৰ তুলি চালে। গছজোপাৰ ডালত ওলোমাই থোৱা আছে কটা হাত-ভৰি; দুটা মূৰ নোহোৱা কেঁচুৱা আৰু...। তাইৰ দৰে আৰু বহুতেই গছজোপালৈ আৰু চাব নোৱাৰিলে।

মানুহবোৰক সেই মৰাপাট খেতিভৰালৈ নিয়া হ'ল। মৰাপাট খেতিৰ চিন প্ৰায় নোহোৱাই হ'ল। চিৰা-মুৰি-নাৰিকল গোটাই চোতাল পাতি বহা ঠাইবিলাকত মাটিত শাৰী পাতি পৰি আছে এজাক মৃতদেহ, কেঁচুৱা আৰু মাইকী মানুহেই বেছি। মৃতদেহবোৰৰ গাত বোকা লাগি আছে, তেজ আৰু বোকাৰ লেটি লৈ থকা মানুহবোৰৰ গাৰ পৰা এটা দুৰ্গন্ধ ওলাইছে। ঢাকি থোৱা মৃতদেহবোৰ উদঙাই দিয়া হ'ল। কেইবাটাও মানুহ, তিনিজনীমান মাইকী

মানুহ মৃতদেহবোৰত আচাৰ খাই পৰিলগৈ। মামণিৰ দেউতাকেও বুকুত সাবটি লৈছে এটা মূৰ নোহোৱা ল'ৰাৰ শৰীৰ। মানুহটোৱে হাওঁ-হাওঁকৈ কান্দিছে। তাইৰ বুকুখনত যেন কোনোবাই শিল এটা বান্ধি দিলে। তাই উশাহ ল'ব পৰা নাই, কান্দিব পৰা নাই, মাত্র তাইৰ চকুহাল পুৰিছে। তাই মৃতদেহবোৰ চাবৰ যত্ন কৰিছে। পুৰি থকা চকুহালেৰে তাই একো নেদেখিলে, কেউফালে কেৱল খমলা-খমল তেজ আৰু বোকাত লেটি হৈ এসোপা পচিবলৈ আৰম্ভ কৰা মৃতদেহ। তাই পৰি থকা মৰাপাটৰ গছবোৰৰ ওপৰতে আঁঠুত মূৰ গুজি বহি পৰিল। আকৌ তাইৰ চকুলৈ নামি আহিল ফুটছাই বৰণীয়া পাতল চাদৰখন। চাদৰখন ক'লা পৰ্দা হ'ব খোজোঁতেই তাইক কোনোবাই আদেশ দি ট্ৰাকত উঠিবলৈ ক'লে। ট্ৰাকখন এইবাৰ গাঁৱৰ ভিতৰ সোমাই গৈছে। স্কুলৰ কাষতে মিলিটেৰীবোৰে মানুহবোৰ এৰি দিলে। আটাইবোৰ নিজা নিজা ঘৰ বিচাৰি ওলাল। তায়ো বৈশ্যৰ লগতে খোজ ল'লে।

দুটামান ৰাতি মাত্র, এখন মানুহ-দুনুহেৰে ভৰা দপ্‌দপীয়া গাঁও মৰিশালী হৈ পৰিল। সৰহভাগ ঘৰেই জুইত জাহ গ'ল। ভঁৰালবোৰৰ ঠাইত ছাইৰ দম। তিনি চাৰি বছৰ জোৰা গুটিধানৰ কিছুমান ভঁৰালৰ পৰা এতিয়াও ধোঁৱা ওলাই আছে। বগা বগা পকাই পকাই ওপৰলৈ উঠি যোৱা ধোঁৱাবোৰ চাই তাইৰ চকুত ভাহি উঠিল সিহঁতৰ ভঁৰালটো। অনায়াসে এবছৰ জোৰা গুটি ধানৰ ভঁৰালটোত দম্‌দম্‌কৈ জুই জ্বলা তাই আৰু মণিয়ে কল-ঠক্ৰবাৰ মাজৰ পৰা চাই আছিল। ভঁৰালটোৰ পৰাও এনেকুৱাকৈ পকাই পকাই বগা ধোঁৱা ওলাই আছেনে, নে কেতিয়াবাই এদ'ম ছাই হ'ল। বৈশ্যৰ পাছে পাছে তাই চিনাকি ৰাস্তাটোত ভৰি দিলে। আধাপোৰা ঘৰবোৰৰ মাজে মাজে তাই গৈ থাকিল। সিহঁতৰ চুবুৰিটোত প্ৰথমতেই আহল-বহল চৌহদেৰে ৰতি সাহাৰ ঘৰটো। ভৰুণ তামোল-পাণৰ বাৰীৰ ছাঁয়াত থকা ঘৰটোৰ একাংশ পুৰি গৈছে, বাৰীৰ লাগনি গছবোৰ যেন এজাক ঘূৰ্ণি বতাহে পকাই পেলালে। মাটিত শুই থকা গছবোৰেৰে ঘৰটো দেখি তাই অলপ ৰ'ল, বৈশ্যও ৰৈছে। ঘৰটোৰ ভিতৰফালৰ পৰা হাতত টোপোলা এটা লৈ আদহীয়া মানুহ এজন ওলাই আহিলে। বুঢ়া-বুঢ়ীৰ পুতেক, মাজুজন। তেওঁৰ গাত চাতি মাৰি লোৱা ধুতী, হাতৰ কুশ বনৰ ঢাৰি চাই তাইৰ মুখৰপৰা এষাৰ কথাই ওলাল, 'দিদা-দাদু।' বৈশ্যইও প্ৰায় ওপৰা-ওপৰিকৈ সুধি পেলালে, 'বুঢ়া-বুঢ়ীৰ...'। উত্তৰত মানুহজনে মাটিত বহি পৰি হুকহুকাই কান্দিবলৈ ধৰিলে। তাইৰ আকৌ সেই তন্দ্ৰা আহিছে, কেউফালৰ ৰ'দ যেন ঢেলা পৰি আহিছে। তাইৰ চকুৰ আগত ভাহি উঠিছে ক'লা ক'লা ফুটফুটীয়া দাগ পৰা আঁক-বাঁক পৰা ঢিলা ছাল এখনেৰে মেৰাই থোৱা যেন এখন হাত, হাতখনে তাইৰ মুখত হাত ফুৰাই দিছে, সম্পূৰ্ণ বগা চুলিৰ মাজৰ ৰঙা সেন্দূৰ, এখন কাণ জুৰি থকা এটা চালি ধৰি থকা ম'ৰা চৰাই। তাই বহু দূৰৰপৰা যেন দুজন মানুহে কথা পতা শুনিছে। শব্দবোৰৰ লগে লগে তাই দিন-দুপৰীয়া, অসময়ত নামঘৰে নামঘৰে দবা বজাৰ শব্দ শুনিলে। মানুহৰ হুৰা-দুৰা লাগিল। বাত-বেমাৰী বুঢ়া-বুঢ়ীহালক আপদীয়া পুতেকে হাতত ধৰি চোঁচোৰাই

নিয়াদি নিছে। মানুহবোৰ চিকাৰীয়ে খেদা হৰিণৰ পালৰ দৰে পলাইছে। বাত বেমাৰী বুঢ়া-বুঢ়ীহালে দৌৰা দূৰৈৰ কথা, ভালকৈ খোজেই দিব নোৱাৰে। তিনি টুকুৰা কৰি কাটি পেলালে বুঢ়া-বুঢ়ীক। মানুহজনে আঙুলিয়াই দিলে, 'সৌখিনিতে...।' শিমলুজোপা কাটি পেলোৱা লাগনি গছবোৰৰ মাজত মূৰ দাঙি উদ্ধতভাৱে থিয় দি আছে। মানুহজন আজিয়ে যাবগৈ। ইয়াত আৰু নাথাকে। তেওঁ টোপোলাটো মেলি দিলে, 'মাৰ আৰু দেউতাৰ চিন স্বৰূপে ইয়াকে নিবলৈ আহিলোঁ।' তাই টোপোলাটো এক লহমাৰ বাবেও চাই বুজিলে দিদা-দাদুৱে প্ৰতিদিনে পূজা কৰা ৰূপৰ কৃষ্ণৰ মূৰ্তিটো। তাই সেৱা এটা কৰিলে। মানুহজন উঠি জপনামুখ পাওঁতেই মানুহ এটা পাছফালৰ পৰা দৌৰি আহিল। চিনাকি মুখ, ৰঘু। তাই লম্বোদৰৰ লগত বিয়া হোৱাৰ আগৰেপৰা ৰঘুক চিনি পায়। ৰঘুৰ কেও-কিছু নাই! সি অলপ বেঙা যদিও বুদ্ধিহীন নহয়। লেবাই-লেবাই কোৱা কথা-বতৰা, ফেৰেকা ভৰিকিটাৰে কঢ়া লৰক-ফৰক খোজকিটাৰে প্ৰথম দৃষ্টিত ৰঘুক সম্পূৰ্ণ বুদ্ধিহীন মানুহ যেনেই লাগে। পিছে তাক যিয়েই এবাৰ কামত লগাই সিয়েই বুজি পায় বেঙা চেহেৰাটোৰ আঁৰত এক ধৰণৰ বুদ্ধি আছে। মণিৰ দেউতাকে তাকেই প্ৰায়ে হাজিৰা কৰিবলৈ মাতিছিল। এবাৰ চিমেণ্টৰ ফিল্টাৰ এটা কাঠ দুডালেৰে ইটা ভৰাই-ভৰাই অকলেই সি এনেকৈ বহুৱাই দিলে যে মণিৰ দেউতাকে কথাটো বহুদিনলৈকে কাৰোবাক কাৰোবাক কৈ আছিল। ৰঘুৱে য'তে মন যায় ত'তে পৰি থাকে। কুকুৰ এটাক যিমানকণ ঠাই লাগে, তাকো সিমানকণ ঠায়েই লাগে। মানুহ নোহোৱা হোৱা পোৱা গাঁওখনত এতিয়া ৰঘু বেঙা একছত্ৰী সম্ৰাট। সি এইকেইদিন ৰতি সাহাৰ আধাপোৰা গোসাঁই ঘৰটোত থাকিবলৈ লৈছে।

সি আহি সাহাৰ ভৰিত পৰি কুঁ-কুঁৱাবলৈ ধৰিলে। তাৰ পাছত সি তেওঁৰ হাতত সৰু টোপোলা এটা তুলি দিলে। টোপোলাটো ভালকৈ বন্ধা নাছিল, মাটিতে বস্তুবোৰ পৰি গ'ল। হাতীদাঁতৰ মূৰ্তি, তামৰ কোষা-অৰ্ঘা, ৰূপৰ বাচন। সি লেবাই-লেবাই বুজাই দিলে, এইখিনি বস্তু ৰক্ষাৰ কাৰণেই সি এইকেইদিন গোসাঁই ঘৰত শুই আছেহি। বস্তুখিনি হাত পাতি লৈ মানুহজনে কেনিও নোচোৱাকৈ যাবলৈ ধৰিলে।

তাই বননিতে বহি দিছে। ৰঘুৱে কলপাত এখনত চাৰি-পাঁচটামান পকা মালভোগ কল আনি দিলে, বাটি এটাত পানী। কলকিটাৰ গোট তাইৰ চিনাকি। মণিৰ দেউতাকেই পুলিটো আনিছিল, দিদাই তাইৰ পৰা পুলি এটা নিছিল। নাখাওঁ নাখাওঁ বুলিয়ে তাই কল দুটা খাই পেলালে। ৰঘুৱে সিহঁতৰ ওচৰতে বহি কান্দি উঠিল। সদায় মুখত বেঙা হাঁহি এটা লৈ কাম কৰি থকা ৰঘুৰ মুখৰ কান্দোনখিনি বৰ কিবা কিবা লাগিল তাইৰ। ৰঘুৰ লেবাই-লেবাই কোৱা কথাবোৰ তাইৰ শুনি থাকিবলৈ অসহ্য লাগিছে। তথাপি সি কৈয়ে আছে, মাজে মাজে অদ্ভুত ধৰণৰ এক কান্দোনত তাৰ মুখখন বেঁকা হৈ যায়। ৰঘুৱে ৰ-টো উচ্চাৰণ কৰিবে নোৱাৰে, ল হৈ যায়, কেতিয়াবা ৰ-টো ন হৈয়ো পৰে, তই, তুমি, আপুনিৰ কোনো ঠিক-ঠিকনা নাই। এতিয়া আৰু হৈছে। তাৰ চিন্তা, শব্দ চৰ খেলি-মেলি হৈ গৈছে। সি মণিৰ মাকৰ গাতে গা লগাই বহিব খুজিছে, বহুদিনৰ মুৰব্ব গৃহস্থক দেখা কুকুৰ এটাৰ

দৰে কৰিছে সি।

'মলি মা! মলি বাবা!... মই ইচকুলত আছিলোঁ, লাতি ইমান ইমান মানুহ, মুখ নাই...।

'মুখ নাইকিয়া মানুহ দেখিছিলি তই?' বৈশ্যাই কঁকালৰ তাবিজটো খেপিয়াইছে।

'নাই, চকু নাই, মূল নাই, ক'লা, ক'লা কাপোল... নামঘলত দবা, লাতি দবা, দুম দুম দুম, নামঘলতো মানুহ... মূল নাই, চকু নাই, মই পুখুলীত, বল নামঘলত পুখুলীত, মূলল ওপলত মেটেকা। জুই লগালে, মলি মা, কিবানী আৰু কিবানী দেউতাক, তইঁতল ঘলত জুই। লাতিপুৱা কুকুল আৰু শিয়াল, পোলা গ'লে মাছ, ক'লা।' সি হাওঁ হাওঁকৈ কান্দিছে। ঠিক কান্দোন নহয় এক ধৰণৰ গেঙনি, 'দাদু... দিদা, শিমলু গছল তলত, বুলা-বুলীৰ মূল... ছাগলী মূল, বীনেন কচাইল দোকান... লণ্ডা লণ্ডা তেজ।'

তাই ভেকেটা-ভেকেট গোন্ধাই থকা মানুহটোক পানীত পৰা মানুহে ফুটা সাবটা দি সাবটি ধৰিব খুজিছে। বেঙাই চব দেখিছে। 'ৰঘু, তই দেখিছিলিনে দেখিছিলিনে মণিৰ দেউতাকক?'

ৰঘু মনে মনে আছে। সি তললৈ মূৰ কৰি কিবা এটা মনত পেলাব খুজিছে।

'মলিল দেউতাক...।'

'অঁ ৰঘু, মণিৰ দেউতাক, হয় ৰঘু, মলিল দেউতাক।' তাই ক'ব নোৱাৰাকৈয়ে ৰঘুৰ মাতষাৰকে মাতি পেলালে।

'মলি বাবা, সুভাষ মাচতল পহলা পাটীত..।'

'হয় ৰঘু, মণিৰ দেউতাক, সুভাষ মাষ্টৰ সেইদিনা পহৰাত আছিল।'

'পহলা পালটি দলনল ওচলত, দলনেদি মানুহ, মূল নাই, চকু নাই।'

'তাৰ পাছত ৰঘু, তাৰ পাছত কি হ'ল?'

'মাষ্টলত টিছন-ছলিয়ে নামঘললৈ নিলে, চাল, চাল আমি আপোনাক মলিবলৈ নিদি, টিছন-ছলিয়ে মলিৰ বাবাক লৈ গল। মাষ্টলক নামঘলত কেলাছিন, জুই। টিছন-ছলিক মলি বাবাই গালি, চিঞৰি চিঞৰি গালি। দলনত মানুহ... মূল নাই... চকু নাই... মলি বাবাক জুই...।' ৰঘুৱে মাটিত বাগৰি মুখ ঢাকি গেঙাবলৈ ধৰিলে, 'মলি বাবা, মাচতল... নামঘলত জুই... দলনত মানুহ... মূল নাই... চকু নাই...।' ৰঘুৰ এনেই অলপ অস্বাভাৱিক মুখখন বিকৃত হৈ পৰিছে, সি মণিৰ মাকক সি দেখা চব কথা ক'ব খুজিছে। এফেকিটা কথাকে বাৰে বাৰে কৈ মণিৰ মাকক বহুত কিবা-কিবি ক'ব খুজিছে। 'তইঁতল ঘলত জুই... দাদু-দিদাল মূল... ছাগলী মূল... লণ্ডা লণ্ডা তেজ।' তাৰ চকুকিটা এক অদ্ভুত ভয়ত বিস্ফোৰিত, 'মানুহ, বহুত মানুহ... মূল নাই, চকু নাই, মুখ নাই... ক'লা কাপোল।'

বৈশ্য আহি তাইৰ ওচৰ পালেহি, 'ব'ল, বেগতে ব'ল, এইখন প্ৰেতৰ গাঁও হ'ল অ' মণিৰ মাক, ইয়াত কোনো নাথাকে, শুনা নাই, ৰঘুৱে কি কয়, মুখ নাইকিয়া মানুহ, ওলাব বুজিছ, ৰাতি হ'লেই ওলাব, তাক ইমানকৈ ক'লোঁ গামোচা এখন থ', নুশুনিলে, বঙালক বচাবলৈ যায়, গামোচা থৈনো মোৰ কি হ'ল? জুয়ে কি চিনি পাই, দহি পেলালে, চব দহি

পেলালে। দুটা ল'ছালি প্ৰেতপুৰীত থ'লোঁ, বাকীকিটাক...।' তাই তেওঁৰ লগত খোজ মিলাব পৰা নাই। এইবাৰ মানুহটো বৈছে। তাহাঁতৰ ঘৰখন, লম্বোদৰৰ হাতৰ কামেৰে ফুলে-তেতেলীয়ে গাঁওখনৰ ভিতৰতে উজ্বলি থকা সেই ঘৰখন, পুৰি ছাই হৈ গ'ল। তাই আধাপোৰা জপনাখনত হাত দিব খুজিলে। মামণিৰ দেউতাকে তাইৰ হাততে ধৰিলে, 'নোসোমাবি, নোসোমাবি বুলিছোঁ নহয়, তাতে দুটা মানুহ, ঘৰৰ ভেটী এৰি নাযায়, নোসোমাবি বুলিছোঁ, গাতে লাগি আহিব।' তাইক মানুহটোৱে চোচোঁৰাই নিয়াদি নিছে, 'ব'ল ঔ, বেগতে ব'ল, আৰ্মিৰ গাড়ী উভতি যাব এতিয়া, নাচাবি সেইফালে, ঘূৰি নাচাবি, গাতে লাগি আহিব।'

তাইৰ এনে লাগিল যেন ৰঘু বেঙা আৰু মামণিৰ দেউতাকৰ কথাবোৰ একে। মাত্ৰ ৰঘুৱে ৰ-টো ক'ব নোৱাৰে, মামণিৰ বাপেকে পাৰে।

৮

শিবিৰলৈ মুখ্যমন্ত্ৰী আহিব। পায়খানা-পেচাব চাফা কৰা হৈছে, অ'ত-ত'ত চূণ দিয়া হৈছে, ফেনাইল ছটিউৱা হৈছে, ভাতৰ লগত মাছ আহিছে, চিকিৎসাৰ বাবে ডাক্তৰ, ঔষধ। মুঠতে শিবিৰত এটা উৎসৱমুখৰ পৰিৱেশ। মণিয়েও মূৰ আঁচুৰি কাপোৰ-কানি পিন্ধি ইফালে-সিফালে দৌৰা-দৌৰি কৰি ফুৰিছে। মানুহবোৰে জুম বান্ধি-বান্ধি একেবোৰ কথাকে আলোচনা কৰি আছে। মুখ্যমন্ত্ৰীয়ে হাত খুলি দিব। প্ৰত্যেক ঘৰ মানুহকে এবান্ধকৈ টিন-পাত আৰু পাঁচ হাজাৰকৈ টকা দিব। আজিয়ে দিব, মুখ্যমন্ত্ৰীয়ে হাতে হাতে দিব। সঁচাকৈয়ে ট্ৰাকত চক্‌চকীয়া বগী টিন আহি গ'ল। মানুহবোৰে ঘৰলৈ যোৱাৰ কথা ভাবিছে। টিন যেতিয়া আহিল পাঁচ হাজাৰ টকানো নাহিবনে? শিবিৰবোৰৰ অলপ দূৰৈৰ মুকলি পথাৰত মানুহবোৰ জমা হৈছে। অলপ পাছতে হেলিকপ্টাৰ আহিব। প্লাষ্টিকৰ কাপোৰৰ ঘৰবোৰ গোটেইবোৰেই খালী।

তাই আঁঠুত মূৰ গুজি বহি আছে। গাটো ৰাই-জাই কৰি আহিছে। বৈ বৈ এটা বিষ উঠি আহিছে। বিষটো ক্ৰমে বাঢ়ি আহিছে। তাই পেটটোত হাত দি চালে, কেইবাদিনো ধৰি একে। সাৰ-সুৰ নাই। বাঁহৰ খুঁটা এটাতে আঁউজি তাই বহি থাকিল। তাই কেঁকাবলৈ ধৰিলে। তাইৰ চাৰিওফালে আকৌ এখন ফুটছাই বৰণীয়া কাপোৰ। বহুত দূৰৰ পৰা তাই মাত এষাৰ শুনিছে, 'মালতী, তই এনেখন নকৰিবিচোন...,' এখন শীৰ্ণ হাতে তাইৰ কপালখনত হাত ফুৰাই দিলে, কাণ এখন জুৰি থকা, এটা চালি ধৰি থকা ম'ৰা চৰাই, দুপাত শাখাত লাগি থকা এটা নাৰিকল তেলৰ গোন্ধ, মানুহ এটাৰ অদ্ভুত গেঙনি, কাষ চাপি আহিছে দবাৰ শব্দ...। তাইক যেন কোনোবাই দাঙি ধৰিছে।

তাই যেতিয়া চকু মেলিলে, তাইৰ নাকত লাগিল ঔষধৰ গোন্ধ। শিবিৰৰ অস্থায়ী চিকিৎসালয়ত তাইৰ এজনী মৰা ছোৱালী হ'ল। তাই উঠি বহিল, গাটো পাতল-পাতল লাগিছে। ছোৱালী এজনীয়ে তাইক সুধিলেহি, 'ম'ৰা বাচ্ছাটো চাব নে, জামাদাৰে লৈ যাব?' তাই বৰ লাহে লাহে ক'লে, 'ল'ৰা নে ছোৱালী আছিল?'

'ছোৱালী, বেবীটো মেচিঅৰ হৈছিলেই।'

'এবাৰ চাম তাইক।' নাৰ্ছজনীয়ে গাম্‌লা এটাত কেঁচুৱা এটা লৈ আহিল। ভিজি থকা এমূৰ ক'লা চুলি, অকণ অকণ হাত-ভৰিৰে অকশমান ছোৱালী এজনী। গাত একো নাই। গাৰ বৰণটো নীলা পৰি আহিছে, জঠৰ হাত-ভৰিবোৰৰ ছাল কোঁচ খাই পৰিছে। তাই হাত মেলি ছোৱালীজনী এবাৰ চুই চালে, চেঁচা। ঠিক শিল এটাৰ দৰে। গাম্‌লাটোৰে সৈতে ছোৱালীজনী মানুহ এটাই বাহিৰলৈ লৈ গ'ল। তাই আঁঠুত মূৰ গুজি বহি থাকিল। তাইৰ

চকুহাল শুকান, ৰঙা বালি সোমোৱাৰ দৰে খচ্‌মচাই আছে।

তিনি দিন থকাৰ পাছত তাই অস্থায়ী চিকিৎসা শিবিৰটোৰ পৰা ওলাই আহিল। আহি তাই মূৰ তিয়াই গা ধুলে। বহু দিন তাই এনেকৈ গা ধোৱা নাছিল। গাটো ধুই তাইৰ পাতল-পাতল লাগিল। চুলিখিনি আঁচুৰি তাই সেওঁতাত সেন্দূৰ অকণমান ল'বলৈ মামণিৰ মাকৰ ওচৰলৈ যাব বুলি ভাবি বৈ গ'ল। তাইৰ কাণত বাজি উঠিল ৰঘু বেঙাৰ ৰ নথকা শব্দবোৰ...। 'মলি বাবা পুখুলীল পলা নামঘল... মূল নাই, চকু নাই, মলি বাবাক...' তাইৰ গাটোৰ ভিতৰত পাক খাই উঠিল এটা বেঙা মানুহৰ অদ্ভুত গেঙনি। মূৰৰ পৰা ভৰিলৈকে গেঙনিটো নামি যায়, আকৌ ভৰিৰ পৰা উঠি আহে। তাই সেওঁতাটো ঢাকি চুলিখিনি পাছফাললৈ গোটাই গোটাই বান্ধি পেলালে। ঘন, ক'লা চুলিৰ মাজত বগা সেওঁতাটো ঢাক খাই পৰিল। কাপোৰ ধোৱা চাবোনৰ পানী চকুত সোমোৱাৰ বাবেই চাগে তাইৰ চকুহাল পুৰিছে। চাদৰৰ আঁচলেৰে চকুহালত মুখৰ পৰা নি গৰম বতাহ অলপ দি দি তাই যেন অকণমান তত পালে।

বাহিৰৰ হুলস্থূল লাগি পৰিছে। এই ধৰণৰ হুলস্থূল লাগিয়ে থাকে। কালি এখন লাগিল পৰিয়ালৰ সকলো নোহোৱা হৈ বাকী থকা আইতাক আৰু নাতিনী ৰুণুক লৈ। ৰুণু সোতৰ বছৰীয়া উঠন ছোৱালী। তাই আবেলি মূৰ মেলাই দীঘল বেণীডাল আগফালে লৈ শিবিৰৰ দুৱাৰমুখত বৈ থাকে। তাইৰ বয়সটোৱেই এনেকুৱা। এই মুহূৰ্তত কান্দিলে, পাছ মুহূৰ্ততে হাঁহিব পাৰে। তাই শিবিৰৰ পচা চাউলৰ ভাত খায়ো ফুলৰ দৰে ফুলি উঠিব পাৰে। কাৰোবাৰ পৰা মিঠাতেল অকণ খুজি টেমাৰ সাঁফৰ এটা চাকি কৰি ফটাকানিৰ শলিতা জ্বলাই কলপাতত কাজল বনাব পাৰে, সেই কাজলেৰে চকু সজাব পাৰে। এই ৰুণুক লৈয়েই হুলস্থূলখন বাঢ়িছে। যোৱাকালি ৰাতি তাই শিবিৰত আইতাকৰ লগত শুই আছিলে। প্লাষ্টিকৰ ফটা বেৰাইদি হেনো মাজনিশা দুটা ল'ৰাই সোমাই আহি তাইক বাহিৰলৈ দাঙি নিছিলে। মানুহকিটা কোন তাই চিনি নাপালে, চিএৰ-বাখৰ কৰাত তাইক পেলাই থৈ গুচি গ'লগৈ। আজিও সেইখন হুলস্থূলৰে জেৰ টানিছে।

ক্ৰমে শিবিৰত ৰাজহুৱা পাকঘৰবোৰ নাইকিয়া হ'ল। সপ্তাহত মানুহ হিচাপ কৰি চাউল দি দিয়ে, মানুহবোৰে নিজে ৰান্ধি খায়। আগতে চাউলৰ লগত দাইল আছিল, গমৰ গুড়া আৰু এবিধ তেলো আছিল। গমৰ গুড়া আৰু এই তেলবিধ বোলে বিদেশৰ পৰা পঠাইছিল। মণিয়ে এই গমৰ গুড়াৰ খিচিৰি ৰান্ধি দিলে বৰ ভাল পাইছিল। চাউল দিবৰ সময়তে সদায় এখন হুলস্থূল লাগে। চাউল বেয়া, ভাগত কমকৈ পৰিছে। সদায় হোৱা হুলস্থূলবোৰৰ লগতে আন আন গণ্ডগোল বাঢ়ি আহিছে।

গাঁত পায়খানাবোৰ কেতিয়াবাই নোহোৱা হ'ল, তাৰ ঠাইত এতিয়া এখন খেপ্‌খেপীয়া গুবনি, ওপৰত ৰ'দ দিলে ক'লা চামনি এটা পৰে, বৰষুণ দিলে বোকাৰ দৰে বিষ্ঠাবোৰ আকৌ ওলাই পৰে। সৰ্বত্ৰ এক বিষ্ঠাৰ গোন্ধ বিয়পি থাকে। গুবনিখনত এবিধ বগা বগা পোক হৈছে। অকণমান বৰষুণ দিলেই জাকে জাকে পোকবোৰ বিয়পি পৰি গোটেইখন

কিল্‌বিলাই থাকে। চালিবোৰৰ প্লাষ্টিকবোৰ ফুটিছে, ৰ'দ-বৰষুণ একোকে ৰক্ষা নকৰে। শিবিৰৰ আধা মানুহ গৈছেগৈ, থকাখিনিক বেমাৰে ধৰিছে। এবাৰ তেজ হাগনী হ'ল, এবাৰ বমি-পায়খানা, এবাৰ জ্বৰ।

মামণিৰ দেউতাকহঁত পুৰণি ভেটীলৈ উঠি গ'লগৈ, একেবাৰে শোৱালকুছিৰ পিতৃভিঠা। দাদু-দিদা নোহোৱাৰ পাছত সাহা পৰিয়াল বেংগললৈ উঠি গ'লগৈ। সুভাষ মাষ্টৰৰ পৰিয়াল কোচ-বিহাৰলৈ গ'লগৈ, মাষ্টৰণীৰ মাকৰ ঘৰ তাতে। তাই শুনিছে আনকি গাঁওবুঢ়ায়ো সেইখন গাঁও এৰিলে, চহৰত মাটি-ঘৰ কৰিছে। শিৱানীহঁতৰ পৰিয়াল শিলিগুৰিত, তাতে নতুনকৈ ব্যৱসায় আৰম্ভ কৰিছে। গোটেই গাঁওখনতে আঙুলি মূৰত লেখিব পৰা মানুহ আছেগৈ। এতিয়া সেইখন আধাপোৰা গাঁৱত কেৱল ৰ ক'ব নোৱাৰা মানুহটো গেঙনি তুলি তুলি ঘূৰি ফুৰে। তাই চব গম পাই আছে, ডাৰৰ বাতৰি ডাৰে পাই আছে। তাই চিন্তা কৰি আছে ক'লৈ যায়? মানুহটোৰ কোনোদিনে নেদেখা ঘৰখনলৈ তাই কি সতেৰে যায়? বিজতৰীয়া ছোৱালী তাতে বিধৱা। তাইক ৰাখে কোনে? মামণিৰ মাক-বাপেকে শোৱালকুছিলৈকে যোৱাৰ কথা কৈছে। মানুহটোৰ নিজৰে মূৰৰ ওপৰত একো নাই। তথাপি কৈছে যে। যাব নেকি তাই মণিক হাতত ধৰি মৌজাদাৰৰ ঘৰলৈকে? পৰি থাকিবলৈ চুক এটা, খাবলৈ এৰেহা এমুঠি নাপাবনে তাই? কি বুলি পৰিচয় দিব? কেম্পৰ চাউলমুঠি সিজাই মণিক খাবলৈ দি তাই বাকীখিনি সময় আঁঠুত মূৰ গুজি পৰি থাকে। শব্দ এটা শুনিবলৈ অলপ পৰ তেনেকৈ পৰি থকাৰ পাছত তাই সদায়ে কল্‌মটিয়াবলৈ ধৰে। তাৰ পাছত আৰম্ভ হয় চকুৰ আগেদি অহা-যোৱা কৰি থকা ছবিবোৰ। হাতীত উঠি গৈ থকা এজনী গাভৰু, তৰাণিৰ মাজত পৰি থকা ডেকা এটা, গোটা গাটোত দখনা এখন পিন্ধি হাঁহি থকা ছোৱালী এজনী, কেঁকাই কেঁকাই বিছনাত পৰি থকা মানুহ এজনীক পেলাই থৈ ধাই বিচাৰি ওলাই যোৱা ভয়-ভীত নোহোৱা মানুহ এটা। যিমানে তাইৰ চকুহাল জাপ খাই পৰে, সিমানে তাই ছবিবোৰ বেছি স্পষ্টকৈ দেখিবলৈ আৰম্ভ কৰে। কুঁহিয়াৰণিৰ পাতল আন্ধাৰৰ মাজত ভৰিত লাগি ছিটিকি পৰা এফাল কেঁচুৱাৰ কোমল দেহ, দুটা অদ্ভুতভাৱে ধুনীয়া আৰু ভয়ংকৰ চকৰী, তেজ লাগি থকা দুটামান বগা মুৰগী পোৱালী, গাম্‌লা এটাত এজনী জঠৰ নীলা পৰা ছোৱালী। প্ৰায়ে তাই মানুহজনীৰ পৰা গাম্‌লাটো কাঢ়ি লয়, দৌৰি দৌৰি তাই আছাৰ খাই পৰে টান টান হাতেৰে মানুহ এটাৰ গাত, তাই স্পষ্টকৈ শুনে খহটা মাতষাৰ, 'এনেখন নকৰিবিচোন মালতী, এনেখন নকৰিবি।' গাম্‌লাৰ পৰা ছোৱালীজনী উঠি আহে, বতাহত কঁপি উঠে এমূৰ ক'লা চুলি। প্ৰয়ো মণিয়ে তাইক জোকাৰি জোকৰি উঠাই দিয়ে— 'মা, মা ঐ। তই হাঁহিছ কিয়?' 'মা, এনেকৈ কান্দিছ কিয়?' 'মা, চিঞৰিছ কিয়?' তাই ক'ব নোৱাৰে। মণিয়ে গম পাই, মাকক চবেই আধাপাগলী বুলি ক'বলৈ লৈছে। সি আজিকালি খেলা-ধূলা কৰি নুফুৰে, মাকৰ ওচৰে-ওচৰে থাকে।

মণিৰ সেইদিনা বৰ ভোক লাগিছিল। মাকে ঠেলা-হেঁচাৰ কোবত চাউল নাপালে। সি খৰি, পাই যদি ঢেঁকীয়া-কচু এমুঠি বিচাৰি গৈছিল। সি কেতিয়াবা কেতিয়াবা কামো বিচাৰিবলৈ

লৈছে। সি দোকানে-পোহাৰে কামৰ কথা ক'লেই 'ভাগ, পোৱালী, কি কাম কৰিবি' বুলি খেদা ধৰে। তথাপি সি এদিন হোটেলত গিলাচ-বাটি ধুই এসাঁজ ভাত, দোকানত এবস্তা পিয়াঁজৰ পৰা গেলা পিয়াঁজ বাছি পাঁচ টকা উপাৰ্জন কৰিছিল। ভোকত ৰ'ব নোৱাৰি সি সেই শিবিৰৰ একেবাৰে শেষৰ ফালে থকা ছোৱালী কিজনীৰ ফালে গৈছিল। সেইফালে তাক যাবলৈ মানা কৰা হৈছে। এদিন কৌতূহলবশতঃ সেইফালে যোৱাৰ বাবে ৰন্টু আৰু সি মামণি বাইদেউৰ দেউতাকৰ হাতত মাৰ খাইছিল। মণিয়ে জানে সেই ছোৱালী কিজনীৰ কাম কৰি বিজয়, কুলু, যোগেনহঁতে পইচা উপাৰ্জন কৰিছে। সিহঁতৰ গাৰ চোলাও ফটা নহয়, সিহঁত ভোকতো নাথাকে। মণি এখোজ-দুখোজকৈ সেইখিনি পাইছিলগৈ। তেতিয়া গধূলি লাগো লাগো হৈছিল। সি ৰৈ আছিল। এটা মানুহ নীলা প্লাষ্টিকৰ চাল আৰু চাটাইৰ বেৰাৰ ঘৰ এটাৰ পৰা ওলাই আহি তাৰ হাতত তিনিখন দহটকীয়া ন'ট দি পোনে পোনে আঙুলিয়াই দিলে। মণিয়ে একো নুবুজি ৰৈ থাকিল। বিজয় আহি তাৰ ওচৰত থিয় হ'লহি, 'কি হ'ল বে? বাবুৰ মাল আনি দে জলদি।'

'মাল? কি মাল?' মণি আচৰিত হৈছে। ইতিমধ্যে কুলু আৰু যোগেনো আহি সেইখিনি পালেহি।

'বুদ্ধু।' কুলুৱে তাক তিৰস্কাৰ কৰিলে।

'নতুনকৈ লাইনত আহিছে, লাহে লাহে চব শিকি যাব।' বিজয়ে ডাঙৰ মানুহে কোৱাদি বৰ গহীনত কথাষাৰ ক'লে।

'যা মণি ভায়া, সৌ দোকানখনৰ পৰা এক পেকেট পেপচী আনি লতা দিদিৰ ঘৰত বেৰাৰ ফাঁকেদি সুমুৱাই দিবি।'

'খবৰদাৰ পোৱালী, বেৰাইদি ভিতৰলৈ নাচাবি, বাবুবোৰৰ মৌজৰ সময় এতিয়া।' যোগেনৰ কথা আৰু বেছি ডাঙৰ মানুহৰ দৰে।

'পেপচী?' মণিৰ কথাত বিজয়ৰ বৰ খং উঠি গ'ল।

'মাৰ খাবি তই লতা দিদিৰ হাতত।' বিজয়ে মণিক হাতত ধৰি শিবিৰ বহা পথাৰখন পাৰ কৰাই ৰাস্তালৈ লৈ গ'ল। ৰাস্তাৰ দাঁতিত এখন পাণ-তামোলৰ দোকান।

'চা, সৌফালে চা।' বিজয়ে মণিক দোকানখনৰ পাছফালখিনি দেখুৱাই দিলে। বিজয়ৰ নিৰ্দেশমতে পাণ দোকানখনৰ পাছফালে চাই দেখিলে এটা গাঁতত এগাঁত হৈয়ো চাৰিওফালে সিঁচৰতি হৈ পৰি আছে ক'লা, নীলা, সেউজীয়া, বগা এসোপা প্লাষ্টিকৰ বেগ।

'সেইবোৰ পেপচীৰ পেকেট বুজিছে।'

বিজয়ে মণিক দুটা তৰল পদাৰ্থৰে ভৰা পলিথিনৰ মোনা কিনি দিলে। সি শিকাই দিয়া ধৰণেৰে মণিয়ে সেইকিটা প্লাষ্টিকৰ নীলা কাপোৰেৰে সজা দুৱাৰখনৰ তলৰ এৰাই যোৱা টুকুৰাটোৰ মাজেৰে থৈ আহিলগৈ। তাৰ হাতত থাকিল এখন পূৰা দহটকীয়া নোট। বিজয়ে তাক সৰু সৰু চালিবোৰ এখন এখনকৈ পৰিচয় কৰাই দিলে। এক নম্বৰ লতা দিদি, দুই মেনকা, তিনি ৰুমি, চাৰি ৰাণী, পাঁচ জবা, ছয় সীতা, সাত গীতা। বিজয়ে তাৰ শিকাৰ

প্ৰমাণ চাবলৈ মণিক সুধিলে, ‘তই এতিয়া কাক পেপচী দি আহিলি ক’চোন?’

মণিয়ে ঘৰবোৰ গণ্তি কৰি গ’ল, এক, দুই, তিনি,... পাঁচ নম্বৰ চালিখনৰ দুৱাৰখনৰ তলখন এৰোৱা। তাৰ পাছত হাঁহি মাৰি কৈ উঠিল, ‘জবা দিদি।’

‘ঠিক, তই এই লাইনত আমাতকৈয়ো ওস্তাদ হবি।’

মণি আৰু বিজয়ে দেখিলে চুটি চুলিৰ এটা হটঙা মানুহ আহি ৰৈছেহি। বিজয়ে মণিক কাণত ফুচ্‌ফুচাই ক’লে, ‘এইটো ফৌজৰ মানুহ, এই লাইনৰ চবতকৈ ভাল কাষ্টমাৰ।’ মানুহটোক সি তিনি নম্বৰ খুপৰীটোলৈ লৈ গ’ল। সোমোৱাৰ আগতে মানুহটোৱে তাক টকা দহটা দিলে। আৰু এটা ক’লা শকত পাইজামা-পাঞ্জাবী পিন্ধা মানুহ আহি থিয় হ’লহি। বিজয়ে মণিক হেঁচুকি দিলে, ‘যা মণি, এক নম্বৰত লৈ যা।’ মণিয়ে মুখেৰে একো নামাতি মানুহটোক মাতিলে। এক নম্বৰৰ লতা দিদিয়ে ওলাই আহি মণিক মৰম কৰি টকা দুটা দিলে। মানুহটোৱেও পাঁচ টকা দিলে। সোতৰটা টকা লৈ মণিৰ মনত পৰিল এবস্তা চাউল বাছি পোৱা টকা পাঁচটালৈ। মণিয়ে দেখিলে যিমানে ৰাতি হৈ আহিছে, বিজয়হঁতৰ দৌৰা-দৌৰি আৰু কামায়ো বাঢ়ি আহিছে। সিও বিজয়হঁতৰ লগত দৌৰা-দৌৰি আৰম্ভ কৰি দিলে। সোনকালেই সোতৰটা টকা বাইছটা টকা হ’ল।

বিজয়ে মণিক সুধিলে, ‘তই এই পহিলা কামাইৰে কি কিনিবি।’

‘চাউল।’ মণিৰ চাফা উত্তৰ।

‘কেম্পত চাউল দিয়া প্ৰায় বন্ধই হৈছে। চাউল দি থাকোঁতে এই লাইনত কোনো বিজনেছেই নাছিল। চাউল যিমানে কমাই দিছে, এই লাইনৰ বিজনেছো বাঢ়িছে।’

‘তহঁতৰ সদায়ে এনেকৈ কামাই হয়?’

‘নচিবত থাকিলে হয় দে।’

‘তই স্কুললৈ গৈছিলিনে নাই?’ বিজয়, যোগেনহঁতক দেখি মণিৰ স্কুলখনলৈ মনত পৰিছে।

‘গৈছিলোঁ, তৃতীয় শ্ৰেণী পাইছিলোঁ, তাৰ পাছতে গোলমাল হ’ল।’

‘তোৰ দেউতা আছে?’

‘আছে, মাহে নাই, গোলমালত মা আৰু বাইদেউ মৰিল। দেউতাৰ ভৰিত গুলী লাগিছিল, ইয়াৰে ডাক্তৰে গুলীটো উলিয়াই দিলে, কিন্তু ভৰিখন পচিবলৈ আৰম্ভ কৰিছে, একো কৰিব নোৱাৰে। ভনী এজনী আছে।’ বিজয়ে অলপ আগতে পেপচী আনিবলৈ গৈ কিনি অনা মৰ্টন দুটাৰ এটা মণিক দিছে, ‘তোৰ গোলমালত কোন মৰিল?’

‘দেউতা নাইকিয়া হ’ল?’ মণিৰ চকুপানী ওলাব খুজিছে।

‘মা আছে?’ বিজয়ে মণিৰ কান্ধত হাতখন থৈছে।

‘চবেই কয় মা হেনো আধা-পাগলী হৈছে।’

‘কি কৰিবি? গোলমালৰ পাছত চববোৰ মানুহ আধা পাগল হ’ল। আমাৰ মাইনাও তোৰ মাৰৰ দৰে হৈছে, ভাই অনবৰতে কিবা-কিবি দেখুৱাই বকি থাকে। ভাই মা আৰু

বাইদেউক ...।' বিজয়ৰ মাতটো বহি গ'ল।

মণিয়ে দেখিলে মাক তাৰফালে আহি আছে। মাকে আহি তাৰ হাতত ধৰিলেহি, 'ব'ল।' সি মাকৰ লগে লগে গৈ থাকিল।

* * *

সেইদিনা ৰাতি মণিয়ে উপাৰ্জন কৰা টকা বাইছটাৰে ভাত খাই খাই তাই এটা সিদ্ধান্ত ল'লে। ল'ৰাটো লৈ তাই এই গুৱনিৰ পৰা ওলাই যাবগৈ। ভাত খাই মুখ ধোৱাৰ পাছতে বৰষুণ দিছিল। বৰষুণত সৰু সৰু নেজৰ বগা বগা পোকবোৰ সৰ্বত্ৰ বগাই ফুৰিছিল। মামণিৰ দেউতাকে এৰি যোৱা কেম্পখাটখনত মণিয়ে ক'ব নোৱৰাকৈ শুইছিল। তাই গোটেই নিশা মণিয়েই ক'ৰবাৰপৰা গোটাই অনা চাবোনৰ পেকিং বাকচ এটাত বহি সাৰে আছিল। তাইৰ মনত হঠাৎ এটা ভয় সোমাইছিল, এই কিল্‌বিলাই থকা শুৰ পোকবোৰৰ যদি এটাও ল'ৰাটোৰ গাত উঠে। বগাই বগাই য়দি কাণেৰে, নাকেৰে, উশাহ লওঁতে অলপ মেল খোৱা মুখেৰে পোক এটা ল'ৰাটোৰ ভিতৰলৈ সোমাই যায়। কি হ'ব? মম এডাল জ্বলাই তাই পিত্‌পিতাই চাই ফুৰিছিল বগা বগা পোকবোৰ, পলিথিনৰ মোনা এটা হাতত পিন্ধি লৈ তাই পোকবোৰ পিটিকি পিটিকি মাৰিছিল। পোকবোৰৰ গাৰ পৰা ওলাই অহা মাছৰ পেটুৰ দৰে লপথপীয়া পদাৰ্থবিধেৰে বিজলুৱা হৈ পৰিছিল তাই পিন্ধি থকা পলিথিনৰ মোনাৰ আবৰণ। তাই চকুৰে এটা টিপো মৰা নাছিল। এবাৰৰ বাবেও ছবিবোৰ তাইৰ চকুৰ আগলৈ নাহিল।

৯

চাউল প্ৰায় নোপোৱাই হৈ আহিছে। অলপ যিখিনি আছে মানুহে হেতা-ওপৰা লগায়। তাই আৰু মণিয়ে প্ৰায়ে এই হেতা-ওপৰাত সোমাব নোৱাৰে। সিহঁতৰ ভাগৰ চাউলখিনি প্ৰায়ে বুলেনে আনি দিয়ে। বুলেন শৰণীয়া মানুহ। ফেলানীক নিজৰ বুলি ভাবে। বুলেন কিনাৰামৰ লতা-পতা কিবা এটা হয়ো। সেই সূত্ৰেই সি ফেলানী আৰু মণিক নিজৰ বুলিয়ে জ্ঞান কৰে। বুলেনে তাৰ মাক নে আইতাকৰ পৰা ৰত্নমালাৰ, কিনাৰামৰ সাধু শুনিছে। বুলেনেই আগভাগকৈ তাহাঁতৰ ভাগৰ টিনপাতখিনিও গোটাই থৈছিল। পইচা সিয়ো নাপালে, মণিহঁতেও নাপালে।

বুলেন ভাল স্বাস্থ্যৰ ডেকা মানুহ, গাৰ বৰণ ৰঙচুৱা বগা, চকুহাল অলপ সৰু, নাক জোঙা, মূৰত চুলি, মুখৰ ডাড়িও ঘন। বুলেনহঁতৰ গাঁওখনৰ মানুহবোৰ সাধাৰণ বড়ো মানুহতকৈ অলপ চেহেৰা-পাতিয়ে বেলেগ। সিহঁতৰ গাঁওখন সম্পন্ন গাঁও। বুলেনৰ অৱস্থাও ভাল। খেতি-খোলা আছে। বছৰেকটো গৈয়ো কিছু ধান বেচিবও পাৰে। ঘৰতে কৰ্মী ল'ৰা বুলেনে মাছ-গাখীৰ, কণীৰ ব্যৱসায় কৰিও দুপইচা অৰ্জন কৰে। বুলেনে বিয়া কৰাইছে মাধব দাসৰ ভনীয়েক সুমলাক। মাধব দাস সেই অঞ্চলৰ এজন জনাজাত বামপন্থী কৰ্মী। মাধব দাসক যেনেদৰে এচাম মানুহে মনে-প্ৰাণে ভাল পায়, এচামৰ বাবে তেওঁ কালশত্ৰু। বিশেষকৈ এবাৰ দাস আৰু তেওঁৰ পাৰ্টিৰ কৰ্মীয়ে মাটি দখলৰ আন্দোলনত জয়ী হৈ কেইজনমান কৃষকক মাটিৰ দখলী স্বত্ব ঘূৰাই দিছিল। সেই ঘটনাৰ পাছত তেওঁৰ বহুতো শত্ৰু গোট খালে।

সেইদিনা ভনীয়েকক চাবলৈ মাধব দাস আহিছিল। আহিছিল মানে নিমন্ত্ৰণ কৰা হৈছিল। সুমলা-বুলেনৰ প্ৰথম সন্তানৰ মুখত ভাত দিয়া অনুষ্ঠান আছিল। বুলেনৰ মন আছিল ৰাইজক মাতি পুখুৰীত ৰঙচুৱা হৈ উঠা বৌ মাছেৰে এসাঁজ খুৱাব। দেশৰ অৱস্থাৰ কথা ভাবি মনটো তাপৰি মোমায়েকক মাতি কামটো চমুৱাই থোৱাটোকে ঠিক কৰিছিল। বুলেনে তিনি কেজি ওজনৰ ৰঙা পৰি উঠা মাছ এটা বাছি বাছি জালত উঠাইছিল। এযোৰ পাৰ মাৰিছিল। গা ধুই সুমলা পুৱাই পাকঘৰত সোমাইছিল। ঘৰ-চোতাল মহমহাই গৈছিল তাত্কা মাছ ভজাৰ গোন্ধেৰে। গোবৰ-মাটি দি মচা চোতালত খিল্‌খিলাই আছিল দাসৰ ভাগিনীয়েক। মোমায়েকে তাঁলৈ কাপোৰ এযোৰৰ উপৰিও আনিছিল এখন চিলেট, 'কুঁহিপাত' আৰু পেঞ্চিল। দাসৰ লগত আহিছিল পাৰ্টিৰ কৰ্মী ৰত্নেশ্বৰ বৈশ্য। ভাত বড়া হৈছিল, মোমায়েকে ভাগিনীয়েকৰ মুখত তাৰ প্ৰথম অন্ন বুলি পায়স এচামুচ তুলি দিব খুজিছিল। সেইখিনি সময়তে 'জয় আই অসম'ৰ ধ্বনি তুলি এজাক ল'ৰাই বুলেনহঁতৰ

ঘৰখন ঘেৰি পেলালে। বুলেনৰ অলপ ভয় আছিল। জেঠেৰীয়েকৰ কাৰণে সিও আন্দোলনকাৰীৰ পৰা কমখন পোৱা নাই। ওচৰ-চুবুৰীয়াক কোৱা আছিল, অলপ চকু দিবলৈ। কোনে কি চকু দিব? ল'ৰাগালে হাতে হাতে দা, চাইকেলৰ চেইন, যাঠী-জোং লৈ আহি ঘৰ ঘেৰিয়ে পেলালে।

'বদনক উলিয়াই দে।'

'ঘৰ বিভীষণক শেষ কৰ।'

'ওলাই আহ কুকুৰ।'

'দুটা বদনক আজি বলী দিয়া হ'ব।'

চিঞৰ-বাখৰে সুমলাই মচি থোৱা চোতাল পুতি পেলালে। বুলেন আৰু সুমলা কেঁচুৱাকণক কোলাত লৈ শৰাইত তামোল-পাণ লৈ গলবস্ত্রে ফুকলীয়া ল'ৰাজাকক সেৱা জনালে। দুইটাই কেঁচুৱাকণক মোমায়েকে মুখত ভাত দিয়াৰ কথা ক'ব খুজিছিল। একো ক'বলৈ নাপালে। ভিতৰৰ পৰা বৈশ্য আৰু দাস ওলাই আহিল। বাং কুকুৰৰ পাল চিকাৰৰ ওপৰত জঁপিয়াই পৰাদি ল'ৰাগাল আদহীয়া মানুহ দুজনৰ ওপৰত জঁপিয়াই পৰিল। বুলেনে ভঁৰালৰ আগত থকা দা এখন লৈ চিঞৰ এটা মাৰি ল'ৰাগালক খেদি গ'ল। কোনোবা দুটামানে তাক টাঙোনেৰে কোব এটা বহুৱাই ভঁৰালৰ আগতে পেলাই দিলে। আটি বান্ধি থোৱা গোমধান এজোকাৰ ওপৰত বুলেন পৰি গ'ল। তাৰ মূৰৰ তেজেৰে ৰঙা হৈ পৰিল নিজ হাতে খেতি কৰি চপাই থোৱা গোমধানৰ সোণালী ৰং। হতবাক হৈ চাই থকা কোনোবা এজন ওচৰ-চুবুৰীয়াই বুলেনক দাঙি নি নগাবন এসোপাকে ঠেতেলীয়াই ঘাঁত দি দিলে। ভাগ্য ভাল ঘাঁটো ওপৰে-ওপৰে হৈছে, অলপ পৰৰ পাছতে তেজ বৈ গ'ল। দুৱাৰ-ঘৰ মাৰি তাক চুবুৰীয়া কিজনে লুকুৱাই থ'বলৈ যত্ন কৰিলে। মানুহটো বেঁহচ হৈ পৰি থাকিল।

দাস আৰু বৈশ্যক সিহঁতজাকে হাতে-ভৰি যে বান্ধি গলত বছী বান্ধি চোচোঁৰাবলৈ ধৰিলে। সিহঁতে মানুহ দুজনক ডেৰ কিলোমিটাৰ শিলেৰে ভৰা ৰাস্তাৰে চোচোঁৰাই নি থাকিল। সিহঁতৰ পাৰ্টি অফিচ নোপোৱালৈকে বাং কুকুৰজাকে মানুহ দুজনৰ হাত-ভৰিৰ আঙুলি টুকুৰা-টুকুৰকৈ কাটি কুকুৰক খাবলৈ দিলে। গাৰ তেজেৰে শিলগুটি ৰঙা হৈ পৰিল। বাং কুকুৰজাকৰ পাছে পাছে দৌৰি আছে সুমলা, 'দাদা, দাদা, মই তোমাক মাতি আনিলো... এৰি দে মোৰ দাদাক...।' প্ৰথমটো আঙুলি সিহঁতে মাধব দাসৰে কাটিলে। আঙুলিটো ভতুৱা কুকুৰ এটালৈ দলিয়াই এটাই আটাহ পাৰি উঠিল, 'খা ঔ, বদনৰ মাংস, টেষ্ট আছে।' কুকুৰটোৱে সোঁহাতৰ মধ্যমা আঙুলিটো শুঙি এটা মাৰি নেজ পেলাই দৌৰ মাৰিলে। সুমলাই এবাৰ কুকুৰটোলৈ চাই সেইখিনিতে বাগৰি পৰিল। এজন বুঢ়ো খেতিয়কে তাইক ডাংকোলাকৈ ঘৰলৈ আনি মুখে-চকুৱে পানী মাৰিবলৈ ধৰিলে।

পাৰ্টিৰ কাৰ্যালয়ত বৈশ্য আৰু দাসৰ গাৰ ছাল বখলিয়াই নিমখ আৰু খাৰ সানি দিয়া হ'ল, চকুহাল খুৰুচি পেলালে। এসময়ত বদন নীৰৱ হৈ প'ল।

বুলেনহঁতৰ গাঁওখনত সেইদিনা কাৰো চৌকালৈ জুই নগ'ল। বুলেন, সুমলা আৰু কেঁচুৱাটোক ঘেৰি লৈ গাঁৱৰ মানুহবোৰ ৰাতিৰ ৰাতিটো সাৰে থাকিল। গাঁওখনৰ থম্‌থম্ নীৰৱতাখিনি যেন সুমলাই বুকুত বান্ধিহে ল'লে। সেই যে নীৰৱ হ'ল, তাইৰ মাত আজিকোপতি নোলাল। ৰঙিয়াল মানুহজনী শিল যেন জঠৰ হৈ গ'ল। তাৰ অলপ দিনৰ পাছতে বুলেনহঁতৰ ঘৰত জুই দিছিল। শিল হেন ঘৈণীয়েকজনী আৰু কেঁচুৱাটো বুকুত বান্ধি বুলেন আহি এই শিবিৰত উঠিলহি।

মণিৰ মাকে চাই থাকে বুলেনে হাজিৰা কৰি আহি ঘৈণীয়েকক মুখ-হাত ধুৱাই দিয়ে, ল'ৰাটোকো চাফ-চিকুণ কৰে। ভাত ৰান্ধে, নিজেও খাই, ল'ৰাকো খুৱাই, ঘৈণীয়েককো খুৱাই দিয়ে। কেতিয়াবা ঘৈণীয়েকে ভাত নাখাই, মুখখন টিপি ধৰে। বুলেনে অসীম ধৈৰ্যেৰে মানুহজনীক এটেপা, দুটেপাকৈ ভাত খুৱায়। তাই লক্ষ্য কৰিছিল সি হাজিৰা কৰিবলৈ গ'লে লগত ল'ৰাটো গৈ গৈছিল। মাক থকা নথকাই একে। ল'ৰাটো ঘূৰি আহোঁতে সদায়ে ভোকে-পিয়াহে লালকাল দি আহে। অলপ দিনৰে পৰা তায়ে তাক ৰখা হৈছে। একো আমনি নাই। এমুঠি খুৱাই দিলে মণিৰ লগতে খেলি থাকে। তাৰ কাৰণে এইখিনি কৰি তাইৰ ভাল লাগে। সিয়ো কুৰমা বুলি তাইৰ কাৰণে জানো কমখিনি কৰিছে।

বুলেনে হাজিৰা কৰি আহি সদায় কৰাৰ দৰে ভাত ৰান্ধিলে, ঘৈণীয়েকক মুখ-হাত ধুৱালে, ভাতো খুৱালে। ল'ৰাটোৰ কাৰণে তাৰ আজিকালি বেছি চিন্তা নাই, মণিৰ মাকেই চোৱা-চিতা কৰে। আজি ভাত খুৱাওঁতে ঘৈণীয়েকে তাক আঁচুৰি বাহুটো ৰঙা কৰি পেলালে। নিমাতী মানুহজনী মাজে মাজেই বৰ খঙাল হৈ পৰে। এনেকুৱা হ'লেই সি তাইক ঔষধ দি শুৱাই দিয়ে। চাউল যোগাৰ কৰিব নোৱাৰিলেও সি ঔষধটো যোগাৰ কৰি থয়।

সেইদিনা মানুহজনীৰ জক উঠিছিল। হাতত কটাৰী এখন হৈ মানুহক খেদি ফুৰিছিল। কোনেও ওচৰ চাপিব পৰা নাছিল। কোনোবা এটাই তাইৰ চকুত জলকীয়া গুড়ি অলপ ছটিয়াই দিলে। দেদাউৰী পাৰি মানুহজনী বহি পৰিল। সেই সুযোগতে কোনোবাই ৰছী এডাল আনি তাইক বান্ধি পেলালে। বুলেনে সাজি লোৱা চালিখনৰ খুঁটাটোতে তাইক বান্ধি থৈ মানুহবোৰ গুচি গ'লগৈ। মানুহজনী মুখেৰে ফেন উলিয়াই তাতে পৰি থাকিল।

ফেলানীয়ে দূৰৰ পৰা মানুহজনীক এবাৰ চাই আঁতৰি আহিল। হাতৰ বান্ধ খুলিবলৈ চেষ্টা কৰোঁতে কৰোঁতে প্লাষ্টিকৰ ৰছী তেজেৰে ৰঙা হৈ পৰিছে, চকুহালো তেজৰ দৰে ৰঙা। ল'ৰাটোৱে কাষতে কান্দি আছে। তাকে কোলাত লৈ তাই আঁতৰি আহিল। নিজৰ চালিখনত সোমাব খুজি তাই দেখিলে পাগলীক কেইটামান ল'ৰাই শিলগুটি মাৰিছে। তাই চোচা মাৰি খেদি গ'ল। ল'ৰাকিটাও পলাল। ল'ৰাটোক গা-পা ধুৱাই এমুঠি খুৱাই মানে বুলেন আহি পালেহি। আহিয়ে সি ঘৈণীয়েকৰ ৰছীবোৰ খুলিলে। ফেলানীয়ে চাই থাকিল। ডাকি থকা মানুহজনী ঠাণ্ডা হৈ পৰিল। কেঁচুৱাক গা ধুউৱাৰি এবাল্টি পানী লৈ বুলেনে তাইক গা ধুৱাই দিলে। তাইৰ ঘাঁবোৰত নগাবন থেঁতালি লগাই দিলে। মানুহজনীৰ চকুহালত পানী মাৰি মাৰি ধুৱাই দিলে। তাৰ পাছত তাইক চাংখনত শুৱাই দিলে। ইকবাৰ

বেৰৰ ফাঁকেৰে দেখিলে বুলেনে টৌকাত জুই ধৰিছে। জুইৰ পোহৰত স্পষ্টকৈ দেখা পোৱা মুখখনত সংসাৰৰ ভাগৰ। কিন্তু চকুহালত এটা শান্ত ভাব। সি ভাতখিনি থাল খনত বাকি বিছনাখনত থ'লে তাৰ পাছত মৈণীয়েকৰ মূৰটো কোলাত লৈ এটেপা-দুটেপাকৈ খুৱাবলৈ ধৰিলে। পাগলীয়ে একো দিগদাৰী নকৰিলে। খাই চুপ-চাপ টোপনি গ'ল। বুলেনে অলপ সময় তাইৰ চুলিকোছাত হাত বুলাই থাকিল। ফেলানীয়ে যেন এটা অস্পষ্ট গানৰ গুণ গুণ শব্দ শুনিলে।

বুলেন ওলাই আহিল। পানী এমগ লৈ চকুৰে-মুখে মাৰি সি এইবাৰ ফেলানীৰ চালিখনৰ মুখত বৈ লাহে লাহে মাতিলে, 'কুৰ্মানী, অ কুৰ্মানী, ল'ৰাটো শুলে নেকি?' তাই ওলাই আহিল। ভাগৰুৱা বুলেনক তাই মূঢ়া এটা আগবঢ়াই দিলে। দীঘলকৈ উশাহ এটা লৈ বুলেনে তাইক ক'লে, 'বুজিছে, কুৰ্মানী আমি ইয়াৰ পৰা যোবাৰ কথা ভাবিছোঁ।'

'ক'লৈ যাবিগৈ?'

'টাউনৰ আগত এখন হাবি আছে। তাতে বহুত মানুহ বহিছে। আগৰে পৰা বস্তি আছিলেই, এতিয়া যেনিবা বস্তিখন বাঢ়িছে।'

'যি ভাল দেখ কৰ।' তাইৰ বুকুখন কঁপিছে। এটা এটাকৈ শিবিৰৰ পৰা মানুহ গৈয়ে আছে। চালি চালি ধদুৱা বদমাছ কেইটামানহে এই গুৱনিখনত বৈ যাবগৈ। বুলেন গ'লেগৈ তাই কাৰ ভৰসাত থাকিব? পাগলী হ'লেও মানুহজনী তাইৰ লগ এটা আছিল। আৰু এই ল'ৰাটো। তাই কোলাতে টোপনি যোৱা বুলেনৰ ল'ৰাটোলৈ চালে। ইয়াক এৰি নো তাই...। ফেলানীৰ চকুৰ পৰা পানী এটোপ পৰি শুই থকা ল'ৰাটোৰ গাতে পৰিলে।

'কি হ'ল কুৰ্মানী? তই দেখোন মনে মনে থাকিলি? সদায় ইয়াতে থাকিম বুলি ভাবিছ নেকি?'

'ক'লৈনো যাম?' তাইৰ মাতটো বৰ সৰুকৈ ওলাইছে।'

'কিয় আমি যিটো বস্তিলৈ যাম তালৈকে যাবি। টিন-কিচলা আছেই, ঘৰ এটা মৰে উঠাই দিম দে।'

'মাটি?'

'ভাড়া ল'ব লাগিব।'

'নোৱাৰিলে।'

'হ'ব দেচোন। গৈয়ে ভাৰাতে কোঠা এটা ল'বি।'

'ভাৰা কেনেকৈ দিম? ইয়াত তেও মাজে মাজে চাউল মুঠি পাওঁ। কাষৰ-পাঁজৰৰ মানুহ দুই-এঘৰতো কাম পাওঁ।'

'কুৰ্মানী। মনটো টান কৰি ওলা। কিবা এটা হ'ব।' বুলেন বৈছে। 'মনটো টান কৰি আছোঁ বাবেহে তিষ্ঠি আছোঁ বুজিছ। সুমলাক তই ভালে থাকোঁতে নেদিখিলি, মানুহজনী তেনেই জ্বলি গ'ল বুজিছ।'

ফেলানীয়ে দেখিলে মতগজ মানুহটোৱে কান্দিছে। মতা মানুহটোৰ চকুত পানী দেখি

তাইৰ কিবা লাগিল। বুলেন আৰু তাই একেলগে দেখিলে পাগলীক বান্ধি থোৱা তেজ লগা ৰছীডাল কুকুৰ কেইটামানে টনা-টনি কৰি আছে। বুলেনে গিৰিপকৈ উঠি কুকুৰকিটা খেদি থৈ আহি ৰছীডাল বুটলি বুকুত সাবটি ল'লে। তাইৰ এনে লাগিল বুলেনে ৰছীডাল নহয় ঘৈণীয়েককহে কুকুৰকিটাৰ পৰা ৰক্ষা কৰি বুকুত সাবটি লৈছে। তাই যেন এটা খহটা মাতৰ গুণ গুণ শব্দ শুনিলে।

বুলেনৰ ল'ৰাটো মণিৰ কাষতে শুৱাই দি তাই ওলাই আহিল। হাতত এখন তিতা কাপোৰ। তাই তিতা কাপোৰখনেৰে পাগলীক বান্ধি থোৱা খুঁটাটোত লাগি থকা তেজখিনি মোহাৰি পেলালে।

তাই শুবলৈ যোৱা বুলেনক সুধিলে, 'কেতিয়াকৈ যাবি?'

'কাইলৈকে যাওঁ দে। মই কোঠা এটা চাই থৈ আহিছোঁ। ভাৰা পঞ্চাছ টকাকৈ। কালী বুঢ়ীৰ ঘৰ। টিং কিচলা লগাই ল'ব লাগিব।'

'কোন বুঢ়ী?'

'গ'লে দেখিবি নহয়?'

ভিতৰত সুমলাই কুঁ-কুঁৱাই উঠিল। বুলেনে দৌৰ মাৰিলে। তাইৰ অকণমান হাঁহি উঠি গ'ল। মাকজনী যেন বিছনাত সাৰ পাই কান্দি উঠা কেঁচুৱাটোৰ ওচৰলৈহে গৈছে। টোপনি নোযোৱালৈকে হাঁহিটো তাইৰ মুখত লাগি থাকিল।

সৰু চহৰখনৰ আগতে সীমা আছিল ল'ৰা-মিছনখন। ল'ৰা মিছন মানে হোষ্টেলৰ সৈতে থকা ডনবস্ক' স্কুলখন। স্বাধীনতাৰ বিছ বছৰমানৰ আগতেই স্কুলখন পাতিছিল। কেইবাবিঘা মাটিৰ ডাঙৰ এলেকা, পৰিষ্কাৰ-পৰিচ্ছন্ন। খৃষ্টান মিছনেৰীয়ে আচলতে এই চহৰখন ঘেৰি থকা বাগান কেইখনত থকা শ্ৰমিকখিনিৰ ল'ৰা-ছোৱালীক লক্ষ্য কৰিয়ে হোষ্টেলৰে সৈতে এই স্কুলখন পাতিছিল। আন ডনবস্ক' স্কুলবোৰৰ সৈতে সুদৃশ্য স্কুল-বিল্ডিংটোৰ মিল থাকিলেও ইয়াৰ চৰিত্ৰটোৰ মিল নাই। হাইস্কুলখন অসমীয়া মাধ্যমৰ, ছাত্ৰখিনি প্ৰায়খিনি বাগানৰ আদিবাসী ল'ৰা-ছোৱালী। ল'ৰা-মিছনখনৰ লগত চহৰৰ মানুহখিনিৰ বৰ বেছি সম্পৰ্ক নাই। মাত্ৰ শনিবাৰে আবেলি শাৰী পাতি ল'ৰাবোৰক চহৰৰ ৰাস্তাইদি ফাদাৰে ফুৰাবলৈ নিয়া দৃশ্যটো মানুহবোৰে বৰ হেঁপাহেৰে চায়। দৃশ্যটো বহু বছৰৰ পুৰণা কিন্তু যেন সদায় নতুন। ল'ৰা-মিছন শব্দটোও চহৰৰ মানুহৰে মুখৰ কথা।

ল'ৰা-মিছনৰ কাষৰে-পাঁজৰে মানুহৰ সেৰেঙা বসতি। আচলতে এইখিনি ৰিজাৰ্ভৰ মাটি। কোনেও ঘৰ সাজিব নোখোজে, কি ঠিক কেতিয়া বা উচ্ছেদ কৰে। দুই-এটাই উপায় নাপাই জুপুৰী কিছুমান সাজি থাকিব লাগে কাৰণে আছে, ঠিক সংসাৰ পতা নাই। ল'ৰা মিছনৰ পৰাই আৰম্ভ হৈছে ৰিজাৰ্ভৰ হাবিখন। হাবিৰ মাজেদিয়ে বৈ গৈছে সৰু পাহাৰীয়া নদী ৰাধিকা। হাবিৰ একেবাৰে শেষ প্ৰান্ত, য'ত গাঁৱৰ মানুহৰ পথাৰত হাবিখন শেষ হৈছে তাতেই আছে কৃষ্ণাই নদী। ৰাধিকা নদীৰ দৰে একাঁঠু পানীৰ লাহী নদী নহয়, শীতে-বাৰিষাই পানী থকা গভীৰ নদী। নদী দুখনৰ উৎস ভুটান পাহাৰত। তাৰ পৰাই তিনিখন নদী ওলাই আহিছে। কৃষ্ণাই আৰু ৰাধিকা অলপ দূৰ ওচৰা-ওচৰিকৈ বৈ বেলেগ হৈ ফাটিছে। আনখন নদী সোণজিৰি অলপ দূৰ ৰাধিকা-কৃষ্ণাইৰ কাষে কাষে বৈ সম্পূৰ্ণ বেলেগ ফালে বৈ গৈছেগৈ। নদী তিনিখনৰ উৎসতে এটা বান্ধ আছে। লোহাৰ জালি আৰু শিলেৰে দিয়া মজবুত বান্ধ। বান্ধটোৱে নদী তিনিখনৰ পানী ঠিক মতে বৈ যোৱাত সহায় কৰি আহিছে। জালিৰে দিয়া নদীৰ মুখৰ বান্ধটোৰ বাবে চাগে ঠাইখিনিৰ নাম জালিমুখ।

ৰিজাৰ্ভ ফৰেষ্ট য'ত শেষ হৈছে, তাৰপৰাই ৰাধিকা নদীৰ পাৰে পাৰে আৰম্ভ হৈছে এখন বস্তি। ৰিজাৰ্ভৰে চৰকাৰী মাটি আছিল, গছ নলগোৱাকৈয়ে পৰি আছিল। খালী মাটিখিনিৰ ইফালে গাঁও এখন। চাৰেক গাঁও। ধান, নাৰিকল, তামোলেৰে এখন ধনী আৰু বাতা মানুহৰ গাঁও। নেপালী, বঙালী আৰু কেইঘৰমান অসমীয়া মানুহো আছে।

চৰকাৰী মাটিখিনিত অসংখ্য সৰু সৰু জুপুৰী। জুপুৰীবোৰৰ সংখ্যা অলপ দিনৰে

পৰা হঠাৎ অভাৱনীয়ভাৱে বাঢ়ি গৈছে। একেই ধৰণৰে একচালীয়া ঘৰ। টিংবোৰ চিক্‌চিকাই থাকে। প্ৰায়বোৰ ঘৰতে টিঙৰ সংখ্যাও একে। চৰকাৰে দিয়া টিঙৰ বান্ধকেই সাহ কৰি মানুহবোৰে ঘৰ তুলিছে। একেই টিঙৰ চালিৰ ওপৰত বাঁহ, ইটাৰ টুকুৰা। ভিতৰৰ মানুহবোৰৰো অৱস্থা একেই। এজাক ধুমুহাই ভাঙি পেলোৱা পৰুৱা এবাহে যেন আকৌ বাহ বন্ধাৰ আয়োজন কৰিছে।

কেম্পৰ মানুহ বহুতেই আহি ইয়াতেই চৰকাৰী টিংবান্ধ সাবটি উঠিছেহি। কোনো ফালৰ পৰা বাধা অহা নাই। বস্তিখন আছিলেই। আটাইবোৰ খেদা খোৱা মানুহ। কাৰোবাক পানীয়ে খেদিছে, কাৰোবাক হাতীয়ে, কাৰোবাক ভোকে। ঠাইখিনি সুচল। হাত মেলিলেই নদীখন। ৰিজাৰ্ভৰ হাবিখন আছেই, ঢেঁকীয়া মুঠি, খৰি কিডাল হৈ যায়। গমাৰি, চেগুণ, শিশু, লালি গছৰ অজস্ৰ ঠাল-ঠেঙুলি নাকাটিলেও এনি-তেনি পৰি থাকে। গছবোৰত কোনেও হাত নিদিয়ে। ৰিজাৰ্ভ পাৰ হ'লেই ল'ৰা-মিছন পাৰ হৈ চহৰখন। ভাতমুঠি অৰ্জাৰ বাবে বাঢ়ি অহা চহৰখনত সুযোগৰ অভাৱ নাই।

বুলেনে ভাৰা কৰা ঠেলাত সামান্য লাম-লাকটুখিনি দি তাই মণিক লৈ কেম্পৰ পৰা ওলাই ৰাস্তাত ভৰি দিলে। বুলেনে ইতিমধ্যে ঠেলাত নি বস্তুবোৰ থৈ আহিছেগৈ। তাই বুলেনৰ ল'ৰাটো কোলাত তুলি ল'লে। মণিয়ে বুলেনৰ লগত বস্তিলৈ বহুত কেইবাৰ গৈছে। মণিৰ পাছে পাছে তাই খোজ ল'লে। কালি বৰষুণ এজাক দিছিল। আজি গৰম বহুখিনি কমি গৈছে। হাঁহিৰ শব্দ এটা শুনি তাই ঘূৰি চালে। ঠেলাত বহি মানুহজনীয়ে হাত ঘূৰাই ঘূৰাই হাঁহিছে। মানুহজনীয়ে ঠেলাত হাত-ভৰি মেলি বহিছে। তাই বাৰে বাৰে গাৰ পৰা চাদৰখন পেলাই দিয়ে, বুলেনে তুলি দিয়ে। মণিৰ মাকৰ হঠাৎ চকু পৰিল সুমলাৰ বাৰে বাৰে পৰি যোৱা চাদৰখনলৈ বাটৰ মানুহ কেইটামানে চাই আছে। তাই ব্লাউজৰ পাতলিৰ পৰা পিন এটা খুলি সুমলাৰ চাদৰখনত ব্লাউজৰ সৈতে মাৰি দিলে। অলপ সময় টনাটনি কৰি তাই চাদৰখন টানিবলৈ বাদ দি খোপাটো খুলি চুলিবোৰকে আঁজুৰিবলৈ ধৰিলে। বুলেনে ঠেলাখন ৰখাই তাইৰ দীঘল চুলিকোছাৰে হাতখোপা এটা বান্ধি দিলে। কাষৰে-পাঁজৰে থকা দুটামান মানুহে হাঁহি উঠিল। বুলেনে সেইফাললৈ এবাৰ চাই ঠেলাখন চলাবলৈ লাগিল। সুমলা এইবাৰ শান্ত হৈ পৰিল।

বুলেনে চৰকাৰী টিংবান্ধেৰে ঘৰ এটা তুলি লৈছে। মণিহঁতৰ কাৰণে কালী বুঢ়ীৰ ঘৰৰ কোঠা এটা ঠিক কৰিছে। মাহে বুঢ়ীক পঞ্চাছ টকাকে দিলেই হ'ব। বুঢ়ীয়ে মাহে নব্বৈ টকাকে বিচাৰিছিল। পিছে মণিহঁতক দিয়া কোঠাটোৰ বেৰকেইখনহে আছে, চালিখন নায়েই বুলিব পাৰি। বুলেনে তাইৰ ভাগৰ চৰকাৰী টিংবান্ধ লগাই দিওঁতেহে ঘৰটো ঘৰ হেন লগা হ'ল। বুঢ়ীও পঞ্চাছ টকাতে মান্তি হ'ল।

কালী বুঢ়ীৰ মাতটো বৰ ডাঠ, অলপ ভঙা ভঙা, গলাৰ স্বৰ উচ্চ। দূৰৰ পৰা শুনিলে এনে লাগে যেন এই স্বৰৰ গৰাকীনী এগৰাকী শকত-আৱত, শক্তিশালী মেদেলা তিৰোতা। ওচৰ চাপি আহিলে দেখা যায় ধাৰণাটোৰ একেবাৰে বিপৰীত এজনী পাতল মানুহ, গাৰ

ছাল পাতল, সিৰবোৰ স্পষ্টকৈ দেখা যায়, ৰংটো এসময়ত হালধীয়াৰ বোল থকা বগা আছিল এতিয়া এনে লাগে যেন এখন ধুই ধুই পুৰণা হোৱা ফাহিৰলৈ ধৰা এৰী চাদৰে মানুহজনীৰ শীৰ্ণ দেহাটো মেৰাই থৈছে। মানুহজনীৰ মুখামুখি হ'লেই প্ৰথম ধাৰণাটো হয় এইজনী মানুহৰ মাজত এনে এটা মাত কেনেকৈ বাহ লৈ আছে। আচৰিত লাগিলেও উচ্চ স্বৰৰ ভঙা ভঙা মাতটো লৈ দুৰ্বল মানুহজনীয়ে অহৰহ নিজৰ স্থিতি ঘোষণা কৰি আছে।

কালী বুঢ়ী এই বস্তিখনৰ প্ৰথমতে অহা মানুহচামৰ মাজৰে এজনী, বুঢ়ীও খেদা খোৱা মানুহ। পানী নহয়, ৰায়ত নহয়, ভোক নহয়, অন্য ধৰণেৰে খেদা খাইছিল কালী বুঢ়ীয়ে। কালী বুঢ়ী যুৱতী কালত হেনো বৰ ৰূপহী আছিল, দুখীয়া ঘৰৰ ৰূপৱতী যুৱতীৰ সাধাৰণতে যি হয় তাইৰো সেয়াই হৈছিল। সোতৰ নে ওঠৰ বছৰ বয়সতে এজন মোটা-মুটি ভাল অৱস্থাৰ মানুহে তাইক তেওঁৰ ঘৈণীয়েকে এৰি যোৱা পাঁচটা ল'ৰা-ছোৱালী চাবলৈ বিয়াৰ সকলো খা-খৰচ দি লৈ গৈছিল। ব্যৱসায়ী ধাৰ্মিক মানুহ আছিল, ঘৰত সঘনে পূজা-কীৰ্তন চলিছিল। কোনেও গমেই নাপালে তাই এজন নধৰকান্তি ডেকা গোসাঁইৰ লগত গুচি গ'লগৈ। গোসাঁই হ'ল ফুলে ফুলে মৌ চুহি ফুৰা মানুহ। এপাহ ফুলেৰে তেওঁৰ নৈবেদ্যৰ শৰাই নভৰে। [illegible] ন ভক্তপ্ৰাণাই তেওঁৰ শৰীৰ চন্দনেৰে সজাই দিয়ে, স্নান কৰাই নতুন পোছাক পিন্ধাই দিয়ে, পুৱতি নিশালৈকে কীৰ্তনৰ সুৰেৰে ভক্তক ভক্তিমাৰ্গ দৰ্শন কৰাই থকা ক্লান্ত গোসাঁইক সেৱা কৰে। তেওঁৰ নৈবেদ্যৰ শৰাই ভৰি থাকে, নতুন বস্ত্ৰ, অলংকাৰ, চন্দনেৰে শুৱাই থাকে তেওঁৰ ফেহুবগা নধৰকান্তি শৰীৰ। পেটত সন্তান দি গোসাঁয়ে পূজাৰ বাহী ফুল দলিয়াই দিয়াদি তাইক দলিয়াই দিলে। এমহীয়া পেট খহাই তাই এঘৰ মানুহৰ সৈতে সীমান্ত পাৰ হৈ আহি এইখিনি পালেহি। ধাৰ্মিক ব্যৱসায়ীয়ে আকৌ বিয়া কৰালে, ঘৰখননো চাই কোনে? বাপেকৰ ঘৰখনে তাইক মৰিল বুলি এৰি দিলে। ব্যৱসায়ী জোঁৱাইৰ পৰা তেওঁলোকৰ কম সুবিধা হোৱা নাছিলে। জীয়েকৰ এই কাণ্ডই আটাইবোৰৰে মুদা মাৰিলে। ব্যৱসায়ীয়েও কম বয়সৰ, বগা-নিকা কইনাই পালে। গোসাঁইৰ ফেহুবগা শৰীৰটোৰ আয়তন বাঢ়িছে। বাকী বিশেষ একো পৰিবৰ্তন হোৱা নাই। হেৰাই যোৱা তাইক কোনেও নিবিচাৰিলে। খা-খবৰো নকৰিলে।

তাই এই বস্তিলৈ আহি লাহে লাহে কালী বুঢ়ী হ'ল। কালী বুঢ়ীৰ মাক-দেউতাকে দিয়া এটা নাম আছিল, আৰতি। সেইটো নাম আন নালাগে কালী বুঢ়ীৰ নিজৰো মনত নাই কিজানি। আৰতি নামটো লৈ তাই যেতিয়া বস্তিলৈ আহিছিল তাই গোসাঁই আৰু ব্যৱসায়ীক বেলেগ বেলেগ ৰূপত আকৌ লগ পাইছিল। ঠিক সেইখিনি সময়তে তাইক এদিন কালী গোসাঁনীয়ে ভৰ কৰিছিল। কালী লম্ভা আৰতিৰ ওচৰলৈ ঘনাই অহা মানুহবোৰ নহা হৈছিল। তাই দিনত মুৰি ভাজিছিল, ঘৰে ঘৰে বিক্ৰী কৰিছিল আৰু সদায় ৰাতি তাইৰ গাত কালী লম্ভিছিল। এবছৰ এনেকৈ চলাৰ পাছত তাই মুৰি বেচা পইচা গোটাই ডাঙৰকৈ কালী পূজা পাতিছিল। বছৰ নৌ ঘূৰোঁতেই মানুহে দেখিছিল ৰাতি গোসাঁনী লম্ভাৰ পাছতে তাইৰ মূৰত ওলাই আছে এডাল দীঘল জটা। পুৰা আকৌ নোহোৱা হয়। আৰতি লাহে

লাহে কালী বুঢ়ী হৈছিল। প্ৰতি বছৰে পতা বুঢ়ীৰ কালী পূজাখন এতিয়া বস্তিৰ চব মানুহৰ বাবেই উৎসৱ।

এই কালী বুঢ়ীৰ দুটা কমৰ ঘৰটোৰ এটাত ফেলানী উঠিলহি। পুৱা দহমান বজাতে পাইছিলহি। থান-থিত লগাবলৈ বস্তুনো আছে কি? কোঠাটোৰ একোণত চৌকা এটা আছিলেই, লিপিকুচি ল'লে। ঘৰটোত কেচুমতাই দ'ম বান্ধিছিল, মণিৰে লগ লাগি সেইবোৰ চাফা কৰি দিলে। কোৰেৰে শেলাইখিনি চাচি ৰঙা মাটিৰে মচি দিয়াৰ পাছতে কোঠাটোৱে হাঁহি পেলালে। মণি ইতিমধ্যেই নদীত গা ধুবলৈ গৈছে, বুলেনে আহি মাত লগালেহি।

'কুৰ্মানী! কি কৰিছ?' বুলেনে হাতত দা-কোৰ লৈ আহিছে।

'এতিয়ানো ভৰ দুপৰত তোক কোনে কামত ৰাখিব?'

'চহৰৰ মাষ্টৰ বাবুৰ ঘৰত বেৰা এখন আধা কৰি থৈ আহিছোঁ, তাকেই শেষ কৰি দিওঁগৈ। হিচাপ অগ্ৰিম লৈ আনি থৈছোঁ।

'বেৰা তোলৈ বৈ আছেনে? বেলেগ কামলা লগাই কৰিলে চাগৈ।'

'মোৰ হাতৰ বেৰা নহ'লে মাষ্টৰ-মাষ্টৰণী কাৰো মন নভৰে বুজিছ।' বুলেনে হাঁহিছে। তাৰ চেলাউবীৰ ওচৰত কোঁচ খাই থকা ৰেখা কিডাল আজি নাই। গুৱনিখনৰ পৰা ওলাই তাইৰ দৰে কিজানি তাৰো মনটো মুকলি লাগিছে।

হঠাৎ বুলেনৰ কপালৰ গাঁঠি কোঁচ খাই গ'ল। ক্ষন্তেকৰ হাঁহিমুৱা মুখখনত আকৌ আন্ধাৰ হৈ পৰিল।

'কুৰ্মানী! মানুহজনীক চাবি। নতুন ঠাই কাৰণেই নেকি তাইৰ আজি জক উঠিছে।' বুলেনে পিন্ধি থকা গামোচাখন অলপ উঠাই দেখুৱালে, উৰুত কিবা জন্তুৱে আঁচোৰাৰ দৰে ৰঙা ৰঙা ফুলি উঠা দাগ।

'ঔষধ দিছ?'

'ঔষধ দি শুৱাই থৈছোঁ। মই নহালেকে নুঠে।' কুৰ্মানী, এটা কাম কৰ নহ'লে। ভাতসাঁজ তই আমাৰ তাতে ৰান্ধগৈ যা। ল'ৰাটোকো খুৱাবি, আৰু সাৰ পাই যদি তাইকো...।' মানুহটোৰ মাত-বোল বন্ধ হৈ গ'ল। তাইৰ এনে লাগিল মানুহটোৰ উৰুৰ আঁচোৰাৰ দাগবোৰ যেন তাৰ গোটেই গাতে বিয়পি পৰিল।

বুলেনৰ মাতটো কফ হৈ বহি যোৱা মানুহৰ দৰে, 'তাইক একো খুৱাব নোৱাৰিলোঁ।' হঠাৎ সি কেনিও নোচোৱাকৈ হন্‌হন্‌কৈ যাবলৈ লাগিল।

তাই ভিতৰলৈ আহি দেখিলে কালী বুঢ়ী বহি আছে। বুঢ়ীয়ে তাইক মাতিলে, 'আহ'। বুঢ়ীৰ মাতটো কিবা আচৰিত ধৰণৰ লাগিল তাইৰ। সৰুকৈ কথা ক'লে বুঢ়ীৰ মাতটো ফেচফেচীয়া হৈ পৰে, শব্দবোৰ যেন ইটোৰ গাতে সিটো লাগি ধৰে। যেতিয়া বুঢ়ীয়ে উচ্চ স্বৰত কথা পাতে শব্দবোৰ তেজী হৈ পৰে, শুনিলে মাতৰ গৰাকীনীৰ প্ৰতি ভয় হয়। বুঢ়ীৰ প্ৰতি তাইৰো এক ধৰণৰ ভয় আছে। কিন্তু সৰু সৰুকৈ ফেচফেচীয়া মাতেৰে কথা কোৱা দুৰ্বল মানুহজনীক ভয় কৰা নাযায়, এক ধৰণৰ মায়াহে হয় মানুহজনীৰ ওপৰত।

মণিৰ মাক বুঢ়ীৰ কোঠাটোলে সোমাই গ'ল। ধূপ আৰু ধূনাৰ গোন্ধ এটা নাকত লাগিল। কোঠাটোত কেউফালে বিভিন্ন ধৰণৰ কালী গোসাঁনীৰ মুখা। জিভা মেলি থকা ক'লা মুখবোৰে কেউফালে বহল বহল চকুবোৰ মেলি চাই আছে। তাই চাদৰৰ আচলটো চিকুটি চিকুটি তলমূৰকৈ বহি থাকিল। বুঢ়ীয়ে মুৰি আৰু চাহ লৈ আনিলে। মুৰিখিনিৰ পৰা তেল-পিয়াঁজৰ গোন্ধ এটা ওলাইছে।

'আপনি খাবেন না?' তাই বুঢ়ীৰ মুখলৈ চাই অকণমান হাঁহিলে। বুঢ়ী চক্ খাই উঠাৰ দৰে হৈছে।

'তই বাঙালী কথা কৈছ?'

'মোৰ বাবা আছিল ক্ষীতিশ ঘোষ, ককা আছিল কিনাৰাম বড়ো, মোক ডাঙৰ কৰিছে ৰতন ঘোষে।'

বুঢ়ীয়ে মুখেৰে একো নামাতি বাটি এটাত মুৰি অলপ আৰু ৰঙা চাহ একাপ লৈ তাইৰ ওচৰতে বহিলহি।

'তোৰ আৰু কোন আছে?'

এৰা, তাইৰ আৰু কোন আছে? তাইক লম্বোদৰক গতায়ে ৰতন আৰু বিন্দু একেবাৰে গ'লগৈ। ল'ৰা-ছোৱালী নোহোৱা মানুহ, ৰতনৰ নিজা মানুহ থকা আলিপুৰ দুৱাৰৰ ওচৰৰ গাঁওখনলৈ লগে-ভাগে থাকিম বুলি গ'লগৈ। পাহাৰৰ নামনিৰ গাঁওখনৰ কিনাৰামৰ ঘৰখন? লম্বোদৰৰ ঘৰখন? গোটেইবোৰ কেৱল ছয়া-ময়া, ধূৱলি-কুঁৱলী।

তাই মনে মনে হাতৰ তলুৱাত মুৰি দুটামান লৈ লৰা-চৰা কৰি থাকিল।

'তই এতিয়া কি কৰিবি?'

তাই এইটো প্ৰশ্নতো মনে মনে বহি থাকিল।

বুঢ়ীয়ে কাপ-বাটিবোৰ সামৰিছে।

'কালীমাকে প্ৰণাম কৰ, মায়ে চব কৰিব।' বুঢ়ীয়ে কালী মুখাবোৰৰ ফালে চাই হাত যোৰ কৰিলে। তায়ো কৰিলে।

'আপুনি কি কৰি...' তাই কালী বুঢ়ীয়ে কেনেকৈ খৰচ চলাই জানিব খুজিছিল কিন্তু কিবা এক সংকোচত কথাষাৰ স্পষ্টকৈ সুধিব নোৱাৰিলে। অকলশৰীয়া মানুহ এজনী, ঘৰ-দুৱাৰ কৰিছে, নিজে চলিছে। এয়া তাইকো মুখত দিবলৈ কিবা এটা বাচিছে।

বুঢ়ীয়ে আকৌ কালীৰ মুখাবোৰ সেৱা কৰিছে। বুঢ়ীয়ে উঠিবলৈ ওলোৱা তাইক দুৱাৰমুখলৈ, কৈ আগুৱাই দিলে। দুৱাৰ মুখ পাৰ হৈ বুঢ়ীয়ে তাইৰ হাততে ধৰিলে। এইবাৰ বুঢ়ীয়ে সুধিলে, 'তই মুৰি ভাজিব জান?' তাই অবাক হৈ মূৰ জোকাৰিলে, 'জানো।'

'জানিবিয়েই, বাঙালী মেয়ে।'

'মই বাঙালী নহয়। মোৰ ল'ৰাৰ দেউতাক...' বুঢ়ীয়ে তাইৰ কথাত কাণ দিয়া নাই।

'মুৰি ভাজিলে চাউল অলপ বেছিকৈ লওঁ। কাইলৈ একেলগে চহৰলৈ লৈ যাম।' সম্মতি দি তাই বুলেনৰ ঘৰৰ ফালে যাবলৈ ল'লে।

এচলীয়া ঘৰটোও মানুহটোৱে আটোম-টোকাৰীকৈ সাজিছে। আধাকঠা মাটি মোকলাই লৈছে। নৈপৰীয়া মাটি, তাতে বুলেনৰ কৰ্মী হাত, দুদিনতে মাটিকণ ফলে-ফুলে ভৰি পৰিব। তাই ভিতৰলৈ সোমাই গ'ল। সুমলা বাঁহৰ চাংখনত টোপনি গৈছে। দীঘল চুলিকোছা বেণী গোঠা, সেওঁতাটো বেঁকা হৈছে, দেখিলেই বুজা যায় মতা মানুহৰ হাত। এনেকৈ টোপনি গৈ থকা মানুহজনীক দেখিলে কোনে ক'ব, একেজনী মানুহেই অলপ আগতে মানুহটোৰ উৰুত আঁচুৰি তেজ উলিয়াই দিছে। ল'ৰাটো নাই। নিশ্চয় মণিয়ে কোলাত তুলি কেনিবা নিছে। মৌ মাখি এটাই শুই থকা মানুহজনীক দিগদাৰী দি আছে, তাই লাহেকৈ ভৰি শিতানত থকা পাতল কাপোৰখন গাতে দি দিলে। মৌ মাখিটো গুচি গ'লগৈ, মানুহজনীও শান্তিৰে টোপনি গ'ল।

মণিয়ে কোলাত বুলেনৰ ল'ৰাটো লৈ সোমাই আহিল,

'মা, তোক ঘৰত বিচাৰি নাপালোঁ।'

'ভোক লাগিছে?'

'লাগিছিল, পিছে কালী বুঢ়ীয়ে মুৰি-চাহ খাবলৈ দিলে।'

'কালী বুঢ়ী বুলি নক'বি, আইতা...।' তাই অকণমান ৰ'ল, 'দিদা' বুলি মাতিবি।'

'তই গা ধুলি?'

'ওঁ।' সি হাতত লৈ থকা পলিথিনৰ পেকেট এটা মাটিতে উবুৰিয়াই দিলে, এটা বগা চিক্‌চিকাই থকা চেনী পুঠি। ল'ৰাটো উচ্ছ্বাসিত হৈ পৰিছে, 'মা! মই গা ধুই থাকোঁতে পিঠিতে লাগিছিলহি, গামোচাখনেৰে ধৰি পেলালোঁ।'

'তোকে ভাজি দিম যা।' বাবুক পিঠিত তুলি মণি দৌৰ মাৰিলে। তাই মুখ ফুটায়ে কৈ উঠিল, 'গুৱনি'খনৰ পৰা ওলাই চবৰে মনটো ভাল হৈছে।'

বুলেনে চৌকাৰ ওচৰত খৰি এবোজা থৈ গৈছে। ৰিজাৰ্ভৰ পৰা গোটাই অনা শুকাই কনকনীয়া হৈ থকা ডাল। চৌকাত তুঁহ জুই একুৰা জ্বলি আছে। কেঁচা চৌকা বাবে তুঁহখিনি জ্বলাই থৈছে। তাৰ ওপৰত খৰি কিডাল দিয়াৰ অলপ পাছতে জুইকুৰা জ্বলি উঠিল। চৌকাৰ ওচৰতে চাউল, দাইল, ৰঙালাও এটা, আলুগুটি দুটামান, তেল-নিমখ গোটাই থোৱা আছে। কেনেকৈ মানুহটোৱে মাইকী মানুহ এজনীৰ দৰে চববোৰ কৰি থৈছে। তাই দাইলতে আলু দুটামানে ৰঙালাৰে দি দিলে ভাতমুঠিও হৈ গ'ল। মণিয়ে অনা মাছটো অঙঠাতে পুৰি নিমখ-তেল অকণ দি পিটিকি দিলে। ল'ৰাহালক ভাত খুৱাই তাই নিজেও খালে। ৰঙালাওটুকুৰা যেনে ৰঙা তেনে মিঠা, গৰম মচুৰ দাইলেৰে তাই বহুত দিনৰ মূৰত পৰম তৃপ্তিৰে ভাতকিটা খালে। বুলেন আৰু সুমলালৈ বেলেগাই থৈ তাই মানুহজনীক হেঁচুকি চালে, ওঁ ওঁকৈ শব্দ এটা কৰি আকৌ একতিয়া হৈ শুই পৰিল, ঔষধ খোৱা টোপনি ক'তনো সোনকালে ভাগিব? মণি আৰু বাবু ভাত খায়েই ওলাই গ'ল। সিহঁতে গছৰ পৰা পৰি যোৱা শালিকী চৰাইৰ পোৱালী এটা লৈ ক'ব নোৱৰা হৈ আছে। তাই সুমলাৰ কাষতে বাগৰ দিলে। মানুহজনী সাৰ পালেই এমুঠি খুৱাই দিব। ঘৰটোতে লগা এজোপা কাঠ

লিচুৰ গছ। চৰায়ে গুটি খাই পেলোৱা গছ। বুলেনে মৰমতে লোমালোমে খয়েৰী ৰঙৰ বগৰীটো হেন মান ফল লগা গছজোপা নাকাটিলে। ঘৰটোও গছজোপাই জুৰ কৰি থাকে। তাই দেখিলে সুমলাই গাৰ পৰা চাদৰখন পেলাই দিছে। বুটাম খোলা গাটো তাই বেছি সময় চাই থাকিব নোৱাৰিলে। এইজনী মানুহ! তাইৰ চকুকিটা তিতি আহিল।

বুলেনৰ মাতত তাই সাৰ পাই গ'ল। কেতিয়ানো টোপনি ধৰিলে গমেই নাপালে। উঠি দেখিলে সুমলাই বিছনাত আঁঠুত মূৰ গুজি বহি আছে। বুলেনক তাই ভাতখিনি দেখুৱাই দি যাবলৈ ওলাল। সি এখন থালত দুজনৰ জোখাৰে ভাত বাঢ়ি লৈ কেঁচুৱা দণ্ডাদি ঘৈণীয়েকক দাঙি আনিলে। কোলাত লৈ তাইক এটেপা-দুটেপাকৈ ভাত খুৱাবলৈ ল'লে। তাইৰ উদং গাটো বুলেনৰ বুকুখনতে লাগি ধৰিছে। তাই এহাতেৰে বুলেনক সাবটি ধৰিছে। অকণমান শান্ত কেঁচুৱা এটাৰ দৰে ভাত খাইছে মানুহজনীয়ে। মানুহহালক এক লহমাৰ বাবে চাই তাই ঘৰলৈ যাবলৈ উঠিল। যাওঁতে তাই দুৱাৰখন জপাই থৈ গ'ল, কেইটামানে জুমা-জুমি কৰি ফিচিঙা-ফিচিং আৰম্ভ কৰিছেই।

তাই গৈ ঘৰ সোমালগৈ। দুৱাৰখন জপাই তাই ভিতৰৰ পৰা দাংডাল লগাই দিলে। তাৰ পাছত তাই অলপ আগতে মচি থৈ যোৱা সেমেকা মজিয়াখনত বহি পৰিল। তাইৰ বুকুখন যেন ভাগি আহিল। কোনোবাই যেন তাইৰ কান্ধত খহটা হাত এখন থৈছে, 'কেলেইনো কান্দিছ? মালতী... মালতী... এনেখন নকৰিবিচোন.... মই মানুহটো মৰা নাই নহয়।' খহটা হাতখন তাই এবাৰ চুই চাব খুজিলে। এবাৰ ক'ব খুজিলে, 'আও, এইখন চেগুণৰ পাত নে মানুহৰ হাত, এনে ধপলা।' চেগুণ পাত হেন হাতখনত তগৰ ফুল হেন হাতখন নোহোৱা হৈ গ'ল। 'হ'ব দেচোন, ভগবানে তোক তগৰ ফুল হেন হাত দিছে...।' কথাষাৰ পূৰা হ'বলৈ নাপালে, ভেকেটা-ভেকেট গোন্ধাই থকা মানুহ এটাই লেবাই উঠিল, 'মলি বাবা পুখুলীল পলা নামঘল... মূল নাই... চকু নাই...।' কান্দোনটো শব্দহীন হৈ ভিতৰলৈ সোমাই গ'ল। শব্দহীন কান্দোনটোৱে মানুহজনীক জোকাৰি পেলাইছে।

'মা, মা, মা, কিবা এটা দেচোন, চৰাই পোৱালীটোৱে কেনেকৈ মুখ মেলি চিঁ চিঁ কৰি আছে।'

তাই চকু-মুখ মোহাৰি থিয় হৈ দুৱাৰখন খুলি দিলে। বাহিৰত গধূলিৰ আন্ধাৰ।

'কুৰ্মানী!' কচুপাত এখিলাত মাছ কেইটামান লৈ বুলেন।

'মণিৰ মা...' হাতত সন্ধ্যা পূজাৰ প্ৰসাদ লৈ কালী বুঢ়ী।

তাই বাহিৰলৈ গৈ হাত দুখন মেলি আঁজলি পাতি দিলে, মণিৰ চৰাইটোৰ বাবে, বুলেনৰ মাছকিটাৰ বাবে, কালী বুঢ়ীৰ প্ৰসাদৰ বাবে। মণিৰ চৰাইটোক কিবা এটা খাবলৈ দিব লাগিব, বুলেনে অনা মাছকিটা বাছিব লাগিব, কালী বুঢ়ীৰ প্ৰসাদৰ থালখন গুভোটাই দিব লাগিব। ভিতৰলৈ সোমাই অহা কান্দোনটো এইবাৰ চকুৰেদি ওলাই আহিব খুজিলে। নাহিল, তাই হাতখনেৰে মোহাৰি পেলালে।

# ১১

মণিক ভাতমুঠি খুৱাই বস্তাখনৰ ওপৰতে শুৱাই দিলে। এতিয়া গৰম কালি যেন-তেন, জাৰ কালি আহে মানে কিবা এটা কৰিব লাগিব। তাই পুতেকক হাত ফুৰাই দিলে। টোপনিতে সি বিব্‌বিৰাই উঠিল, চৰাই পোৱালীটো লৈ খেলিছে চাগে। ল'ৰাটো স্কুলত দিব লাগিব। বুলেনে সাজি দিয়া চৌকাটোৰ ওচৰত প্লাষ্টিকৰ পেকেটৰ তলতে অকণমান চাউল পৰি আছে, যোৱাৰাতি সিয়েই দি যোৱা। নাল এৰোৱা কেৰাহীখন কালী বুঢ়ীয়ে দিছিলে। তাতেই ভাত ৰান্ধিলে, তাতেই খাইছিলে। খালী হৈ পৰি থকা কোঠাটোৱে তাইলৈ চাই দাঁত নিকটাই উঠিল। মণিৰ পেণ্টটো টিকাটোৰ ওচৰতে এবকলা ফটা। তাই চাদৰৰ আচলটো চালে, টকা পাঁচটা আছে। কেম্পত থাকোঁতে মানুহ এঘৰত কাপোৰ ধুই টকা ত্ৰিছটা পাইছিল, তাৰে পাঁচ টকা বৈছে। কেম্পৰ পৰা আহি ভুলেই কৰিলে নেকি। তাত অন্ততঃ টকা এটাও নিদিয়াকৈ চালি এখন পাইছিলে, সপ্তাহত এবাৰকৈ হ'লেও, ধানে-তুঁহে-পোকে মিহলি হ'লেও চাউল এমুঠি পাইছিলে। এতিয়া তাই কি কৰে? কেম্পৰ কাষৰে-পাঁজৰে মানুহ কিঘৰ চিনাকি হৈছিল, দুই-এটা কামো পাইছিল। ভৰিকিটা মেলি বহিব খোজোঁতে কেম্পত থাকোঁতেই চহৰৰ পৰা গাড়ী লৈ অহা মাইকী মানুহৰ দল এটাই দি যোৱা ক'লা পাৰীৰ কোৰা শাৰীখন চেৰেক্‌কৈ ফাটি গ'ল। এইখনেইতো সম্বল আছিল। কেম্পতে আৰু এখন পাইছিল। কীৰ্তন গাই গাই অহা গেৰুৱা কাপোৰ পিন্ধা সাধুৰ দল এটাই দি গৈছিল। বগাতে নীলা আঁক-বাক থকা শাৰীখন তাই সামৰণ কৰি থৈছে। শাৰীখনৰ দৰে তাইৰ বুকুখনো যেন কোনোবাখিনিত চেৰেক্‌কৈ ফাটি গ'ল। তাইৰ বুকুখন আজিকালি ফটা ফিচিকিবলৈ আৰম্ভ কৰা চাদৰখনৰ দৰে হৈছে, ক'ৰবাত অকণমান টান পৰিলেই এনি-তেনি চেৰেক্ চেৰেক্‌কৈ ফাটি যায়। তাই মণিক এবাৰ চাই বাহিৰলৈ ওলাই গ'ল। বুকুৰ ভিতৰত ফটা চাদৰ এখন লৈ তাই কালী বুঢ়ীৰ পিৰালীতে বহি উচুপিবলৈ ধৰিলে। নাই, এখন খহটা হাতৰ স্পৰ্শ নাই, এটা গম্‌গমীয়া মাতৰ কোমল হৈ অহা শব্দ কেইটামান নাই, 'তই এনেখন নকৰিবিচোন, মই মানুহটো...।' তাই ব্যাকুল হৈ পৰিল। কি কৰে তাই? কি কৰে?

তাই অনুভৱ কৰিলে, কোনোবাই তাইৰ পিঠিত হাত থৈছে। তাইৰ গাটো জিকাৰ খাই উঠিল। এইখন হাত বৰ পাতল, গাত পকা আঁহুত পাত এখিলা পৰাৰ দৰে অনুভূতি। তাই মুৰ তুলি চালে, কালী বুঢ়ী।

'মণিৰ মাক, কি কৰি আছ?'

তাই একো উত্তৰ নিদিলে। কালী বুঢ়ীয়ে তাইক হাতত ধৰি ভিতৰলৈ লৈ গ'ল।

'মাক প্ৰণাম কৰ।' বুঢ়ীৰ মাতটোত কঠিন আদেশ, 'সদায় মোৰ ঘৰত সোমাওঁতে মাক প্ৰণাম কৰিবি।'

তাই কালীৰ মুখাবোৰৰ ফালে মুখ কৰি হাত যোৰ কৰিলে। বুঢ়ীয়ে দুখন কাঁহীত ভাত বাঢ়িছে। ভাত, সৰু মাছৰ সৰিয়হ-জলকীয়া দি ৰন্ধা জোল। বুঢ়ীৰ চৌকাৰ পৰা কঁঠালগুটি দুটামান উলিয়াইছে। তাই আঁঠুত মূৰ গুজি চাই থাকিল। পাতল সিৰ ওলোৱা আঙুলিকিটাৰে বুঢ়ীয়ে তেল-নিমখ দি পিতিকা কৰিছে। গৰম ভাত, মাছৰ জোল আৰু কঁঠালগুটি পিতিকাৰ গোন্ধেৰে ঘৰটো ভৰি গ'ল। তাইৰ মুখখন বাৰে বাৰে তিতি আহিছে।

'আহ।' বুঢ়ীয়ে পীৰা দুখন পাৰি তাইক মাতিলে।

তাই কিবা এটা ক'ব খুজিছিল। তিতি থকা জিভাখনেৰে তাই শব্দকিটা উচ্চাৰণ কৰিব নোৱাৰিলে। আচলতে তাই ক'ব খুজিছিল, ভাতৰ কোনো দৰকাৰ নাই, তাই ভাত খালে।

'আহ।' বুঢ়ীৰ গম্‌গমীয়া মাতটোত এটা পুৰুষালী ভাব। মাতটোত থকা আদেশৰ বাবে নে তিতি থকা জিভাখনৰ কাৰণেই তাই পীৰাখনত বহিলগৈ। নীৰৱে চুচি-মাজি গোটেইকিটা ভাত খালে। তাৰ পাছত তাই কালী বুঢ়ীৰ মুখলৈ চালে। বুঢ়ীৰ মূৰৰ জটাটো নাই। অথচ বেলি পৰিলেই বুঢ়ীৰ মূৰত এনুৱা মটিয়া ৰঙৰ গোম ফেটীৰ দৰে ওলাই এটা জটা। জটা ওলোৱা কালী বুঢ়ীৰ চকু ৰঙা হৈ আহে, পূজা দি দি কেতিয়াবা উদ্দাম হয় বুঢ়ীৰ নাচ, কপালৰ সেন্দূৰৰ ফোঁটেৰে ৰঙা হয় কপাল। বস্তিৰ মানুহ আহি ভৰি পৰে কালী বুঢ়ীৰ চোতাল। কালী মাৰ আগৰ ধূপ-ধূনাৰ ওচৰে-পাঁজৰে পৰে ভঙা পইচা। বাতাচা, ফল-মূল, নকুলদানাৰে মাৰ ক'লা ভৰি ঢাক খাই পৰে। মানুহে নিজা নিজা মানস কৰে, কালী বুঢ়ীয়ে আশীৰ্বাদ দিয়ে। তাই এইবোৰ দেখা নাই শুনিছেহে।

বুঢ়ীয়ে চুৰা বাচন অতাই আহি তাইৰ ওচৰত বহিলহি। তাই বুঢ়ীৰ বগা পিছল চুলিকোছালৈ চাই থাকিল। বুঢ়ীৰ বগা চুলিবোৰ কপালৰ আগলৈকে আছে। কুমৰ দুইকাষে অলপ কেঁকোৰা চুলি চেলাউৰীত লাগোঁ লাগোঁকৈ আছে। এইকোছা চুলিত জটা বন্ধাৰ কোনো চিন নাই। তাই অবাক হৈ বুঢ়ীৰ চুলিকোছা চাই থকা দেখি বুঢ়ীয়ে মাত দিলে, 'মা যেতিয়া লম্বে মোৰ মূৰত জটা গজি আহে, মা মোৰ শৰীৰৰ পৰা গ'লে লগত তেওঁৰ চিনো লৈ যায়।' বুঢ়ীয়ে অলপ ফোঁপাইছে। এজনী দুৰ্বল বুঢ়ী মানুহ। তাইৰ বুঢ়ীক এগিলাচ পানী আগবঢ়াই দিবৰ মন গ'ল। বেৰত আঁউজি বহি থকা পাতল মানুহজনীক সেই ঘৰটোত বহবাৰ বহজন মানুহক আগবঢ়াই দিয়াদি তাইৰ আগবঢ়াই দিবৰ মন গ'ল চিক্‌চিকীয়া কাঁহৰ থালত একাঁহী লাড়ু-পিঠা, দুই-পখালি খিচিয়াই অনা বাৰীৰে অমিতা এটুকুৰা, মধুৰীআম এটা। বুঢ়ীয়ে লাহে লাহে বেৰতপৰা আওঁজাই থোৱা মূৰটো তুলিছে। তাইক ভাতকেইটা বাঢ়ি দিওঁতে বুঢ়ীৰ যেন বৰ কষ্ট হ'ল। বুঢ়ীৰ মন উশাহবোৰ নিয়মীয়া হৈ আহিছে।

'তোৰ বৰ ভিখা লাগিছিল?'

তাই ভলমূৰ কৰি আছে। সঁচাকৈয়ে তাই ভাতৰ থালখনত হাত দিয়েই চব পাহৰি

মোকোৰা-মোকোৰে খাবলৈ লাগিছিল। এৰা, মাছ-ভাতৰ গোন্ধত অলপ সময় তাই চব পাহৰি পেলাইছিল। আনকি নিজকো তাই পাহৰি পেলাইছিল। কিমান দিন এনেকৈ তাই জুতি লগাই এসাঁজ খোৱা নাছিল। তাইৰ অলপ লাজ লাগিল।

'পেটৰ জ্বালা বৰ জ্বালা ৰে।'

তাইৰ পিঠিত আকৌ এখিলা শুকান আঁহত পাত পৰাৰ অনুভূতি। পাতল হাতখনত এক ধৰণৰ আশ্বাস। আঁহত পাত হেন হাতখনৰ পাতল স্পৰ্শটোৱে কিয় জানো তাইক হঠাৎ মনত পেলাই দিলে চেগুণ পাতখিলাৰ দৰে গেধেপা হাতখনলৈ। তাই আঁঠুত মূৰ গুজি দিলে। পকা আঁহত পাতখিলা এইবাৰ চুলিখিনিত বাগৰি আছে।

'তোৰ লগত ল'ৰা এটা আছে। মই একেবাৰে অকলে আছিলোঁ। মই তোতকৈয়ো সুন্দৰ আছিলোঁ। কালীমাই মোক বচাই দিলে। তোকো চাব। মাক প্ৰণাম কৰ।' তাই মূৰ তুলি চালে। গোটেই ঘৰটো জুৰি জিভা মেলি থকা এজনী ক'লা মানুহৰ তেজ ৰঙা চকুৰ চাবনি। এই ক'লী গোসাঁনীজনীয়ে সঁচাকৈয়ে এজনী ধুনীয়া কম বয়সীয়া মানুহক ভাত দিব পাৰে, দিব পাৰে দুইবেলা সলাব পৰা দুখন কাপোৰ? এই মানুহজনীতো জীয়াই আছে। খাই-পিন্ধিয়ে আছে। নিজৰ ঘৰ এটাও আছে। নিজেও আছে, আনকো ৰাখিছে। তাইক আজি মাছে-ভাতে এসাঁজ খুৱাইছে। বুঢ়ীৰ পিঠিত কাহানিও নাছিল চেগুণ পাতৰ দৰে ধপলা এখন হাতৰ উম। তথাপি বুঢ়ীয়ে পাতল হাতখন তাইৰ পিঠিত থ'ব পাৰিছে। কেৱল এই ক'লী গোসাঁনীজনীৰ বাবেই? বুঢ়ীৰ আদেশ মানি নহয় নিজৰ ফালৰ পৰাই তাই কালীৰ ক'লা জিভা মেলা মুখাখনলৈ চাই প্ৰণিপাত কৰিলে। তাইক একো নালাগে, দুইবেলা খাব পৰাকৈ দুমুঠি ভাত, মণিক পিন্ধাব পৰা কাপোৰ এসাজ। তাইৰ গালেদি দুধাৰি চকুলো বৈ আহিল।

'সেয়ে মানুহৰ এই কথাটোৰেই মোৰ বেয়া লাগে। কান্না আৰু কান্না। আৰ কিছু কৰিছ নাই, ভেঁ ভেঁ কৰে কান্না। কাৰ কাৰণে কান্দিছ? কোন মৰদক দেখুৱাব খুজিছ? মেয়ে মানুষৰ এই কান্না মৰদক দেখুৱাবৰ বাবে। তবেচে ভাতাৰ একটা আহিব, শৰীৰ দলাই-মলাই কৰি ক'ব, আহা হা বেচাৰী। মেয়ে মানুষ সুখে আঠখানা। দলাই-মলাইৰ পাছত আচল সুখ। তাৰ পাছত পেট।'

বুঢ়ী জকি উঠিছে। 'পেট লাগে যদি আৰু কান্না জোৰ। হাউ-মাউ কৰে কান্না জোৰ। বস্তিৰ চব গুলা ভাতাৰ আহি যাব। তোৰ শৰীৰৰ বান্ধ ভাল আছে। ভাল মতে দলাই-মলাই হ'ব।'

তাইৰ খং উঠি গ'ল। কি কয় বুঢ়ীয়ে? তাইৰ ঘৰত আছোঁ বুলিয়ে বুঢ়ীৰ ইমান কথা। এসাঁজ ভাত খুৱালে বুলি এনে কথা। তাই উচাট মাৰি ঠিয় দিলে। চকু শুকান। খঙৰ জুয়ে তাইৰ চকুপানী শুকুৱাই ভাপ কৰি পেলালে। তাইৰ চকুৰ পৰা যেন জুইহে ওলাইছে।

'আপুনি মোৰ মাতকৈয়ো বয়সত ডাঙৰ। মই আপোনাৰ ঘৰত আছোঁ। এনেই থকা নাই। দস্তৰমত ভাৰা দিম। কিবা এটা কৰি খাম। মানুহটো নাই বুলি... মোৰ ল'ৰাটো

আছে..... হাত দুখন আছে... এসাঁজ ভাত খুৱালে বুলি...।' খণ্ডত তাইৰ কথাবোৰ ওপৰা-ওপৰি হৈছে। কিবা ক'ব খুজি কিবা কৈছে।

তাইৰ পিঠিত আকৌ সেই পকা পাতখিলাৰ স্পৰ্শ। তাই বিছা এড়াল পৰাৰ দৰে হাতখন জোকাৰ মাৰি আঁতৰাই দিছে।

বুঢ়ীয়ে আলু-পিয়াঁজ থোৱা পাচিটোৰ পৰা এটা জলকীয়া তুলি লৈছে। বগা সৰু জলকীয়া। তাই চিনি পালে মেম জলকীয়া, বহুতে সূৰ্যমুখী জলকীয়া বুলিও কয়, কিছুমানে বিহ জলকীয়া বুলিও কয়। গছ ভৰি ওপৰ মুৰকৈ লগা সৰু সৰু বগা জলকীয়াবোৰ প্ৰচণ্ড জ্বলা, মুখত দিলেই জুই সোমোৱা যেন লাগে। কি কৰে বুঢ়ীয়ে? জলকীয়াটো তাইৰ চকুত ভাঙি নিদিয়েতো। বুঢ়ীয়ে জলকীয়াটো হাতৰ তলুৱাত লৈ তাইৰ ওচৰ চাপি আহিছে। তাই কোঁচ খাই আঁতৰি দিলে।

'মেয়ে মানুষ এই জ্বালাৰ দৰে হ'ব লাগে। দেখাত চোট কিন্তু মুখত দিলে জ্বলাই দিব পাৰে।' বুঢ়ীয়ে মেম জলকীয়াটো তাইৰ হাতত দিছে।

তাইৰ খংটো কমা নাই। বুঢ়ীয়ে এইবাৰ তাইক কালীমাৰ মহাদেৱৰ গাত ভৰি থোৱাৰ ছবি এখন দেখুৱাইছে, 'মাৰ শক্তি চা, পুৰুষক কি দৰে পদাঘাত কৰিছে। মাৰ ভক্ত হ। শক্তি পাবি।'

তাই ছবিখন ভালকৈ চোৱা নাই। আচলতে ভৰ পেট ভাত খাই তাইৰ টোপনি আহিছে। বাৰে বাৰে মা-কালী, বুঢ়ী, মেম জলকীয়া চববোৰ নোহোৱা হৈ হৈ গৈছে। হঠাৎ তাই নিজৰ নাকৰ শব্দ যেন নিজেই শুনিছে।

'উঠ, এইফালে আহ।' বুঢ়ীয়ে তাইক মূল ঘৰটোৰ কাষৰ বেৰা-কুৰা দিয়া চালিখনৰ তললৈ লৈ গ'ল।

সৰু চালিখনত ধানৰ গোন্ধ এটা বিয়পি আছে। একাষত এটা চৌকাৰ ওপৰত লোহাৰ কেৰাহী এখন, কেইখনমান চালনি, দুবস্তা ধান, মাটিৰ চক, বালি, নিমখৰ বৈয়াম এটা। মুৰি ভজাৰ এক সম্পূৰ্ণ আয়োজনেৰে ভৰা চালিখনত বৈ তাইৰ চকুৰ টোপনি পলাই ফাট মাৰিলে। বুঢ়ীয়ে এটা বস্তাৰ পৰা এমুঠি ধান উলিয়াই হাতৰ তলুৱাত লৈছে, 'চা, কি সুন্দৰ মালভোগ ধান।' আনটো বস্তাৰ পৰা আক এমুঠি ধান লৈ তাইৰ হাতত দিছে, 'এই মাগুৰী ধানৰ মুৰিও ভাল হয়।' এইবাৰ বুঢ়ীয়ে ডাঙৰ ধান সিদ্ধ কৰা কেৰাহীখন দেখুৱাইছে, 'পূৰা আঠশ পাঁচিছ টকা লৈছে।' মাটিৰ চকৰিটা চুই বুঢ়ীয়ে হাঁহি পেলাইছে, 'বালি গৰম কৰি কৰি চকৰিটা লোহাৰ কেৰাহীখনৰ দৰেই হৈ পৰিছে।' বুঢ়ীয়ে চকৰিটা বজাই দেখুৱাইছে। মুৰি লবোৱা বৃত্তি বাঢ়নীডাল তাইৰ হাতত দিছে। 'মুৰি ভাজ।' কথাবাৰ কৈ বুঢ়ীয়ে জুই জ্বলাই বালি, মাটিৰ চকৰিটাত বালি গৰম কৰিলেই। কামত লাগিলে বুঢ়ীৰ পাতল, বগা আঙুলিকিটা বতাহ লাগি কঁপি থকা খাগৰি বন যেন লাগে। তাই একেথৰে বুঢ়ীৰ আঙুলিকিটা চাই থাকিল।

'ধান সিদ্ধ কৰি চাউল উলিয়াই থোৱা আছে।' বুঢ়ীয়ে চালিখনৰ চুক এটালৈ আঙুলিয়াই

দিছে।

তাই একো কোৱা নাই। যেনেকৈ থিয় দি আছিল তেনেকৈয়ে বৈ থাকিল। তাই একো ধৰিব পৰা নাই। বুঢ়ীয়ে বা কি ক'ব খুজিছে! তাইৰ আকৌ টোপনি আহিব খুজিছে।

বুঢ়ীয়ে খেংখেঙাই উঠিল, 'কি বৈ আছ? মুৰিখিনি ভাজি নেপেলালে কাইলৈ কি খাবি? সদায় মই তোক খুৱাব নোৱাৰোঁ। তোৰ পোলাক ইচকুলত নিদিয়? কোনটো ভাতাৰে খৰচা চলাব?'

তাই য'তে আছিল ত'তে বৈ থাকিল।

'নাহ কিয়? এই বুঢ়া শৰীৰে একলা আৰু নোৱাৰোঁ।'

তাই একেদৰেই বৈ থাকিল। মাত্ৰ তাৰ পৰাই লাহে লাহে ক'লে, 'মোৰ হাতত টকা নাই, ক'ৰবাত কাম...।' তাই আচলতে ক'ব খুজিছিল, মুৰি ভাজি বিক্ৰী কৰিবলৈ তাই প্ৰথমতে ধান কিনিব লাগিব, আন আন সঁজুলিবোৰ কিনিব লাগিব। এটা ব্যৱসায় কৰিবলৈ মূলধন লাগে। তাই আৰু সুধিব খুজিছিল মুৰি ভাজি দিলে বুঢ়ীয়ে তাইক কি দিব, কি হাজিৰা দিব, পাৰিলে সেই হাজিৰাৰ পৰাই তাই অলপ অলপকৈ পইচা বচাব, কেৰাহী, চক, মালভোগ ধান।

বুঢ়ী এইবাৰ জক্‌জকাই উঠিল, 'কেনে তোক টকাৰ কথা কৈছে? মই তোক মুৰি ভজাৰ কথা কৈছোঁ।'

তাই ভয়ে ভয়ে বুঢ়ীয়ে আগবঢ়াই দিয়া পীৰাখনত বহিলগৈ।

বুঢ়ীৰ চৌকাৰ তুঁহ জুই ৰঙা হৈ আহিছে। সিদ্ধ কৰি সাজু কৰি থকা মালভোগ ধানৰ চাউল তলপ খোলাত পৰি কেউপিনে গোন্ধে মহ্‌মহাই গৈছে। বুঢ়ীয়ে চাউলখিনিত এবাটি নিমখ পানী ঢালি দিলে। তাই বুঢ়ীৰ বাওঁকাষে বহি মাটিৰ চৰুত গৰম হৈ থকা বালিত চাউলখিনি অলপ অলপকৈ দি গ'ল। ফট্‌ফটকৈ ভজা চাউল ফুটি বগা বগা মালভোগ ধানৰ মুৰি ভৰি পৰিল। তাই হাঁহি পেলালে। বুঢ়ীয়ে নিপুণ হাতেৰে তুঁহ জুইৰ পৰা গোবৰৰ খুঁটিডাল উলিয়াই, সুমুৱাই আছে। সমান উত্তাপত ভজা চাউলৰ পৰা ঠিকমতে মুৰি ফুটিছে। চাওঁতে, চাওঁতে এটা মজলীয়া ধৰণৰ বস্তা মুৰিৰে ভৰি পৰিল। বুঢ়ীয়ে দুটা ক'লা পৰি যোৱা ডাঙৰ ডাঙৰ বিস্কুটৰ টিঙত টানকৈ সাঁফৰ মাৰি মুৰিখিনি ভৰালে। বস্তাটোত ৰোৱা মুৰিৰ পৰা অলপ সৰু টিং এটাত ভৰাই বুঢ়ীয়ে তাইৰ ফালে আগুৱাই দিলে, 'নে পোনাক দিবি।' তাই হাত পাতি মুৰিৰ টিংটো লৈ যাব খোজোঁতেই বুঢ়ীয়ে মাত দিলে, 'ভালকৈ ঘুমাবি, পুৱা টাউনলৈ মুৰি বেচিবলৈ যাব লাগিব, মোৰ বন্ধা গ্ৰাহক আছে।' বুঢ়ী ঠিয় হৈছে, 'তোৰো ভাত মুঠি ওলাব, মোৰ বুঢ়া শৰীৰেও আৰাম পাব।' তাই বুঢ়ীৰ ঘৰৰ পৰা ওলাই যাওঁতে এবাৰ ঘূৰি চালে। বুঢ়ীয়ে মুৰিৰ খোলাখনৰ বস্তুবোৰ চিজিল কৰিছে। টিপ চাকি আৰু তুঁহ জুইৰ পোহৰত তাইৰ বুঢ়ীক এটা মেম জলকীয়া যেন লাগিল। ক্ষীণ, শেতা, বগা, চুলিবোৰো বগা। ওকান বুঢ়ীজনীৰ মাজত কি জ্বাল। তাইৰ মুখখন এটা হাঁহিয়ে তিয়াই দিলে।

# ১২

তাই হাতত মুৰিৰ টিংকিটা লৈ যেতিয়া ওলাল তেতিয়া কালী বুঢ়ীয়ে বগা থান কাপোৰৰ শাৰী, বগা চাফা ব্লাউজ পিন্ধি, কহুৱা ফুল হেন চুলিকোছাৰে হাতখোপা এটা বান্ধি বৈ আছে। তাই বুঢ়ীৰ ঢৌ খেলোৱা বগা চিক্‌চিকাই থকা চুলিকোছা চালে। কালি মেম জলকীয়া যেন লগা বুঢ়ীক আজি তাইৰ বগা কথনা ফুল এপাহ যেন লাগিল, কোমল কিন্তু মজবুত। সৰি পৰি থাকিলেও বহু সময় সতেজ হৈ থাকিব। বুঢ়ীয়ে ইতিমধ্যে ঘৰ তলা মাৰিছেই, তাইক দেখি ওলাই আহিল।

'পোলাক কি খাবলৈ দিলি?'

'মুৰি।'

'আৰু তাই?'

'মুৰি।'

'আজি চাউল লৈ আহিবি।'

বুঢ়ীয়ে বগা শাৰীৰ আঁচলৰ পৰা চাবিপাত খুলিছে। এইবাৰ বুঢ়ীয়ে চাবিপাতেৰে দুৱাৰখন খুলি তাইক মাতিছে, 'চৌকাৰ ওচৰতে কালিৰ অলপ ভাত-তৰকাৰী আছে, নে পোলাক দি থৈ যা, চলি মানুহ, মুৰি খাই থাকিব পাৰিবনে?' তাই অলপ সংকোচ কৰিছে।

'জলদি কৰ, বস্তিৰ চব মানুহ ওলালেই, যা।' তাই যাওঁ-নাযাওঁকৈ বুঢ়ীৰ ঘৰত সোমাই চৰুৰ পৰা ভাত-তৰকাৰী বগা চৰিয়া এটাত উলিয়াই মণিৰ ওচৰ পালেগৈ। মণিয়ে ইতিমধ্যে মুৰিখিনি খাই শেষ কৰিছে। সি ফটা খবৰ-কাগজ এখিলা জোঁটাই জোঁটাই পঢ়িবৰ যত্ন কৰিছে। সি সদায় এনেকৈয়ে কিবা এটা মুখত দি বিছনাতে কিতাপ মেলি লয়। আজি বহুত দিনৰ মূৰত সি একেই চিনাকি ভংগিমাৰে বিছনাতে লেপেটা কাঢ়ি বহি মূৰটো অলপ দোলাই দোলাই পঢ়িবৰ যত্ন কৰিছে।

'বাবা, তোলৈ মই কিতাপ এখন আনিম, কি কিতাপ লাগিব?' মাকে তাৰ মূৰত হাত ফুৰাই দিছে। ল'ৰাটোৰ চকু-মুখ উজ্জ্বল হৈ উঠিছে।

'সঁচা কথা মা?'

'সঁচাকে আক'।'

'পইচা ক'ত পাবা?' তাৰ মাতটো কন্দনামুৱা।

'মুৰি বেচিম নহয় আজি।' তাই তাক হাতেৰে আঙুলিয়াই বাহিৰত থোৱা ক'লা পৰি যোৱা বিস্কুটৰ টিংকিটা দেখুৱাইছে।

'তই উৎপাত নকৰিবি, ঘৰতে থাকিবি...।'

'নদীত সাঁতুৰি নাথাকিবি, ভাতকিটা খাই দৌৰি নুফুৰিবি।' পুতেকে মাকৰ ভংগিমাটো

হুবহু নকল কৰি কথাকিটা কওঁতে মাকে-পুতেকে একেলগে হাঁহি উঠিল।

'মাই-পুত লগ লাগি কিহৰ ৰগৰ হৈছে?'

তাই ঘূৰি চাই দেখে এজনী ওখ লাহী মানুহ বৈ আছে। তাইৰ মূৰত এটা বস্তা। তাইৰ থিয় হোৱাৰ ভংগীৰ পৰাই ধৰিব পাৰি বস্তাটো বেছ ডাঙৰ যদিও পাতল। বস্তাটোৰ মুখতে লাগি থকা মুৰিকিটা দেখি বুজিলে এই বস্তা মুৰি। মানুহজনীয়ে তাইৰ ফালে চালে, 'ব'ল মণিৰ মাক।' তাই বুঢ়ীৰ ফালে চাইছে। বুঢ়ীয়ে ৰাস্তাত ভৰি দিলেই। পাতল গাটোৰে বুঢ়ী চৰাই এজনীয়ে যোৱাদি যায়। তাই অনভ্যস্ত হাতেৰে দুইটা মুৰিৰ টিং চম্ভালিব পৰা নাই। বুঢ়ীয়ে এবাৰ উভতি চাই তাইৰ হাতৰ পৰা মুৰিৰ টিংটো লৈ মূৰত উঠাই ল'লে। তাই মাত্র বুঢ়ীৰ ৰাজহাঁহ এজনীৰ দৰে সৰু, ক্ষীণ, বগা ডিঙিটো চাই থাকিল। এইটো ডিঙিয়ে টিংটো সঁচাকৈয়ে দাঙিব পাৰিবনে? পাৰিছে, অনায়াসে টিংটো মূৰত লৈ বুঢ়ীয়ে খোজ কাঢ়ি গৈ আছে।

'জোনৰ মাক। তোৰ ঘৰৰ মানুহ কেনে আছে?'

'তাৰ কথা সুধি কি লাভ আছে?'

'কি? তাৰ শ্বাসৰ টান বেছি হৈছে নেকি?'

'কোন দিনা কম আছিল ক'চোন?'

'বাজাৰ-হাট কৰিব পাৰিছেনে?'

'আজি দুসপ্তাহ বহা।'

'সংসাৰ তই অকলে টানিছ?'

'সদায় অকলেই টানি আছোঁ। কি নতুন কথাটো হ'ল?'

তাই মনে মনে ওখ মানুহজনী আৰু বুঢ়ীৰ কথা-বতৰা শুনি গৈ আছে। বতৰটো মুকলি। ৰ'দজাক বৰ ফট্‌ফটীয়াকৈ ওলাইছে। জোনৰ মাকে তাইলৈ চাই হাঁহিছে, 'মণিৰ মাক, চুপ-চাপ আছ কেলেই? গা বেয়া লাগিছে নে মন বেয়া লাগিছে।' উত্তৰত তায়ো মানুহজনীলৈ চাই হাঁহি এটা মাৰিলে। জোনৰ মাকৰ গাৰ ৰংটো পকা জামু এটাৰ দৰে, মিহি, ক'লা, চিকচিকাই থকা। ৰ'দ পৰি যেন সৰি পৰা তুলতুলীয়া পকা জামু এটা পাত এসোপাৰ মাজত তিৰ্‌বিৰ্ কৰি আছে। ক'লা মুখখনত বগা, সমান দাঁতপাৰি অলপ সময় তাইৰ চকুৰ আগত ভাহি থাকিল।

'তোমালোকৰ কথা শুনিছোঁ। তোমাৰ মানুহটোৰ কিবা অসুখ হৈছে?'

'মোৰ বুঢ়াটোৰ অসুখ কেতিয়া নহয় সেয়া সোধ।' তাইৰ কপালত আধলিটোমান সেন্দূৰৰ ফোঁট এটা, শিৰতো উজ্জ্বল সেন্দূৰ। হাঁহি হাঁহি কথা ক'লেও তাই লক্ষ্য কৰিলে মানুহজনীৰ কথাবাৰত ভাৰস্তৰ্ সমস্ত বিৰক্তি সনা-পোতোকা খাই খাছে। মানুহজনীয়ে মূৰৰ পৰা বস্তাটো নমাই বস্তিটো য'ত শেষ হৈছে, সেইখিনিতে থকা দোকান এখনৰ আগত ৰ'ল। ৰাস্তাৰ এইপাৰে বুঢ়ী আৰু তাই, সিফালে দোকানৰ আগত জোনৰ মাক। জোনৰ মাকে বস্তাৰ পৰা মুৰি উলিয়াইছে, দগা-পাল্লাৰে জুখিছে। কিয় জানো তাইৰ ভাব

হ'ল মানুহজনীয়ে কামখিনি কৰোঁতে ইচ্ছা কৰি দেখি কৰিছে। ইমানকৈ হাঁহিবলৈ কি কথাটোনো ওলাল।

মুৰিৰ বস্তাটো মূৰত লৈ সিহঁতৰ ফালে আহি থকা মানুহজনীলৈ তাইৰ চাবৰ মন নগ'ল। শাখা-সেন্দূৰ থকা তিৰোতা, মান-ইজ্জত নাই? তাই গোমোঠা মাৰি কালী বুঢ়ীৰ ওচৰত বৈ থাকিল। বুঢ়ীৰ মুখলৈ চালে এবাৰ তাই, কোনো ভাবান্তৰ নাই।

'ব'ল, সোনকালে ব'ল, নহ'লে বজাৰত বহাৰ ঠায়েই নোপাব।' জোনৰ মাকে খৰ-ধৰ কৰিছে।

'আৰে কি কয় জোনৰ মাকে?' কোলাত পূৰ্ণিমাৰ জোনটোৰ দৰে কেঁচুৱা এটা লৈ এজনী ঠিক ছোৱালী নে বোৱাৰী ধৰিব নোৱাৰা বগী মানুহে আহি সিহঁতৰ লগে লগে খোজ দিলে।

বস্তিৰ গলি ৰাস্তা এৰি মানুহ কিজনীয়ে মূল ৰাস্তাত ভৰি দিছে। বগী মানুহজনীয়ে কেঁচুৱাটোক টপৰ্ টপৰ্ চুমা কেইটামান খাই ল'লে। এবছৰীয়া কেঁচুৱাটো চালে চাই থাকিবৰ মন যায়। নাক জোঙা, গাখীৰত সেন্দূৰ গোলা ৰং, হাঁহি মাৰিলে গালত টোল এটা পৰে। বগা হ'লে কি হ'ব, মাকৰ নাক-মুখ যেঁচা, গাৰ ৰংটো পুতেকৰ দৰে ইমান মিহি নহয়। মাক-পুতেকক দেখিলে কাম কৰা মানুহ এজনীয়ে কোনোবা ডাঙৰ মানুহৰ কেঁচুৱা লৈ থকা যেন লাগে। বগী মানুহজনীয়ে কেঁচুৱাটোক কোচ সলাই লৈছে, 'জোনৰ মাকে যদি বজাৰত ঠাই নাপাই, কোনে পাব?'

'কিয়? মোৰ পৈয়েক আছে বজাৰত?' ক'লা মানুহজনী ক'লী ফেটী সাপ এডালৰ দৰে ফোঁচকৈ উঠিল।

কেনেকৈ হাঁহিছে কোলাত কেঁচুৱা লোৱা মানুহজনীয়ে।

'হাঁহিছ কিয়? তোৰহে গোটেইখনত পৈয়েক, য'তেই যাব ত'তেই ঠাই পাব, খাবলৈ পাব, শুবলৈ বিছনা পাৰি থোৱা থাকে......।'

'মোৰতো আৰু বজাৰত ডস্কৰ বজাই নিগনি মৰা দাৰাই বেচি ফুৰা শক্ত-সামৰ্থ পৈয়েক নাই। এইবোৰ পৈয়েকেই মোৰ খুৱাইছে, পিন্ধাইছে।'

'জহৰা পুতেক লৈ ফুৰে। লাজ-চৰম নাই।'

'ঐ ক'লী, লাজ-চৰমত নধৰিবি। বস্তিত তোৰ কথা চব ফাঁচ কৰি দিম।'

'কি কথা ফাঁচকৰিবি?' ক'লীৰ মূৰৰ মুৰিৰ বস্তাটোৱে কথাৰ লাচত কাঠৰোকা চৰাইৰ মূৰৰ জঁটোৰ দৰে নাচিছে।

'তোক কোন বেপাৰীয়ে কম দামত সেন্দূৰৰ টেমা দিয়ে, কোনে আলতা দিয়ে মই নাজানো?'

'মোক আলতা, সেন্দূৰহে দিছে, কোলাত জহৰা দিয়া নাই নহয়।'

'মোৰ ল'ৰাক জহৰা বুলি নক'বি। মই খুৱাইছোঁ, মই পিন্ধাইছোঁ। আচলতে হিংসা। তহঁতৰ মৰলা ছলিবোৰৰ আগত মোৰ ছলি কাউৰীৰ আগত ম'ৰা।' তাই কেঁচুৱাটোক

আকৌ চুমা খাইছে।

ফেলানীয়ে এবাৰ ক'লী, এবাৰ নাকফেঁচী বগী, এবাৰ কালী বুঢ়ীলৈ চাইছে। ইহঁত দুজনীৰ কথা শুনি তাইৰ কি কৰোঁ কি নকৰোঁ লাগিছে। বুঢ়ী বৈছে। তায়ো ৰ'ল।

'আমি এইফালেৰে সোমাম।' বুঢ়ীয়ে মূল ৰাস্তাৰ পৰা ফাটি যোৱা আলি এটা দেখুৱাইছে।

তাই ক'লী আৰু বগীলৈ চালে।

'সিহঁত দুজনী বজাৰলৈ যাব।'

'বুঢ়ী মাই, তই কি এইফালে যাবি?'

'মণিৰ মাক অলপ মানুহ কেইঘৰ দেখুৱাই আনোঁ।' দুইজনীয়ে মণিৰ মাকলৈ চাইছে। তাই ওঁঠ কামুৰি তলমূৰকৈ বৈ থাকিল। তাইৰ চকুৱে-মুখে স্পষ্ট ঘৃণা, বিৰক্তি আৰু খং।

'মণিৰ মাক, তই আমাক মাতেই নিদিয় দেখোন।' বগীয়ে তাইৰ ফালে চাই হাঁহিছে। মাকক ইহঁতা দেখি কেঁচুৱাটোৱেও খিল্‌খিল্ কৰি হাঁহিছে। তাইৰ ফালে হাফোলা মেলি মেলি আহিছে। তাই কেঁচুৱাটোকো চোৱা নাই।

'মণিৰ মা, বেয়া নাপাবি। অলপ ঠাট্টা-ইয়াৰ্কি নকৰিলে থাকিবিনো কেনেকৈ? ঘৰত গৈ সেই দেখিবি চোতালত বহি বুঢ়াই শ্বাস টানি আছে আৰু বক্‌বক্ কৰি আছে....।

বগীয়ে তাইৰ মুখতে ধৰি বুঢ়াৰ দৰে দীঘল দীঘলকৈ উশাহ টানি টানি, মাজে মাজে কাহি কাহি ক'বলৈ ধৰিলে, 'চালি...... মাগী...... ক'ত ঘূৰি ফুৰিছিলি...... কোন মতা ধৰিছিলি...... ঘৰত মানুহটো...... বজ্জাত মাইকী....... তোক......।'

দুইজনীয়ে খিলখিলাই হাঁহি উঠিল। তাই কেৱল অবাক হৈ দুইজনীকে চাই থাকিল। কোলাত কেঁচুৱা, মূৰত মুৰিৰ বস্তা লৈ গৈ থকা মানুহ দুজনীক তাই চায়ে ৰ'ল।

'কি হ'ল মণিৰ মা? ব'ল, এইফালে ব'ল। সিহঁত বজাৰলৈ যাব।'

তাই কালী বুঢ়ীয়ে নমাই থোৱা মুৰিৰ টিংটো কঁকালত কলহ লোৱাদি তুলি ল'লে। এখন হাতেৰে কঁকালত এটা টিং, আনখন হাতেৰে এটা টিং ওলোমাই লৈ তাই স্বচ্ছন্দভাৱে খোজ ল'লে।

'এটা মোক দে, তোৰ অভ্যাস নাই, গৃহস্থী ঘৰৰ বউ, ক'ত মুৰিৰ টিং লৈ পাইছ?'

'পানী আনিছিলোঁ নহয়, এটা কলহ কাষত এটা বাল্টি হাতত।' কথাষাৰ কৈ তাই এনেই হাঁহি দিলে। কিয় জানো তাইৰ মনটো বৰ পাতল যেন লাগিল।

'সংসাৰৰ কি জ্বালাই জ্বলিছে ৰে মেয়েগুলো....।' তাই ঠিক ধৰিব নোৱাৰিলে বুঢ়ীয়ে বা কাৰ কথা কৈছে।

তাই যেতিয়া ঘূৰি আহিল তাইৰ হাতত এক কেজি চাউল, চাৰিটা কণী, আধা কেজি আলু, এপোৱা মিঠাতেল আৰু এখন সাহিত্যৰ কিতাপ। তাইলৈ সি মূল আলিটোৰ পৰা বস্তিলৈ সোমাই যোৱা ৰাস্তাটোৰ তেঁতেলীজোপাৰ তলতে বৈ আছিল। তাইক দেখি দৌৰ

মাৰি আহিল। তাইৰ হাতত পৰা বজাৰৰ মোনাটো নিজ হাতলৈ নি সি লাহেকৈ সুধিলে, 'মা, চাউল আনিছ?' তাই তাৰ মুখখনলৈ চালে, শুকাই আছে। সেই পুৱাতে বুঢ়ীৰ চকৰ কৰ্‌কৰা এমুঠি খাইছিল। তাইৰ বুকুখন টন্‌টনাই উঠিল।

ঘৰ সোমাই দেখিলে এটা টিণ্ডত এটিং পৰিষ্কাৰ পানী। চৌকাৰ কাষত এবোজা খৰি।

'মা, বুলেন খুৰাই টিংটো দি থৈ গৈছিল। মই নদীত নি ধুই আনিলোঁগৈ। খৰিখিনিও খুৰাৰ লগতে গৈ বিজার্ডৰ পৰা আনিলোঁ।'

'পানী কিহেৰে আনিলি? এইটো টিণ্ডেৰে?'

'ধেৎ নহয়, কালী বুঢ়ীৰ বাল্টিৰে আনিলোঁ। বাল্টিটোও বালিৰে মাজি থৈছোঁ।'

'ক'ত থ'লি বাল্টিটো?'

'সৌ তাতে।' সি বুঢ়ীৰ পিৰালিটোলৈ আঙুলিয়াই দিলে।

মণিয়ে মোনাটোৰ পৰা বজাৰ উলিয়াইছে। প্রতিটো বস্তু উলিয়াই মাটিত থয় আৰু আনন্দত চিঞৰ মাৰি উঠে।

'চাউল'

'আলু'

'কণী'

'মিঠাতেল'

'এইখন মোৰ সাহিত্যৰ কিতাপ।'

কিতাপখন হাতত লৈ ল'ৰাটো আনন্দত ক'ব নোৱাৰা হ'ল। অলপ সময় কিতাপখন লাৰি-চাৰি তাৰ হাঁহিৰে ভৰা মুখখন মোলান পৰি আহিল।

'গণিত খিনি পাহৰিলোৱে।'

'কেনৈ পাহৰিবি, স্কুললৈ গ'লে মাষ্টৰে আকৌ শিকাই দিব নহয়।'

'মই আকৌ স্কুললৈ যাম? সঁচানে মা?'

'যাবি আৰু'। অহা সপ্তাহৰ পৰাই যাবি। মই স্কুলৰ কাপোৰো আনি দিম নহয়।'

'মুৰি ভাজি দিলে কালী আইতাই সদায় তোমাক পইচা দিব জানো?'

'সদায় মই আনৰ মুৰি নাভাজোঁ নহয়, আমি নিজেই ধান কিনিম, মুৰি ভাজিম।'

'পইচা ক'ত পাবা?'

'গোটাম আৰু'।'

পুতেকৰ লগত কথা পাতি পাতি তাই দাইল বহালে, ভাত বহালে। কণী দুটা সিজাব খুজি চাৰিওটা দিলে। আলু এটা জুইতে পুৰি উলিয়াই থ'লে। মণিয়ে তাইৰ গাতে গা লগাই বহিছে।

'এইকিটা বুলেন খুৰাকক দি আহিব পাৰিবি।' দুটা সিজোৱা কণী কাগজ এখনেৰে বান্ধি পুতেকক দিব খুজি দেখিলে ল'ৰাটো টোপনিত ঢলি পৰিছে। তাৰ পেটৰ পৰা কৰ্‌কৰ্‌কৈ শব্দ এটা ওলাইছে। তাই লৰালৰিকৈ ভাত বাঢ়িলে। কলপাত লৰাটোৱে কাটি থৈছিল।

'উঠ বাবা, ভাতকিটা খাই ল'।'

সি চকু মেলিলে, 'মা, তই নাখালে মই অকলে ভাত নাখাওঁ।'

'হ'ব দে।' তাই নিজৰ পেটৰ পৰাও কৰ্কৰ্ শব্দ এটা শুনিলে। তাইৰো পুতেকৰ লগতে বহি ভাতসাঁজ খাবৰ মন গ'ল। কলপাতত দিয়া গৰম ভাতৰ গোন্ধত তাইৰ লঘোণীয়া পেটটো উজাৰ খাই আহিল।

ভাতকিটা খাই তাইৰ গাটো সুস্থিৰ লাগিল। ৰাইজাই কৰি থকা ভাবটো নোহোৱা হ'ল। পুতেকক বস্তাখনতে শুৱাই তাই তাৰ গাত অলপ অলপ ফিচিকা কেম্পতে গেৰুৱা কাপোৰ পিন্ধা সাধুৰ দলটোৱে দিয়া ক'লা পাৰিৰ কোৰা শাৰীখনকে দুভাঁজ কৰি জাপি দিলে। অলপ সময় ওঁ-ওঁৱাই ল'ৰাটো আকৌ শুই পৰিল। তাই পুতেকৰ ওচৰৰ পৰা আহি কলপাত এখনেৰে সিজাই থোৱা কণী দুটা বান্ধি ঘৰৰ বাহিৰ ওলাল। বাহিৰত ফট্‌ফটীয়া জোনাক। ৰিব্‌ৰিব্‌কৈ বতাহ এজাক বলি আছে। গৰমো নাই ঠাণ্ডাও নাই। অলপ আগতে বস্তিৰ ফাঁক ফাঁক বেৰাৰ ঘৰবোৰৰ প্ৰায়বোৰতে একুৰা একুৰা জুই দেখা গৈছিল। এতিয়া জুইবোৰ নুমাল। জুইবোৰৰ লগতে মানুহখিনিৰ হৈ-হাল্লাবোৰো নোহোৱা হ'ল। কাউৰী পুৱাতে উঠা বস্তিখন ৰাতি আঠ নৌ বাজোঁতেই শুই পৰে। তাই কলপাতেৰে বন্ধা কণীকিটা হাতত লৈ বুলেনৰ ঘৰৰ ফালে খোজ ল'লে। আজি ইমান দিন মানুহটোৱে সিহঁতক ইমান খুৱাইছে, তাইতো ওলোটাই একো দিব পৰা নাই। বুলেনে ঘৰটোৰ চাৰিওফালে গছৰ ঠানিৰে বেৰি-কুৰি পেলালে। আধাখিনি মাটি চাহ কৰা হ'লেই, অলপ দিনৰ ভিতৰতে মাটিখিনিয়ে হাঁহি পেলাব। তাই গছৰ ঠানিৰে সজা জপনাখন খুলি ভিতৰ সোমাই গ'ল। দুৱাৰ খোলাই আছিল। বাঁহৰ চাংখনতে ল'ৰাটো শুই আছে. মাটিত বস্তা এটা পাৰি গামোচা এখন পিন্ধি উদং গাৰে বুলেনে ঘৈণীয়েকক ভাত খুৱাবলৈ চেষ্টা কৰি আছে। মানুহজনীয়ে বৰ আমুৰি কৰি আছে। তাই গৈ মানুহহালৰ ওচৰতে বহিলগৈ। নিঃশব্দে তাই কণীকিটা ভাতৰ থালখনত থ'লেগৈ। কণীকিটা দেখি মানুহজনীয়ে ভাতখিনিৰ ফালে হাফোলা মাৰি গ'ল। তৎক্ষণাৎ কণীকিটা ভাঙি বুলেনে তাইক এটেপা-এটেপা ভাতৰ লগত এটুকুৰা-এটুকুৰাকৈ দিবলৈ লাগিল। শান্ত কেঁচুৱা এটাৰ দৰে মানুহজনীয়ে ভাত খাবলৈ ধৰিলে। বুলেনৰ মুখখনো শান্ত হৈ আহিছে, 'আজি দিনৰ দিনটো মানুহজনীৰ মুখত একো এটা দিব পৰা নাই।' লাহে লাহে কথাবাৰ কৈ মানুহটোৱে তাইলৈ চালে। ইতিমধ্যে মানহজনীৰ মুখখন খালী হৈছিলে। খণ্ডত মানুহজনীয়ে গাৰ চাদৰখন খুলি তাইৰ গালৈকে মাৰি পঠিয়ালে। বুলেনে ঘৈণীয়েকৰ মূৰত হাত ফুৰাই দিছে। মানুহজনীয়ে গিৰীয়েকৰ কোলাত বহি ল'লেগৈ। গাতে গা লগাই বহি মানুহজনীয়ে চকুহাল আধা জপাই ভাত খাবলৈ ধৰিলে। চাকিটো নুমাই গ'ল, তেল শেষ হ'ল। চৌকাৰ জুইকুৰাও চাই হৈ গ'ল। মাত্ৰ আধামেলা দুৱাৰেদি বাহিৰৰ ফট্‌ফটীয়া জোনাক আহি মানুহহালৰ গাত পৰিছেহি। বুলেনে ভাত খোৱা হোৱাত মানুহজনীৰ মুখখন পানী অকণমানেৰে মচি দিলে। কুঁ-কুঁ শব্দ এটা কৰি পাগলীয়ে গিৰীয়েকৰ বুকুখনত লিপিট খাই ধৰিলেগৈ। গাত এটা ভালকৈ ৰঙী নবন্ধা টিলা পেটিকোট, মতা মানুহে গাঁথি দিয়া টান বেণীডাল মজিয়াত পৰি আছে। বুলেনে তাইৰ উদং পিঠিখনত হাত ফুৰাই আছে। হাতখন অকণমান আঁতৰিলেই মানুহজনীয়ে সাৰ পাই যায়। কেবেচীয়াকৈ

পৰা জোনাকত মানুহহালক শিলত কটা মূৰ্তি এটা যেন লাগিছে। এক লহমা মানুহহালক চাই তাই যাবলৈ বুলি উঠিল। বুলেনে চকুৰে ইংগিত দি তাইক কৈছে অকণো শব্দ নকৰাকৈ যাবলৈ। খিৰিক্ কৰিলেই পাগলী উঠি যাব। কেঁচা টোপনি ভাঙিলে তাই বৰ দিগদাৰ কৰে। বুলেনৰ ভাগৰুৱা চকুত এটা মিনতি। দিনৰ দিনটো বাহিৰত কাম কৰি আহি ঘৰতো সি সেইসোপা কাম কৰে। তাৰ মুখখন দেখিলেই বুজা যায় তাৰ পেটটোও ভাতৰ গোন্ধত উজাৰ খাই খাই আহিছে। ভাতমুঠি খাই তাৰো বাগৰ দিবৰ মন গৈছে। তাই যিমান পাৰে শব্দ নকৰাকৈ উঠি আহিল। দুৱাৰখনৰ ওচৰ পাই অলপ ৰ'ল। দিব নেকি দুৱাৰখন জপাই? থাকক, ক'ৰবাত শব্দ হ'ব। তাই লাহে লাহে ওলাই আহিল।

বস্তিখন প্ৰায় শুই পৰিল। তাই খৰ খোজেৰে বুলেনহঁতৰ ঘৰৰ পৰা নিজৰ কোঠাটোলৈ আহিবলৈ ধৰিলে। আহি থাকোঁতে হঠাৎ তাই শুনিলে কোনোবা এটা মানুহে ঘৈণীয়েকক গালি পাৰি আছে। মানুহটোৰ কথাবোৰ যেন তাইৰ চিনাকি, ক'ৰবাত যেন এই শব্দবোৰ তাই শুনিছে, তাইৰ খোজৰ গতি মন্থৰ হৈ আহিল। এচলীয়া নহয় দুচলীয়া কেঞ্চি-বাতাম দিয়া ঘৰ এটাৰ চোতালত তাই জোনাকত স্পষ্টকৈ দেখিলে এজন বুঢ়া মানুহে আঁঠুত মূৰ গুজি বহি আছে। মানুহজনৰ পিঠিখন উঠা-নমা কৰি আছে। উশাহ লোৱাৰ ঘৰ্-ঘৰ্ শব্দ এটা শুনিলে তাই। ঘৰটোৰ মুখত তাই অলপ ৰ'ল।

'চালি বজ্জাতী মাইকী..... ঘৰত বেমাৰী মানুহটো পৰি আছে..... তাই মৰেগৈ ক'ত......।' শব্দটো নোহোৱা হৈ আহিছে। শুনা গৈছে উশাহ টনাৰ এটা ঘৰ্ঘৰ্ শব্দ। তাই সেইখিনিতে অলপ সময় বৈ নিজৰ কোঠাটো পালেহি। মণি টোপনিত লালকাল। তায়ো পুতেকৰ ওচৰত মোটোকা মাৰি শুব খুজি অলপ ৰ'ল। এইখন শাৰীকে পিন্ধি তাই শুবনে? একমাত্ৰ এইখন কাপোৰেই তাইৰ আছেগৈ। তাই শাৰীখন খুলি জাপি থ'লে। বুলেনেই গোটাই দিয়া বস্তাটো টানি আনি শুবলৈ বুলি তাই বাগৰ দিলে। দিনটোৰ ভাগৰুৱা দেহা, তাই ভাবিছিলে পৰাৰ লগে লগে টোপনি আহিব। বস্তাটোত বাগৰ দিয়াৰ লগে লগে তাইৰ চকুৰ গধুৰ ভাবটো নোহোৱা হ'ল। তাইৰ চকুৰ আগেদি অহা-যোৱা কৰিবলৈ ল'লে ইখনৰ পাছত সিখন ছবি, এখন চোতালত শাও-শপনি দি উশাহ টানি থকা বুঢ়া এটা... কথনা ফুলৰ দৰে বুঢ়ী এজনী... পকা জামু যেন ক'লী এজনী... জোন যেন কেঁচুৱাৰ দৰে নাক ফেঁচী বগী মানুহ এজনী... ক'লা পাল্লা এখনত এদ'ম বগা বগা মূৰ। গোটেই ছবিবোৰ আহি থূপ খালেহি কেৰেচীয়াকৈ জোনাক পৰি থকা মানুহ এহালৰ মাজত। এখন উদং বুকুত, দুটা বাহুৰ মাজত এজনী গাভৰু তিৰোতা... মতা মানুহৰ হাতেৰে গোঁঠা এডাল বেণী। বহু সময় ছবিখন তাইৰ চকুৰ আগত বৈ থাকিল। ছবিখন এখিলা চেগুণ পাতৰ দৰে কামিলা মানুহৰ হাত এখন হৈছে, তাইৰ গাটোত চেগুণ পাতখিলা বাগৰি ফুৰিছে। বহল হাতখন য'তেই পৰে তাতেই যেন পৰে কেৰেচীয়াকৈ অহা এচমকা জোনাক। জোনাকখিনিয়ে একুৰা তুঁহজুই হৈ তাইক যেন আবৰি ধৰিছে। তাই ঘপকৈ উঠি বহিল। তাৰ পাছত তাই দুৱাৰখন খুলি ঘৰৰ বাহিৰত বহিলগৈ। তাই আঁঠুত মূৰ গুজি দি চুপ-চাপ বহি থাকিল। তাই অনুভৱ কৰি থাকিলে পিঠিত এখন খহটা হাতৰ স্পৰ্শ। তাইৰ

ক্ৰমে ক্ৰমে চকুহাল তিতি আহিল। বাহিৰত সোঁ-সোঁৱাই বতাহ বলিছে। তাইৰ গাটো সিৰিক-সাৰাক কৰি উঠিল। পাহাৰৰ দাঁতি-কাষৰীয়া চহৰখনত বৰষুণৰ জান-নেজান হওঁতেই বতাহ গধুৰ হৈ পৰে। ব'হাগ মাহতো গাত গৰম কাপোৰ এখন লাগে। তাই আকৌ ভিতৰলৈ উঠি গ'ল। মণিৰ ঠাণ্ডা লাগিছে, ঠাণ্ডাত কেঁকোৰা খাই শুইছে। জাপি-কুচি থোৱা, তাইৰ কেম্পত পোৱা নফটাকৈ থকা একমাত্ৰ কাপোৰখন ল'ৰাটোৰ গাত দিবলৈ গৈ তাই অলপ ৰ'ল। ঠাণ্ডাত ল'ৰাটো কুঁ-কুঁৱাই উঠিল। দুভাঁজ কৰি তাই তাৰ গাত কাপোৰখন জাপি দিলে। উম পাই তাৰ আকৌ টোপনি গ'ল। তাই তাৰ চুলিখিনিত হাত ফুৰাই দিলে। চুলিকোছা কাটিবৰ হৈছে। তাৰ বাবে এটা গেঞ্জি, এটা পেন, স্কুলীয়া পোছাক, গাত ল'বৰ বাবে এখন কাপোৰ, শুবৰ বাবে এখন বিছনা, ভাত খাবৰ বাবে এখন থাল। মেঘে গাজিছে। বৰষুণ আহিব। বতাহ একেবাৰে চেঁচা হৈ পৰিছে। তাই বস্তাখনকে তুলি ল'ব খুজি বৈ গ'ল। কিবা এটা গোন্ধ ওলাইছে। গোন্ধটো তাই চিনি পালে। মানুহটোৱে প্ৰতিবাৰে কবি খেতিডৰা লগাওঁতে এই গোন্ধটো লাগি থকা সাৰৰ বস্তা এটা আনে। কবি পুলি নিৰাই থকাৰ পৰা ৰ'দে পোৱা মানুহ এটাই তাইলৈ চাই পঠিয়ালে, 'মালতী! চুলিবোৰ টানি টানি কিনো ভাৰস্তৰ চিন্তাবোৰ কৰি আছ।' নাই কোনো নাই, গাত বস্তা এখনো ল'ব নোৱাৰা তাইক চাবলৈ আৰু কোনো নাই। চকুৰ পানীবোৰ যেন তাইৰ বুকুখন খান্দি ওলাই আহিব। মণিয়ে সপোনতে কিবা বিৰ্বিৰাইছে। সি যদি সাৰ পাই এতিয়া। তাৰ গাৰ পৰা ফটা শাৰীখন আনিব খুজি তাই হাতখন কোঁচাই আনিলে। থাকক গায়ে-মূৰে মেৰাই থোৱা কাপোৰখন আনিলে ল'ৰাটোৱে কেঁচা টোপনিৰ পৰা সাৰ পাব। গামোচাখনকে গাত লৈ তাই বাহিৰলৈ ওলাই আহিল। এইবাৰ তাইৰ বুকুখন খান্দি হিলদল ভাঙি চকুপানীবোৰ বৈ আহিল। চকুলো মচি মচি তাই চিনাকি ৰাস্তা এটাৰে গৈ থাকিল। কলিতেই মিঠা, দুবছৰতে লাগিবলৈ ধৰা কৰ্দৈজোপা, মাটি চোওঁ-চোওঁ হৈ থোক মেলা চাপৰ জাহাজী কলজোপা, ৰঙা গোলাপজোপা, মাছে সাৰি থকা পুখুৰীটো পাৰ হৈ তাই সেই ঘৰটোৰ দুৱাৰত হাত দিলে। ভিতৰত এখন বিছনা, ৰ'দাই থোৱা লেপ, শিমলু তুলাৰ গাৰু, ৰ'দাই থোৱা তুলী, ধকৃধকীয়া বগা বিছনা চাদৰ, বগা আঁঠুৱা। তাই বগুৱা বাই বিছনাখনত সোমাইছে। ৰ'দাই থোৱা লেপ-তুলিৰ লগত মিহলি হৈছে আৰু এটা উত্তাপ। সেই উত্তাপে মানুহজনীক আবৰি পেলাইছে। তাই উত্তাপখিনিত অলপমান ডুব দি থাকিল কি নাথাকিল একুৰা দপ্‌দপীয়া জুইত চববোৰ ভম্‌ভমাই জ্বলি উঠিল, কৰ্দৈজোপা, জাহাজী কলথোকা, ৰঙা গোলাপজোপা লেৰেলি গ'ল, ঘৰৰ বস্তুবোৰ ছাই হৈ গ'ল, পুখুৰীটোৰ মাছবোৰ বগা হৈ ঢেল পঙা দি দি পানীৰ ওপৰত ছাইৰে লেটি-পেটী হৈ ভাহি থাকিল। দ'ম দ'ম ছাইৰ মাজৰ পৰা উঠি আহিল এটা বেঙা মানুহ, কথাবোৰ থোতা-মোজা, ৰ ক'ব নোৱাৰে, ফেৰেকা-ফেৰেককৈ খোজকাঢ়ে... সি তাইৰ ভৰিৰ ওচৰত গোজাবলৈ ধৰিলে '...মলি বাবা পুখুলীল পলা নামঘল... মূল নাই, চকু নাই, মলিৰ বাবাক... মলি বাবা, মাচটল, জুই জুই... নামঘলত জুই।' এসোপা শুকান কল-ঠকৰাই তাইক ঢাকি ধৰিলে, গালে-মুখে আঠা লাগি ধৰিছে বিজল-বিজল কিবা এগালে। তাইৰ

নাকত লাগিল এক অদ্ভুত গোন্ধ। তাইৰ গোটেই গাটো পুৰিছে, মূৰটো কিবা কৰি কৰি আহিছে। তাই বেৰাখনতে মূৰটো হাওলাই দিলে।

'মণিৰ মা, কি কৰিছ?' তাই উচ্‌প খাই উঠিল।

'কোন?'

'মই অ' মণিৰ মা।'

তাই লাহে লাহে মূৰটো চিধা কৰি তাইৰ আগত থিয় হোৱা মানুহজনীলৈ চালে। জোনৰ মাক। জোনাকত ওখ মানুহজনীৰ গাটো কিবা ধৰণৰ লাগিছে। তাই চকুকিটা মোহাৰি ল'লে।

'কোন?'

'মই জোনৰ মা।' মানুহজনী তাইৰ কাষতে বহিছে। এইবাৰ মানুহজনীয়ে তাইৰ পিঠিত হাত থৈছে। 'আৰে, মানুহজনী শিল যেন চেঁচা পৰি গৈছে, গাত কাপোৰেই নাই।' তাই এষাৰো মাত মতা নাই।

'কি হৈছে অ' মণিৰ মা?'

উত্তৰ তাইৰ চকুৰ পানী জোনৰ মাকৰ হাতত পৰিল।

'তই কিয় কাপোৰ ভালকৈ পিন্ধা নাই?'

তাই একে ধৰণেৰে আঁঠুত মূৰ গুজি বহি থাকিল। জোনৰ মাক লাহে লাহে সেইখিনিৰ পৰা উঠি গ'লগৈ। মেঘে গিৰিং গিৰিংকৈ গাজিছে। তাই লৰচৰ কৰা নাই। তাই অনুভৱ কৰিলে পিঠিত এখন আধা-পুৰণি কাপোৰৰ উম।

'কাপোৰখন পিন্ধি ল'। ভাল কাপোৰ নহয়। কেইবাঠাইতো ফাটিছে।'

তাই লৰচৰ কৰা নাই।

'এইখন কঁথা ল'। ল'ৰাটোৰ গাত জাপি দে।' পুৰণা কাপোৰ জোৰা দি দি কেইবা তৰপীয়া কঁথাখন চিলোৱা হৈছে।

'কঁথাখনো ভাল নহয় বুজিছ। ওপৰত দিবলৈ ভাল কাপোৰ এটুকুৰা নাই। চিৰাফটা জোৰাই বনাইছোঁ।

হঠাৎ গাজি থকা মেঘখিনি যেন ভাগিহে পৰিল। এচলীয়া ঘৰটোৰ পৰা হৰহৰাই পানী পৰিছে। দুইজনী নিঃশব্দে ভিতৰলৈ উঠি গ'ল। জোনৰ মাকে কঁথাখন মণিৰ গাত জাপি দিলে।

তাইৰ মানুহজনীক কিবা এটা খুৱাবৰ মন গৈছে। ইমান দিনে ঘৰলৈ অহা মানুহক যেনেকৈ খুৱাই আহিছে। পুৱা বুঢ়ীয়ে দিয়া মুৰি অলপ আছিল। তাকে মৰহা কলপাত এখিলাত আগুৱাই দিলে। বৰ আগ্ৰহ কৰি মানুহজনীয়ে মুৰিকিটা লৈছে। মুৰিকিটা খাই পানীগিলাচ ধকৃধকৃকৈ পি মানুহজনীয়ে যেন তত পালে।

'উস্, বৰ ভোক লাগিছিল অ' মণিৰ মা।'

'কিয় ভাত খোৱা নাই?'

'নাই খোৱা।'

'আহোঁতে দেখোন মাছ-পুঠি বজাৰ কৰি আনিছিলা।'

'আনিছিলোঁ, ভাতো ৰান্ধিলোঁ, মাছো ৰান্ধিলোঁ।'

'নাখালা কিয়?'

'মণিৰ মা, মোক চহৰৰ বাবুৱানীবোৰৰ দৰে কিয় মাতিছ?' তাই অকণমান হাঁহিলে।

'ভাত কিয় নাখালি?'

'কিনো পেটত ভোক থাকিব অ', আহিয়ে বুঢ়াৰ গালি।'

'ৰাতিখন ইয়ালৈ আহি বহি আছ', জোনৰ বাপেকে একো নক'ব?'

'ক'বলৈ সি একো ক'বই নোৱাৰে। ঔষধ খুৱাই শুৱাই থৈ আহিছোঁ। শ্বাসৰ টান উঠি দুদিনমানৰ পাছত তাৰ ভাল যেতিয়া হয়, কাঠ এডাল পৰাদি পৰি থাকে। বুঢ়া দেহাই ইমান চোকা দৰব সহিব কেনেকৈ?'

'তই ঘৰখনৰ কাৰণে ইমান কৰ, বুঢ়াই কিয় গালি পাৰে?'

হঠাৎ মানুহজনীয়ে ব্লাউজটো খুলি পেলালে, পেলাই দিলে গাৰ চাদৰখন। পকা জামু এটাৰ দৰে ৰসেৰে ভৰপূৰ তুলতুলীয়া দেহাটো উদং হৈ পৰিল।

'এই গাটোৰ কাৰণে বুজিছ, এই গাটোৰ কাৰণে।'

মানুহজনীৰ খং উঠিছে।

'তাৰ গাত ৰস-পম একো নাই, ৰাতিৰ কাম উঠাব নোৱাৰি সি মোক কি কৰে চা।' চাৎ কৰে বিজুলী মাৰিছে। বিজুলীৰ পোহৰত তাইৰ চকুত স্পষ্টকৈ ভাহি উঠিল থেঁতেলা খোৱা ক'লা জামুৰ ছালখনৰ মাজে-মাজে ওলাই থকা ৰঙচুৱা মঙহখিনিৰ দৰে কিছুমান ঘাঁ।

'চুই চা মণিৰ মা, চুই চা।' মানুহজনীয়ে দেদেৰা খোৱা বুকুখনত তাইৰ হাতখন লগাই দিছে। এইবাৰ মানুহজনীয়ে উচুপি উঠিল, 'ক' মণিৰ মা, মই কেনেকৈ ভাত খাম?'

এইবাৰ তাই মানুহজনীৰ পিঠিত হাতখন থ'লে। কিবা এটা ক'ব খুজি তাই তেনেকৈয়ে ৰৈ থাকিল।

'মণিৰ মা, মোৰ গাটো তাৰ দৰে টোটোৰা পৰি আহিলেই মোৰ শান্তি হ'ব, কিন্তু এই মেকুৰীৰ গা একো নহয়, কফৰ হাফ উঠি থকা বুঢ়াৰ কাষত মোৰ এই গাটো....।' পকা জামু এটা মাটিত বাগৰি পৰাদি মানুহজনী তাইৰ গাতে বাগৰি পৰিছে।

দুইজনী অলপ সময় তেনেকৈয়ে বহি থাকিল। বৰষুণ এৰিছে। বাহিৰখন আকৌ পোহৰ হৈ আহিছে। মানুহজনী উঠিছে। তাই শাৰীৰ আঁচলৰ পৰা কেইখনমান নোট উলিয়াইছে। এইবাৰ টকাকিটা তাইৰ হাতত গুজি দিছে।

'এখন কাপোৰ কিনি ল'বি।'

তাই না না কৰিছে। মানহজনী বাহিৰ পাইছেগৈ।

'যেতিয়া পাৰ' দি দিবি।' পাছলৈ নোচোৱাকৈ মানুহজনী ওলাই গ'লগৈ।

ৰাতি শোৱা দেৰি হৈছিল। মণিয়ে মাকতকৈ আগতেই সাৰ পালে। তাই চকু মেলি দেখিলে ল'ৰাটোৱে বস্তাখনতে বহি সাহিত্যৰ কিতাপখন পঢ়ি আছে। সি আজি জোঁটাই-জোঁটাই পঢ়া নাই, সৰসৰীয়াকৈ মুখ ফুটাই পঢ়িছে। তাৰ মুখখন পোহৰ হৈ আছে। ল'ৰাটোলৈ চাই তাইৰ মুখত হাঁহি এটা ফুটি উঠিল। বাপেকটোৰ চকুৰ মণি আছিল ল'ৰাটো। পাৰিলে বাপেকে যেন আকাশৰ জোনটোও পুতেকক আনি দিব। পুতেকে পঢ়িবৰ কাৰণে তাৰ জোখৰ টেবুল-চকী এযোৰ সজাই দিছিল, চহৰৰ পৰা কলম আনি দিছিল, তাৰ স্কুলীয়া কাপোৰসাজ গাঁৱৰ আটাইবোৰ ল'ৰাতকৈ ভাল আছিল।

'মা, মই স্কুললৈ কেতিয়া যাম?'

'অহা সোমবাৰৰ পৰা।' কথাবাৰ কৈ তাই চৌকাত জুই ধৰি ভাত এমুঠি আলু দুটাৰ সৈতে বহাই দিলে। কালী বুঢ়ী আহিবই এতিয়া। যোবাকালি ভাজি থোৱা মুৰি তাই আহিয়েই বুঢ়ীৰ কথামতে টিংত ভৰাই থৈছিল।

'মণি যাচোন কলপাত এখন কাটি আনগৈ।' কঁথাখন গাত মেৰিয়াই ল'ৰাটোৱে একমনে কিতাপৰ ছবিবোৰ চাইছে। মাকৰ কথা শুনি সি এবাৰ মূৰ তুলি আকৌ ছবিবোৰ চোৱাত লাগিল।

'ভাত নাখাব নে কি?'

'ওঁ।' ল'ৰাটোৱে তাইৰ ফালে চোৱাই নাই।

'মাটিতে ভাত খাবি নেকি?' তাইৰ মাতটো অধৈৰ্য।

'পাত আনিবলৈ কেনেকৈ যাম? বিজাৰ্ডত পানী জমি গৈছে।' এনে পানী নেখেচা ল'ৰাটো। পানীৰ কাৰণে নহয়, তাৰ কিতাপখন এৰি যাবৰ মন যোৱা নাই।

তাইৰ নিজৰ ওপৰতে অলপ খং উঠিল। ইমান শুব লাগেনে? বস্তিৰ সৰহভাগ মানুহ কামে কামে ওলালেই। তাই ক'ত আক নদীলৈ গৈ গা ধুব পাৰিব? কালী বুঢ়ীৰ ঘৰৰ ফালে ভুমুকিয়াই চাই দেখিলে বুঢ়ী বগা শাৰী পিন্ধি, আঁচলত চাবি বান্ধি সাজু।

'তই কি কৰি আছ মণিৰ মা?' তাই দুৱাৰখনেদি উকি মাৰি চালে। কোলাত কেঁচুৱা লৈ বগী মানুহজনী তাইৰ অকণমান পাছতে বৈ আছে জোনৰ মাক। দুইজনী ভিতৰ সোমাই আহিল।

'ভাত খালি?'

'গা ধুলি?'

তাই উত্তৰত মূৰ জোকাৰিলে। কালী বুঢ়ীও সোমাই আহিল।

'জল্দি কৰ।'

'মৰদ নোহোৱা মাইকী ইমান দেৱিলৈ শোৱে।' বগীয়ে খিল্‌খিলাই হাঁহিছে। তাই বৈ আছে। কি কৰে? গা ধুব লাগে, ভাত খাব লাগে।

'যা, কলৰ পাৰতে গা ধুই আহগৈ।' কালী বুঢ়ীয়ে কলৰ পাৰলৈ আঙুলিয়াই দিছে। বস্তিৰ কেইঘৰতনো কল আছে। আটায়ে ৰাস্তাৰ চৰকাৰী কলৰ পানীকে খায়। তাতে কালী বুঢ়ীৰ কলৰ পানীও অন্য কলতকৈ ভাল। তাই বৈ আছে।

'কি হ'ল?' বুঢ়ী বিৰক্ত হৈছে।

তাই বুলেনে দি যোৱা টিংটো চাইছে। কি কৰে? টিনটোকে দাঙি নিব নেকি? খোৱা পানীখিনি কি কৰে? ল'ৰাটোক পানী আনিবলৈ ক'বলৈ তাইৰ মন যোৱা নাই।

'যা কলৰ পাৰতে বাল্টি আছে।' জোনৰ মাকে হাঁহিছে। তাই কলৰ পাৰত গা ধুবলৈ গৈ অলপ ৰ'ল। পেটিকোটটো তিয়ালে তাই কি পিন্ধি যাব? এইটোৱে ভাল পেটিকোট আছেগৈ। কেম্পত থাকোঁতে এঘৰত কাম কৰোঁতে এজনী বাইদেৱে দিছিল। তাই প্ৰথমতে শাৰীখন খুলিলে। দাঁতেৰে কামোৰ মাৰি কাপোৰখন ধৰি তাই পেটিকোটটো খুলি কলটোৰ ওপৰতে থ'লে। জোনৰ মাকে দিয়া শাৰীখন গাত ৰাখি তাই লৰালৰিকৈ এবাল্টি পানী ঢালি দিলে। ফিচিকা শাৰীখন তাইৰ গাতে লিপিট খাই লাগি ধৰিলে। ফিচিকা, তিতা শাৰীখনে ঢাকিব নোৱাৰা নিজৰ গাটো দেখি তাইৰ কিবা লাগি গ'ল, জোনৰ মাকৰ কণ্ঠৰ সমস্ত তিক্ততা প্ৰতিধ্বনিত কৰি তাই বিৰ্‌বিৰাই উঠিল, 'এই মেকুৰীৰ গা...।' থিয় দি হাত মেলি পেটিকোটটো আনিব খুজি তাই বৈ গ'ল। এটা মিহি অথচ তীক্ষ্ণ সুহুৰি। তাই চক খাই সন্মুখৰ ফালে চালে। এটা ঘৰৰ চোতালত থিয় হৈ মানুহ এটাই তাইলৈ চাই আছে। চকুৰে চকুৰে পৰাত তাই স্পষ্টকৈ দেখিলে এটা মলিয়ন, কুৎসিত হাঁহি। তাই জিকাৰ খাই উঠিল। তলমূৰকৈ ঘৰৰ ফালে আহি থাকোঁতে তাইৰ কাণত পৰিল থহৰ থহৰ শিলগুটি পৰাৰ দৰে কিছুমান নাৰী কণ্ঠৰ গালি। শাৰীখন কঁকালত পেচ মাৰি লৈ কোলাৰ কেঁচুৱাটো জোনৰ মাকৰ হাতত দি বগী মানুহজনীয়ে ঘৰটোৰ চোতালত এখন বগা এম্বেছেদৰ গাড়ীত আঁউজি থকা মানুহটোক উদ্দেশ্য কৰি অবিৰত গালি বৰ্ষণ কৰিবলৈ ধৰিছে। চাপৰ, বগা মানুহজনীৰ ক'ত যে এই মাতটো লুকাই আছিল।

'কুকুৰ চাল্লা, মাইকী দেখিলে খজুৱতিত থাকিব নোৱাৰা হ'ব, মাৰচোন এইজনী বুঢ়ীমাৰলৈ চাই এটা সুহুৰি। মাৰত হাগি পেলাবি...।'

মানুহটো সোমাই গৈছে। ওলাই আহিল এজনী পাতল, জোখৰ ওখ মানুহ, চকুত কাজল, ওঁঠত ৰঙা লিপষ্টিকৰ উগ্ৰ ৰং, হাতত একোছা খাৰু, পিন্ধনত ৰঙা পাৰি দিয়া এখন সেউজীয়া শাৰী। মানুহজনীয়ে কালী বুঢ়ীৰ ঘৰৰ ফালে খেদা মাৰি মাৰি আহিছে। ঠিক যেন এটা ফৰিং হে জঁপিয়াইছে। দ্ৰুতভাৱে জাঁপ এটা মাৰে আৰু বগীক উদ্দেশ্য কৰি গালি পাৰে, 'ঐ কুকুৰণী। মোৰ ঘৰৰ আলহীক তই কিয় গালি পাৰিবি?'

বগী মানুহজনীও হুটি যোৱা নাই, 'তোৰ আলহী চিনা আছে, তোৰ বিছনালৈ অহা

আলহী তোৰ গা চেলেকি থাকক। লোকৰ ঘৰৰ ভদ্ৰ মাইকীলৈ কিয় চকু দিয়ে?'

'চান্দি বেণ্ডী, জিভা উলিয়াই আনিম।'

'আহচোন আহ, কি কৰিব পাৰ।'

'পুলিচ লগাই তোক একেদিনতে জিন্দা-লাচ বনাই দিম।'

'মাতি আন পৈয়েৰহঁতক।'

'চাদি-চুদা মাইকী মই, মাথাৰ ওপৰত মানুহ থকা মাইকী, ঘৰত ল'ৰা-ছোৱালী আছে। তোৰ দৰে......।'

'চাদি-চুদা মাইকী, মাথাৰ ওপৰত মানুহ থকা মাইকী, তোৰ মাথাৰ ওপৰৰ মানুহটো মাতি আন, তাৰ মুখ চাওঁ এবাৰ....।'

'অঁ', মোৰ মতাৰ নামত তই কিয় কথা ক'বি, চালী বেণ্ডী।' পাতল মানুহজনীয়ে কালী বুঢ়ীৰ জেওবাখন সঁচাকৈয়ে ফৰিং জঁপিওৱাদি জঁপিয়াই আহি বগী মানুহজনীৰ চুলিত ধৰি পেলালে।

ইতিমধ্যে মণিৰ মাকে মুখ আঁচুৰি কাপোৰ পিন্ধি, খোৱাৰ নামত ভাত দুটামান চুই মুৰিৰ টিং লৈ ওলাইছিল। বাহিৰত বগী মানুহজনীৰ চুলি ঘটালি থকা টিক্‌টিকিয়া ৰঙা পাৰিৰ শাৰী পিন্ধা মানুহজনী দেখি তাইৰ গা কঁপিবলৈ ধৰিলে। কি কুটিল আৰু হিংস্ৰ চাৱনি মানুহজনীৰ। মাইকী মানুহৰ এনেকুৱা চকু যে থাকিব পাৰে তাই কল্পনাও কৰিব নোৱাৰিছিল। চাৱনিটোৱে এইবাৰ তাইক মেৰাই ধৰিলে। 'ভদ্ৰৰ ঘৰৰ মাইকী যদি এই বেণ্ডী মাইকীবোৰৰ লগ কিয়।'

'কাক বেণ্ডী বেণ্ডী কৰি আছ, চুপ থাকিলিনে নাই?' জোনৰ মাকে মূৰৰ বস্তা নমাই এইবাৰ বগীৰ চুলি খামুচি থকা ফৰিং হেন পাতল মানুহজনীক হেঁচা মাৰি ধৰিছে। জোনৰ মাকৰ ওখ-পাখ, মজবুত শৰীৰ। ঢাক্কাটো পাতল মানুহজনীয়ে সহিব পৰা নাই। তাই এইবাৰ টেটুফালি চিঞৰিছে, 'এই বেণ্ডী কিজনীয়ে মোক মাৰিলে ঐ, ঐ ডাইভাৰ, ঐ ডাইভাৰ, চাল্লা মাইকীৰ পইচাৰে মদ খাই লম্বা হৈ পৰি থাকিবি, মাইকী মৰিল নে নাই চাবৰ নাই, ডাইভাৰ ঐ।' মানুহজনীৰ টেংটেঙীয়া মাতটো ভাগি গৈ এটা অদ্ভুত সুৰ ওলাইছে।

মানুহ তিনিজনীক ঠেঙে ঠেঙে লাগি চিঁ-চিঁয়াই চিঁ-চিঁয়াই নামি আহি মাটিত জোটা-পুতি লাগি বাগৰি থকা শালিকী তিনিজনী যেন লাগিছে। কালী বুঢ়ীৰ ঘৰৰ আগত ইতিমধ্যে ভাল জুম এটাই হৈছে। কালী বুঢ়ীয়ে এজন কালী ভক্তক কিবা বিধান দি আছিল। বিধানৰ কাম শেষ কৰি বুঢ়ী ওলাই আহিল, বুঢ়ীক দেখি তাই, মণি সমানে চক্ খাই গ'ল। বুঢ়ীৰ মূৰত এডাল দীঘল জটা, কপালত ৰঙা এচমকা সেন্দূৰ।

বুঢ়ীয়ে ড্ৰাইভাৰণীক উদ্দেশ্য কৰি আঙুলি টোবাই কৈ উঠিল, 'মোৰ ঘৰত এইজনী গৃহস্থী ঘৰৰ বউ মাৰ ভৰিত আছে, তাইক কোনোবাই কিবা কৰিলে মাৰ কোপদৃষ্টিত চয় ভস্ম হবি?' বুঢ়ীৰ পাতল দেহাটো থৰ্‌থৰ্‌কৈ কঁপিছে। চৰ্বিৰে পোত খোৱা থলথলীয়া দেহাৰে মানুহ এটা আহি কালী বুঢ়ীৰ জপনাত থিয় হ'লহি। মানুহটোক দেখিলেই বুজা

যায় এইমাত্র শুই উঠি আহিছে, চকুহাল ৰঙা পৰি আছে। সি মুখৰ লেলাউটিখিনি মচি লৈ ঘৈণীয়েকৰ ওচৰলৈ গ'ল। 'ব'ল, ঘৰলৈ ব'ল।' তাই এবাৰ কালী বুঢ়ীলৈ চালে আৰু একো নামাতি গামোচাৰ গাঁঠি মাৰি মাৰি গৈ থকা মানুহটোৰ পাছে পাছে খোজ ল'লে। অলপ পাছতে ভাগি যোৱা টেংটেঙীয়া মাতেৰে উচ্চ স্বৰত পৰা গালি আটাইৰে কাণত পৰিল। কাণ নিদিলেও শব্দবোৰ শিলগুটি পৰাদি কাণত পৰিলহি। মাইকীৰ পইচাৰে খোৱা মানুহ এটাক টেংটেঙীয়া মাতটোৰে চাবুক চলাইছে। আড়ষ্ট জিভাৰে মানুহটোৱে নিজক ৰক্ষা কৰিব খুজিছে। সি বাৰে বাৰে ক'ব খুজিছে সি নিজৰ কামানিৰে খাইছে, গাড়ী চলাই ঘৰ পোহপাল দিছে, মাইকীৰ কামানিৰে সি চলা নাই।

মণিৰ মাকে কিতাপ জপাই বহি থকা পুতেকক মূৰত হাত ফুৰাই দিলে। এখন গুৱনিৰপৰা তাই ল'ৰাটোক এান এখন গুৱনিলৈ লৈ আহিলে নেকি? তাই য'তে থিয় দি আছে ত'তে বহি হুক্‌হুকাই কান্দিবৰ মন গ'ল। পুতেকৰ মুখখন চাই তাই ধৈৰ্য ধৰিলে। কালী বুঢ়ী সোমাই অহা নাই। বাহিৰৰ পৰা থাল এখনত কিবা অলপ আগবঢ়াই দিছে, 'নে পোলাক দে।' বুঢ়ীৰ মাতটো কিবা বেলেগ ধৰণৰ লাগিছে, 'আৰু তই কিয় ওলোৱা নাই। মূৰিত বতাহ লাগিলে কোনেও নল'ব।' তাই বুঢ়ীৰ হাতৰ পৰা থালখন লৈছে, মিঠাই আৰু কেইবাবিধো ফল। থালখন দেখি ল'ৰাটোৱে হাঁহি পেলালে। তাৰ হাঁহিটো চাই তাইৰো মনটো মুকলি লাগি গ'ল।

'আহ মণিৰ মা।' জোনৰ মাকে মূৰত মুৰিৰ বস্তা উঠাই লৈছে। তাই এটা টিং মূৰত, এটা টিং কঁকালত লৈ বাহিৰলৈ গ'ল। বাহিৰত দেখিলে বগী মানুহজনীয়ে চোতালৰ মাজত সিঁচৰতি হৈ পৰা ঢেঁকীয়া কিমুঠি, কলমৌ কিমুঠি কলডিল দুটা মোনাটোত ভৰাই আছে। কঁকাল আৰু মূৰৰ টিংকেইটা নমাই তাই মানুহজনীৰ বস্তুবোৰ মোনাত ভৰোৱাত সহায় কৰি দিলে। তাই লক্ষ্য কৰিলে বগী মানুহজনীৰ গালত আঁচোৰাৰ দাগ। তিনিওজনী কালী বুঢ়ীৰ জপনামুখ পালেগৈ। তাই বৈ আছে। কালী বুঢ়ী অহা নাই।

'কাৰ কাৰণে বৈছ? কালী বুঢ়ীৰ কাৰণে।' মূৰৰ চুলিখিনি সাথন লগাই লগাই বগী মানুহজনীয়ে সুধিলে।

'ওঁ।'

'বুঢ়ী আজি বজাৰলৈ নাহে, দেখা নাই বুঢ়ীৰ মূৰত জটা আহিছে।'

'বুঢ়ীৰ গাত মা লম্ভিছে।' জোনৰ মাকে অলপ সময় চকু মুদি বৈ থাকিল। লগতে বগী মানুহজনীয়েও।

তিনিওজনী ৰাস্তাৰ ফালে ওলাই গ'ল।

'তুমি... মানে তই এইবোৰ বস্তু বজাৰত বিক্ৰী কৰিবি?' বগী মানুহজনীক তুমি বুলি ক'ব খুজি তাইৰ জোনৰ মাকৰ কথাষাৰ মনত পৰিল, 'মোক চহৰৰ বাবুৱানীবোৰৰ দৰে কিয় মাতিছ?'

'এৰা অ', তাকে নকৰিনো খাম কি? কালি বিজাৰ্ভৰ পৰা গোটাই থৈছোঁ।

'সংসাৰ চলে এনেকৈ?'

'ক'ত চলে মণিৰ মা। ল'ৰাটোৰ খৰচা আছে, মোৰ পেট আছে, ঘৰ ভাৰা। বহুত খৰচা।'

'তোৰ মানুহটো?'

'ক'ব নোৱাৰোঁ, ই পেটত থাকোঁতেই নাইকিয়া হ'ল।'

'নাইকিয়া হ'ল?'

'মিনতিৰ মা-বাপ নাই। বায়েকৰ ঘৰত ডাঙৰ হৈছিল, বায়েকেই গুৱাহাটীৰ এঘৰ ডাঙৰ মানুহৰ ঘৰত থৈছিলে। তাতেই তাইৰ সৰ্বনাশ হ'ল।'

'কি হ'ল তাত?'

'মাইকী মানুহৰ আটাইতকৈ ডাঙৰ বিপদটো হ'ল, মোৰ পেট কৰি সি গুচি গ'লগৈ।'

'কোন সি?'

'মালিকনীৰ ভায়েক।'

'তাক তই এৰি দিলি? গুণ্ডা ক'ৰবাৰ।'

'নক'বি মণিৰ মা, তাক বেয়া বুলি গুণ্ডা বুলি নক'বি। সি মোক বৰ মৰম কৰিছিল। ইমান মৰম কোনো মতা মানুহে তাৰ মাইকীক দিব নোৱাৰে। কি কৰিব? বেচেৰাই তাৰ ঘৰখন কেনেকৈ এৰে?' মানুহজনীৰ মুখখনৰ পৰা হঠাৎ যেন কোনোবাই খং-ৰাগবোৰ মচি নিলে। তাইৰ মুখখন উজ্জ্বল হৈ উঠিল। কোমল হৈ পৰা মুখখনত এটা লাজকুৰীয়া হাঁহি ফুটি উঠিল। 'ইমান ধুনীয়া মতা মানুহ মই আৰু দেখা নাই। তাৰ চুলিবোৰ, চকুকিটা, গাৰ ৰংটো, ফিলিমৰ হিৰ'তকৈ ধুনীয়া আছিল সি। কথাবোৰ কেনেকৈ কৈছিল সি....।' তাইৰ চকুহাল ধুলধুলীয়া পৰি আহিছে। ল'ৰাটোৱে বাপেকৰ চেহেৰাটো অলপ পাইছে। তাই কেঁচুৱাটোক চুমা এটা খালে।

সিহঁত কিজনীয়ে আহি মূল ৰাস্তাত ভৰি দিলে। হঠাৎ তাইৰ খেয়াল হ'ল তাইতো সেইদিনা কালী বুঢ়ীৰ লগত হে আহিছিল, ঘৰবোৰ ৰাস্তাকিটা তাইৰ একো মনত নাই। ড্ৰাইভাৰণীৰ কাজিয়া, তীক্ষ্ণ সুহুৰিটো, কালী বুঢ়ীৰ জটা— চববোৰে তাইৰ মূৰটো হেঁচি ধৰিছিল। তাই একো ভাবিব নোৱাৰা হৈ আহিছিল। নহ'লে এনেকৈ ঘপ্‌কৈ তাই বুঢ়ীক নোসোধা-নোপোচাকৈ ওলাই নাহে। বুঢ়ীৰ লগত অহাৰ দিনা সোমাই যোৱা ৰাস্তাটো পাই তাই ৰ'ল।

'এই ফালেদিয়েই গৈছিলোঁ। ঘৰবোৰ বা উলিয়াব পাৰিম নে নাই?'

'আজি বজাৰলৈকে ব'ল। এই কিঘৰ মানুহৰ ঘৰত কালি মুৰি দিছিলিহে আজি আকৌ ল'বনে?'

এৰা, তাই কথাটো ভবাই নাছিলে। মানুহে মুৰি কিবা ভাত খোৱাদি খাবনে? বজাৰলৈ যোৱাৰ কথা ভাবি তাই কোঁচ খাই আহিল। কেনেকৈ কি কৰিব বজাৰত তাই?

'কি হ'ল? ৰৈ থাকিলি যে, ব'ল। আজি ওলাওঁতেই দেৰি হ'ল।'

খৰ খোজেৰে গৈ তিনিওজনী বজাৰ পালেগৈ। বজাৰত ভীৰ আৰম্ভ হৈছেই। বহাৰ আগতে তিনিওজনীয়ে ঠিক কৰিলে আজি মুৰি পাইকাৰীকে দি থৈ যাবগৈ। মিনতিয়েও বস্তু কিপদ বেপাৰীক দিয়াটোকে ঠিক কৰিলে। দুপইচা কম পালেও কথা নাই। আজি কেউজনীৰে বজাৰত কাম আছে। মিনতিয়ে ল'ৰাটো ডাক্তৰক দেখুৱাব, তাৰ অলপ দিনৰে পৰা বেয়া পায়খানা হৈ আছে। ল'ৰাটোৰ কাৰণে কাপোৰ এসাজো কিনিব। জোনৰ মাকে এখন কেৰাহী কিনিব, নিজৰ কাৰণে পাৰিলে এটা ব্লাউজ, বুঢ়াৰ ধুতী, জোনৰ চিলেট। বহুত দিনৰ পৰা গোটাই থোৱা বস্তু। ইমান দিনে বজাৰ বহিছিল যদিও বজাৰবোৰ সেৰেঙা। আজি কেইদিনমানৰ পৰাহে বজাৰবোৰ বহিবলৈ লৈছে। তিনিওজনীয়ে গৈ বেপাৰীক বস্তুখিনি দি পইচা লৈ বজাৰলৈ ওলাল। প্ৰথমতে সিহঁত কিজনী নবীনৰ ওচৰলৈ গ'ল। নবীনে কিতাপ-চিলেটৰ বেপাৰ কৰে। সিহঁতৰ বস্তিতে থাকে। হাটে-হাটে 'কুঁহিপাত', বহী, চিলেট, পেঞ্চিল, চিএগ্ৰহী, পে'ন, পে'নৰ নিব লৈ ঘূৰি ফুৰে।

নবীনো খেদা খোৱা মানুহ। এই বস্তিত থকা তাৰ আজি তিনিবছৰ হ'লহি। নবীনৰ মাক-দেউতাক কোনো নাই। কেৱল লাই-লেচাই বুলিবলৈ ভায়েক পুতুকণ। মাক-দেউতাক দুয়োজন অগা-পিছাকৈ ঢুকাল। সি বাধ্যত পৰি পঢ়া-শুনা এৰি দিব লগাত পৰিল। তাৰ পাছতে সি এই কিতাপ-চিলেটৰ ব্যৱসায়ত ধৰিলে। ডাঙৰ মোমায়েকৰ কিতাপৰ দোকান আছিল। মোমায়েকেই প্ৰথমতে সহায় কৰিলে। মোমায়েকৰ দোকানৰ পৰা কিতাপ নিয়ে আৰু হাটে-হাটে বিক্ৰী কৰে। ককায়েক-ভায়েকৰ সৰু সংসাৰখন চলি যায়। মূৰ গুজিবলৈ ঘৰখন আছিল, ধানমুঠি, গাখীৰকণ, শাক দুডাল, কলআবি বাৰীৰ চুকতে আছিল। চলি গৈছিল। নবীনে ভাবিছিল মেট্ৰিক পাছ কৰি কলেজত পঢ়ি থকা ভায়েক পুতুকণক মানুহ কৰিব। তাৰ দুটাই সপোন আছিল। পুতুকণ ডাঙৰ মানুহ হ'ব আৰু তাৰ নিজাকৈ এখন কিতাপ-চিলেটৰ দোকান হ'ব। সপোন দুটা লাহে লাহে সি হাতৰ তলুৱাত লৈ লুটিয়াই-বগৰাই চাব পৰা হৈছিল, চুই চাব পৰা হৈছিল সপোন দুটাৰ উত্তাপ। ঠিক সেইখিনি সময়তে ঘটনাবোৰ ওলট-পালট হৈ গ'ল।

বজাৰে-বজাৰে বহী, কিতাপ, চিলেটৰ বোজাটো কঢ়িয়াই ঘূৰি ফুৰোঁতে সি কাহানিও নুশুনা শব্দ কিছুমান সঘনাই শুনিবলৈ ল'লে 'বিদেশী', 'আন্দোলন', 'আছু', 'সংবিধান', 'ইয়াণ্ডাবু সন্ধি', 'ছাত্ৰ সন্থা', 'গণ সত্যাগ্ৰহ'। কিছুমান মানুহৰ নাম বজাৰত আলু-পিয়াঁজৰ দৰে বাগৰি ফুৰিছিল, 'প্ৰফুল্ল মহন্ত', 'ভৃগু ফুকন'। মানুহবোৰে বেছিকৈ খবৰ কাগজ পঢ়া হৈছিল। খবৰ কাগজবোৰো একে ধৰণৰ শুনি থকা শব্দেৰে ভৰি পৰিছিল। সি ভাবিছিল শব্দবোৰ খবৰ কাগজতে আৰু মানুহৰ বু বু-বা বাৰ মাজতে থাকিব। কিন্তু নাথাকিল। শব্দবোৰ ৰাস্তালৈ নামি আহিল, ঘৰে-ঘৰে, বজাৰে-সমাৰে সোমাই পৰিল। তাৰ প্ৰায়ে বজাৰৰ দিনবোৰ মাৰ খাবলৈ ল'লে। বজাৰ খতি হোৱা বন্ধবোৰত সি ঘৰতে শাক-বন নিৰাই থাকিবলৈ লওঁতে দেখিলে পুতুকণ ঘৰত প্ৰায় নাথাকেই, সি ওলাই নগ'লেও তাৰ বয়সৰে ল'ৰা কিছুমানে আহি মাতি মাতি নিয়েহি। অনবৰত কিতাপত মূৰ গুজি থকা

ল'ৰাটোৰে কিতাপ চুবলৈকে এৰিছে। সি পঢ়াৰ ভিতৰত খবৰ কাগজহে বেছিকৈ পঢ়িবলৈ লোৱা হৈছে।

সেইদিনা নবীন ঘৰতে আছিল। বৰ জাৰ পৰিছিল, ডাঠ কুঁৱলী আছিল। সি গৰুজনীৰ বাবে বস্তাৰে গাত দিব্‌ পৰা কাপোৰ এখন চিলাই আছিল। পুৰা ছয়ত্ৰিছ ঘণ্টাৰ বন্ধ আছিল। গোটেই চহৰখন থমথমীয়া হৈ আছিল। ভোটৰ অফিচবোৰৰ মুখে মুখে পুলিচ-মিলিটেৰী। জাক জাক মানুহক ঘৰৰ পৰা ছাত্ৰ সন্থাৰ ল'ৰাবোৰে উলিয়াই নিছিলহি। পুতুকণে সিহঁতৰ চুবুৰীৰ মানুহবোৰক গোটাই পাছদিনা পুৱতি নিশা চাৰ্কিট হাউছলৈ যোৱাৰ কথা কৈছিল। ইমানবোৰ বুঢ়া-মেথাই মুৰ তল কৰি শুনিছে। পুৱতী নিশা জাক জাক মানুহ ঘৰৰ পৰা ওলাই গৈ চহৰৰ মাজমজিয়াত থকা চাৰ্কিট হাউছটো ঘেৰি পেলাইছিল। পুতুকণ সেই নিশা ঘৰত নাছিল। নবীনে ৰাস্তাৰ এই পাৰৰ পৰা ডাঙৰ ঘৰটোলৈ চাই আছিল, চাৰিওকাষৰ মানুহবোৰৰ মাজত 'নমিনেশ্যন পেপাৰ', 'ইলেকচন', 'কাৰ্ফিউ', 'আৰ্মি', 'পুলিচ' শব্দবোৰ উফৰি ফুৰিছিল। চাৰ্কিট হাউছৰ পৰা এখন পুলিচৰ গাড়ী ওলাই আহিছিল, গাড়ীখনত এগৰাকী মাইকী মানুহ। নবীনে ৰাস্তাৰ এইপাৰৰ পৰা দেখিছিল। মুহূৰ্ততে গাড়ীখন মানুহবোৰে ঘেৰি পেলাইছিল, আগুৱাবলৈ দিয়া নাছিল। পুলিচৰ মাৰত মানুহবোৰ ফাইছিটিকা দিছিল। তাৰ মাজত মানুহবোৰে শুনিছিল গুলীৰ শব্দ। মানুহবোৰ নোহোৱা হৈছিল। মাত্ৰ ৰাস্তাৰ সোঁমাজত পৰি ৰৈছিল এটা কিশোৰ দেহা। নবীন দৌৰ মাৰিছিল। দেহাটো পুতুকণৰ আছিল। সি চাই থাকিল, পুতুকণৰ মৃত্যু যেন গোটেই চহৰখনৰ কাৰণে এটা নতুন উৎসৱহে হ'ল। ফুলৰ মালা, গায়ন-বায়ন, ধুম-ধাম শ্ৰাদ্ধ, সৰ্বধৰ্ম প্ৰাৰ্থনা, গাড়ী-মটৰত অহা মানুহ, শাৰী শাৰী চাকি। নবীনৰ কিবাখন লাগিল। এদিন দোভাগ নিশা সি চহৰখনৰ পৰা, পুতুকণ নোহোৱা হোৱা উদং ঘৰখনৰ পৰা পলাই অহাদি আহিল। সেই সময়ত সি একো বিচৰা নাছিল। সি কেৱল ফুল, চাকি, ভজন-কীৰ্তন, ফটো, মানুহৰ হৈচাৰ পৰা ওলাই এবাৰ বুকু ভাঙি কান্দিব খুজিছিল।

মাজনিশা ৰে'লখনত উঠি নবীনে এটা চুকত বহি সঁচাকৈয়ে বুকু ভাঙি কান্দিছিল, ৰে'লখন ক'লৈ যাবলৈ ষ্টেছনত ৰৈ আছিল সি কাকো সোধা নাছিল। ৰে'লখনত তেতিয়ালৈকে কোনো উঠা নাছিল। প্ৰায় ওৰেটো নিশা সি শূন্য ৰে'লখনত উঠি হুকহুকাই কান্দিছিল। পুৱতি নিশা ৰে'লখন চলিছিল। মজিয়াতে আঁঠুত মূৰ গুজি থকা নবীনক একাপ চাহ আনি দিছিল মিনতিয়ে। কান্দি থকা মানুহটো চাই মিনতিৰ মনটো কিবা হৈ গৈছিল। সেইদিনা মিনতিও দোভাগ নিশা তাই ইমান দিনে কাম কৰি থকা মানুহ ঘৰৰ পৰা পলাই আহিছিল। তাতে সিহঁতে ৰে'লত চানা বেচি ফুৰা জগুক লগ পাইছিল। সেইদিনা ক'ৰবাত ডাঙৰ গোলমাল এটা লাগিছিল। ৰে'লখন পাৰ হৈ যাবলগা এখন চাহবাগিচাত সেইদিনা ৰাতিয়েই সাতজন মানুহ মৰিছিল। সেই অঞ্চলত কাৰ্ফিউ আছিল। ৰে'লখন প্ৰায় খালী পৰি আছিল। নবীন বহা দবাটোত আছিল মাত্ৰ সিহঁত তিনিটা— নবীন, মিনতি আৰু জগু। তিনিওটাই চানাৰ লগতে ভগাইছিল দুখ। জগুৱেই সিহঁতক

বস্তিলৈ আনিছিল। বস্তিত আহি নবীনে আকৌ আগৰ ব্যৱসায়টোকে আৰম্ভ কৰিছিল। চাৰি মাহৰ পাছত মিনতিৰ ৰাজকোঁৱৰ হেন ল'ৰা এটা হৈছিল।

সেই নবীনৰ ওচৰলৈকে চিলেট-কিতাপ কিনিবলৈ জোনৰ মাক, তাই আৰু মিনতি আহিছে।

নবীনে সিহঁতক দেখি হাঁহি এটা মাৰি গ্ৰাহকজনক বিদায় কৰি ল'লে।

'চাহ খাবি' বুলি সুধিয়ে সি কাষৰ দোকানখনলৈ উঠি গ'ল। জগুৰ দোকান। জগুৱে গোলমালবোৰৰ বাবেই ৰে'লত চানা বেচা বন্ধ কৰি বজাৰত চাহৰ দোকান দিবলৈ লৈছে। পাঁচটা ল'ৰা-ছোৱালীৰ সৈতে সংসাৰ। ঘৈণীয়েকে ঘৰতে চিৰাৰ লাড়ু, মুৰিৰ লাড়ু, ভুজিয়া বনাই বান্ধি দিয়ে। সি ইয়াতে চাহ কৰি বেচে। বজাৰবোৰ ঠিকমতে বহি থাকিলে লঘোণত পৰিব নালাগে। খোৱামুঠি ওলাই। বাকী খৰচৰ কাৰণে পইচা ৰাহি কৰাটো বৰ টান কাম হৈ পৰে। জগুৰ ঘৈণীয়েকজনী দেখাত শুকানী হ'লে কি হ'ব হাত দুখনত লক্ষ্মী গোসাঁনীৰ বাস। তাইৰ হাতৰ নাৰিকলৰ সন্দেশ, মচমচীয়া ভুজিয়া, মুখত দিলেই পমি যোৱা মুৰিৰ লাড়ু, চিৰাৰ লাড়ুৰ বাবে জগুৰ দোকানত এবাৰ চাহ খালেই মানুহ পিছৰবাৰ আকৌ এবাৰ আহে। তাই এইবোৰ বস্তু বিশেষকৈ নাৰিকলৰ সন্দেশ বনাই চহৰৰ কিছুমানৰ ঘৰতো দিয়ে। বিহু-পূজাৰ সময়ত তাইৰ তগৰ ফুল হেন বগা নাৰিকলৰ লাড়ু আৰু সন্দেশৰ চাহিদা বাঢ়ি যায়।

নবীনে জগুৰ দোকানৰ লাল চাহ আৰু সন্দেশ আনি তিনিওজনীকে খাবলৈ দিলে। তাইৰ লগত নবীনে বৰ সম্ভ্ৰমেৰে ব্যৱহাৰ কৰিছে। নাৰিকলৰ সন্দেশটো খাই তাই কৈয়ে পেলালে, 'বৰ ভাল হৈছে।' জোনৰ মাকে চিলেট চাইছে। সন্দেশটো হাতত লৈ থাকোঁতে তাইৰ চকুৰ আগত ভাহি উঠিল ধপলা হাতখনে বৰ মৰমেৰে তুলি অনা পুখুৰী পাৰৰ নাৰিকল কিজোপা। দুজোপাত লাগিছিল। দিদাই ঠিক এনেকুৱা এথাল সন্দেশ বনাইছিল। দুইটা সন্দেশ ইমান একে। কামোৰটো মাৰি তাইৰ বুকুখন হুমহুমাই উঠিল।

'খা মণিৰ মাক, কি ভাবি আছ?' লগত খোজকঢ়াই নিয়া ল'ৰা-ছোৱালীক মাকে চোৱাদি মানুহজনীয়ে তাইকো চাই থাকে।

জোনৰ মাকে চিলেট কিনিলে, মিনতিয়েও এখন সৰু মণি লগা চিলেট কিনি ল'ৰাটোক দিলে। সি হাঁহি এটা মাৰি চিলেটখনৰ মণিকিটা চুবলৈ ধৰিলে।

'তোৰ ল'ৰাই দেখোন পঢ়িবলৈ ধৰিলেই।' নবীনে ল'ৰাটোৰ গালত হাত বুলাই দিলে।

'চাবিচোন ই কিমান চোকা বুদ্ধিৰ ল'ৰা হ'ব, তাক মই যেনে তেনে পঢ়াম।' মিনতিৰ মুখ অথনিৰ দৰে আনন্দত কোমল হৈ আহিছে।

তায়ো এখন বহী ল'ব খুজি জোনৰ মাকক ক'লে। প্ৰায় ফুচফুচাই কোৱাদি তাই সুধিলে, 'বহী এখনে পে'ন এটাই কিমান পৰিব?' তাই ব্লাউজটোৰ ভিতৰৰ পৰা টকাকিটা উলিয়ালে, 'তই দিয়া টকাকিটা আছে।'

'এইকিটা পইচা তোৰ কাপোৰ এখনৰ কাৰণেহে দিছিলোঁ।' কথাকিটা ডাঙৰকৈ কোৱা দেখি তাইৰ লাজ লাগি গ'ল।

'হ'ব দে। কাপোৰ তই এখন দিলিয়ে দেখোন।' তাই পে'ন এটাই বহী দুখনে ল'লে।

নবীনে হিচাপ কৰি কৰি সিহঁত কিজনীৰ পৰা যিমান পাৰে সিমান কমকৈ পইচা ল'লে। নবীনৰ তাৰ পৰা সিহঁত কিজনী কাপোৰৰ দোকান এখনলৈ গ'ল। বজাৰলৈ যোৱা এই ৰাস্তাটোৰ দোকানবোৰ হাট বহাৰ দিনা মূল দোকানখনৰ অলপ অলপ আগুৱাই যায়। বাচনৰ দোকানবোৰৰ কিছু কিছু বাচন, কাপোৰৰ দোকানৰ কিছু কাপোৰ, বাকচ-পত্ৰৰ দোকানৰ বাকচ এই আগবঢ়া ঠাইখিনিত ভৰি যায়। মাৰোৱাৰী বুঢ়াটোৰ দোকানত ভাল ভীৰ এটা হৈছে। ৰঙা, হালধীয়া দখনা পিন্ধা ছোৱালী এজাকে পখিলা এজাক ফুলত পৰাদি ৰঙীন সূতাবোৰ হাতেৰে লিৰিকি-বিদাৰি আছে। দেখিলেই গম পাই পকাচুলীয়া মাৰোৱাৰী বুঢ়াজনৰ ছোৱালীবোৰৰ সৈতে ভাল চিনা-জনা আছে। মিনতিহঁত সোমাই যোৱাৰ লগে লগে ছোৱালীজাকৰ মাজৰ পৰা বুঢ়াই মাত দিলে,

'কি লিবি ৰে?'

'বহুত কিবাকিবি লিবি ৰে।' জোনৰ মাকে খিল্‌খিলাই হাঁহিছে।

হাঁহিৰে জিলিকি উঠা মুখখনলৈ তাই অলপ সময় চাই থাকিল। পকাচুলীয়া মাৰোৱাৰী বুঢ়াৰ লগত দৰ কচাকচি কৰি জোনৰ মাকে এখন কোৰা ধুতী, এটা সৰু চাইজৰ হাত কটা গেঞ্জি আৰু এটা ব্লাউজ কিনিলে। মিনতিয়ে পুতেকলৈ এটা পেণ্ট কিনি দুইজনীয়ে হাতত বাকী থকা পইচাখিনি গণিলে, তাৰপাছত পইচাখিনি মিলালে। সেইখিনিৰে সিহঁত দুজনীয়ে এটা পেটিকোট কিনি তাইক দিবলৈ বুলি আগবঢ়াই দিলে। তাই না না কৰিছে।

'ধাৰ মাৰি দিবি পাছত।' মিনতিয়ে কৈছে।

'ধাৰ মই ক'ৰ পৰা মাৰিম?' তাই কান্দো কান্দো হৈছে। তাইৰ বুকুখন কিবা কৰি আহিছে। ইহঁত দুজনীৰে নাই, আকৌ লোকক দিয়ে। তাই পেটিকোটৰ টোপোলাটো বুকুত সাবটি লৈ আছে। তিনিওজনী ওলাই আহিল। বস্তিলৈ যোৱাৰ বাটতে কল্যাণ ডাক্তৰৰ হোমিঅ'পেথিক ফাৰ্মাচীখন পৰে। মিনতিয়ে তাতে সোমাই ল'ৰাটোৰ ঔষধ লৈ যাব। অলপ দূৰ খোজকাঢ়ি তাই কাপোৰৰ টোপোলাটো মিনতিলৈ আগবঢ়াই দিলে।

'মোক জোনৰ মাকে কালি টকা দুটামান দিছেই, সেইখিনিকে ধাৰ কেনেকৈ মাৰিম?'

'তোক কোনে ধাৰ সাধিছে অ' মণিৰ মা?'

'তহঁতে মোক সদায় খুৱাবি-পিন্ধাবি নেকি?' তাইৰ চকুযোৰ সেমেকি আহিছে।

'কেনেকৈনো পাৰিম মণিৰ মা?' জোনৰ মাকৰ মাতটো সৰু।

'তই কিবা বাচন ল'ম বুলিছিলি নহয়?' মিনতি বাচন-বৰ্তনৰ দোকান এখনৰ আগত ৰৈছে।

'তাইৰ ঘৰত কেৰাহী এখন নাই, থাল-বাটি এযোৰ নাই।' জোনৰ মাক বাচনৰ দোকানখনৰ পিনে আগবাঢ়িছে।

তিনিওজনীয়ে কেৰাহী এখন, থাল দুখন, বাটি এটা, গিলাচ এটা আৰু বাল্টি এটা কিনিলে। তাইৰ হাতখন উদং হৈ পৰোঁ পৰোঁ হ'ল।

'থাল দুখন নালাগে, এখনেই হ'ব দে, গিলাচটোও নালাগে দে।' দুয়োজনীয়ে একো নামাতিলে। তাই নিজেই এখন থাল আৰু এটা গিলাচ থৈ দিলে।

'পইচা কিমান থাকিল?' জোনৰ মাকে সুধিলে।

উত্তৰত তাই হাতখন মেলি ধৰিলে। কথাটো মিনতিয়েই প্ৰথমতে উলিয়ালে। তাই পিছৰ বজাৰত আহোঁতে দাইলৰ বৰা বনাই আনিব পাৰে দেখোন। মিনতিয়ে নিমখ-তেলৰ খৰচটো এই দাইলৰ বৰাৰেই উলিয়াই দেখোন। সিহঁতে এইবাৰ মাটি দাইল আধা কেজি, মচুৰ দাইল আধা কেজি, পাণ-মচলা আৰু কালজিৰা ল'লে। তাই মচুৰ দাইলখিনি চাই সুধিলে, 'দাইল দুবিধ ল'লি যে।'

'দুইবিধৰে বৰা বনাবি।'

'মই এইবোৰ কৰি পোৱা নাই, গাঁৱত দিদাই বনোৱা দেখিছিলোঁ।'

'কাইলৈতো বজাৰ নাই, আহিবি পুৱা বেলা, মই শিকাই দিম।'

'বৰা কোনে কিনিব?'

দুইজনীয়ে হাঁহি উঠিল, 'ইমানবোৰ মানুহে বজাৰলৈ আহি ইমানবোৰ বস্তু কিনি আছে।' তাই মানুহবোৰলৈ চালে, সকলোৰে বেগবোৰ শাক-পাচলিৰে ওফন্দি আছে। প্ৰায়বোৰ মানুহৰ বেগত ওলাই আছে চজিনা আৰু ৰঙালাওৰ আগ। তাই জিভাত অনুভৱ কৰিলে, ভিতৰত কোমল কোমল গুটি হোৱা চজিনাৰ স্বাদ। কিনিব নেকি এমুঠি চজিনা? বজাৰ ভৰি কেউপিনে চজিনাৰ দ'ম। পিছ মুহূৰ্ত্তত তাই কোঁচ খাই আহিল। তাইৰ চকুহাল যেন পুৰিছে। অলপ পানী আহি চকুহাল ধুল্‌ধুলীয়া কৰি পেলালে। মানুহেৰে গম্‌গমাই থকা বজাৰখন আনকি কাষে কাষে আহি থকা মানুহ দুজনীকো যেন ধোঁৱা বৰণীয়া পৰ্দা এখনে ঢাকি ধৰিলে। তাই দৌৰ মাৰি গৈ এটা ৰঙামাটিৰে মচি থোৱা পাকঘৰত সোমালগৈ। চৌকাৰ কাষতে কেইমুঠিমান চজিনা, ভিতৰত কোমল কোমল গুটি হৈছে। তেলত মিথি ফুটোৱাৰ গোন্ধ, আদা আৰু সৰিয়হ বটা, ফালি দিয়া কেঁচা জলকীয়াৰ গোন্ধৰ লগত আৰু এটা গোন্ধ বাৰে বাৰে তাইৰ নাকত লাগিছে। এইমাত্ৰ পুখুৰীত জোবোৰা মাৰি গা ধুই তাইৰ কাষতে বহি ভাত খাবলৈ লোৱা মানুহটোৰ গোন্ধ। মানুহটোৱে মুখলৈ নোচোৱাকৈ তাইৰ থালখনত কেইডালমান সৰিয়হ লাগি থকা চজিনাৰ ঠাৰি দিছে। তাই তাৰে এডাল লৈ চুপি চুপি কৈ উঠিছে, 'কিয় বা নিজৰ পাতৰ পৰা দিব লাগে, মই কিবা লোৱা নাইনে?' এইবাৰ মানুহটোৱে ভাতৰ পাতৰ পৰা হাতখন উঠাই তাইৰ মুখলৈ চাই হাঁহিছে, 'ঠাৰিসোপা চোৰাই কোনজনী ছাগলীয়ে ভাল পাই?' সৰিয়হ, আদা, জলকীয়া, মিথি গুটিৰ গোন্ধৰ লগত দুটা হাঁহিৰ গোন্ধ মিহলি হৈছে।... তাইৰ চকুত লাগি থকা পানীটোপাল গালেদি বাগৰি আহিল। আকৌ পৰিষ্কাৰ হৈ উঠিছে বজাৰখন, কাষে কাষে আহি থকা মানুহ দুজনী। দুইজনীয়ে আধা কেজি মচুৰ আৰু আধা কেজি মাটি দাইলেৰে

বৰা বনাই বেচিলে কিমান লাভ থাকিব হিচাব কৰি আছিল। মিনতিয়ে তাইক ক'ব খুজিছিল, সপ্তাহৰ বজাৰ কেইখনলৈ বৰা বনাই আনিলে তাইৰ অন্ততঃ নিমখ-তেলৰ খৰচটো ওলাই থাকিব। তাই তৎক্ষণাত মানুহজনীৰ গালেদি বাগৰি অহা পানীটোপা দেখিলে।

'কি হ'ল অ'?'

'গা বেয়া লাগিছে নেকি?'

দুইজনীয়ে উদগ্ৰীব হৈ বৈ দিছে। তাই এবাৰ দুইজনী মানুহৰ উদগ্ৰীব মুখ কেইখনলৈ চাই সঁচা কথাটোকে কৈ পেলালে।

'মই চজিনা খাই ভাল পাইছিলোঁ, মণিৰ বাপেকে......', তাইৰ মাতটো সোপা মাৰি ধৰিলে।

'এৰা অ' মণিৰ মাক, মানুহটোৰ টান বৰ টান। মোলৈকে চা-চোন। শ্বাস টানি টানি মোক গালি পাৰি থকা মানুহটো, তাৰ মাৰ-কিল। সি এবাৰ কোৱা 'জোনৰ মাক শুনচোন' বোলা মাতষাৰ শুনিলে মই চব পাহৰি যাওঁ। মাখি মৰা, নিগনি মৰা দৰৱ ফেৰি কৰি বেমাৰী বুঢ়াটোৱে এতিয়াও সংসাৰখন টানি আছে। বুঢ়াটো নোহোৱা হ'লে.....।' এইবাৰ জোনৰ মাকৰ মাতটো সোপা মাৰি ধৰিলে।

'তিৰী মানুহৰ মৰদৰ প্ৰতি বৰ মৰম অ' মণিৰ মাক, লাগে সি মৰিয়ে যাওক বা...।' তাইৰ মাতটোও সোপা মাৰি ধৰিলে।

হুনহুনাই খোজ দি তিনিওজনী ঘৰ সোমাইহি মানে গধূলি হওঁ হওঁ হৈছে। তাই ঘৰ সোমাব খুজি দেখিলে কালী বুঢ়ীৰ চোতালত বেছ কিছু মানুহ গোট খাইছে। কালী মূৰ্তিৰ আগত জটাধাৰী ৰঙা সেন্দূৰৰ ফোঁট লোৱা বুঢ়ীক তাই প্ৰথমতে চিনিয়ে পোৱা নাছিল। মা-কালীৰ আগত নৈবেদ্য আৰু পইচা গোট খাই আছে। মানুহ আহিয়ে আছে। তাইৰ চকুৰ আগতে ড্ৰাইভাৰ আহিল। সি গামোচা পিন্ধি অহা নাই, পেণ্ট-চাৰ্ট এযোৰ পিন্ধি আহিছে। ড্ৰাইভাৰে আহি কালী বুঢ়ীৰ ভৰিত পৰি সেৱা কৰিলে, তাৰপাছত সেন্দূৰ সনা থালখনত টকা বিছটা থ'লে। তাইৰ ভাবন্তিৰে কালী বুঢ়ীক সেৱা কৰি থকা মানুহটো চাই হাঁহি উঠি গ'ল। কি কামনা কৰিছে মানুহটোৱে? ঘৈণীয়েকৰ সুমতি? মণি তাইৰ লগে লগে ঘৰলৈ আহিছে। কিতাপ-বহী আৰু পে'ন পাই সি হাঁহি পেলালে। কেৰাহী, থাল, গিলাচকিটা উলিয়াই মাকে মণিক ক'লে, 'এয়া তোৰ কাৰণে।' সি বস্তু কিপদ সামৰি চৌকাৰ ওচৰত থৈছে। চৌকাৰ ওচৰত টেকীয়া এমুঠি, ঔ টেঙা দুটা, নৰসিংহৰ কোমল আগ এমুঠি, শুকান খৰি এমুঠি।

'বিজাৰ্ডলৈ কাৰ লগত গৈছিলি?'

'জোনৰ লগত।'

তাই চৌকাৰ ওচৰৰ বস্তু কিপদ চাইছে আৰু ল'ৰাটোৰ শুকান মুখখন চাইছে। দেহি, বাপেকটো নাই কাৰণেহে সি হাবিত লুংলুঙাই ফুৰিব লগা হৈছে। তাই তাৰ চুলিত হাত ফুৰাই দিলে, 'বাবা, ভোক লাগিছে?' সি একো মতা নাই। মাত্ৰ দাইলৰ টোপোলাটো

খুলিছে।

'আজি দাইল ৰান্ধিবি মা?'

তাই ক'ব খুজিছিলে, 'এয়া দাইল খাবৰ কাৰণে নহয়।' নক'লে। ল'ৰাটোৰে সেপ ঢুকিছে।

'ৰান্ধিম বাবা।' তাই দাইল কেইটামান ধুই ল'লে।

বাহিৰত ধাকৰ শব্দ হৈছে। মণি দৌৰ মাৰিলে। কালীমাৰ আগত বহি ধাক বজাইছে মূল আলিটোৰ কাষৰ দোকানৰ মালিক যদুৱে। বস্তিৰ বহুত মানুহ আহি গোট খাইছেহি। কোনোবা এটাই বেসুৰা গলাৰে কীৰ্তন আৰম্ভ কৰিছে।

তাই দাইলতে ঢেঁকীয়া দুডালমান আৰু ঔ দুফুলা পেলাই দিলে। ঔ দুফুলাৰ গোন্ধতে তাই গম পালে মিঠা। তেল মাৰিব খুজি দেখিলে বটলটোত এটোপাও তেল নাই। বটলটো দাইলখনত ওলোটাই দিলে, নিগৰি নিগৰি এটোপা তেল দাইলখনতে পৰিল। হ'ব, গোন্ধটো ওলাব। ভাতখিনি নমাই তাই পুতেকক মাতিবলৈ গ'ল। কালীমাৰ আগত সেৱা কৰি আছে বুলেনে। বুঢ়ীয়ে তাক আশীৰ্বাদ কৰিছে। সি সেন্দূৰ সনা থালখনত টকা দহটা থৈছে। তাই অলপ সময় ৰৈ বুঢ়ীয়ে মানুহক বিধান দিয়া চাই থাকিল। ধাকৰ শব্দ ক্ৰমাৎ বেছি হৈ আহিছে। বুঢ়ীয়ে এইবাৰ কালীমাৰ আগত নাচিবলৈ ধৰিলে। নাচি নাচি বুঢ়ীয়ে কোনোবা ভক্তই নৈবেদ্য দিয়া পাৰ এটা দাঁতেৰে ডিঙিটো ছিঙি তেজ পি পেলালে। আটাইবোৰ দীঘল দি পৰিল। কেউপিনে নিনাদ শুনা গ'ল— জয় মা কালী! তাইৰ গাটো কিবা কৰি আহিল। অবাক হৈ চাই থকা পুতেককো হাতত ধৰি টানিলে। সি কোনোমতে নাহে। তাই ভিতৰলৈ গৈ বস্তাটোত বাগৰ দিলেগৈ। দিনৰ দিনটো কষ্ট গৈছে। ভাগৰত তাই লালকাল দি পৰিল। টোপনিয়ে হেঁচা মাৰি থোৱা অৱস্থাতে তাই মাত্ৰ এটা সময়ত গম পালে মণি আহি তাইৰ কাষতে পৰিছেহি।

পুৱা তাই সোনকালে সাৰ পালে, ঠিক বস্তিখনৰ আন মানুহবোৰ সাৰ পোৱাৰ সময়তে। উঠিয়ে তাইৰ নাকত এটা গোন্ধ লাগিল, ধূপ-ধূনা, ফুল, মিঠাতেলৰ চাকি। তাই বাহিৰলৈ উঠি আহিল। চোতালখন লেতেৰা হৈ আছে। কলৰ বাকলি, প্লাষ্টিকৰ মোনা, কলপাত— বিভিন্ন বস্তুৰে কালী বুঢ়ীয়ে সদায় সাৰি-মচি থোৱা চোতালখন একাঁঠু হৈ আছে। বুঢ়ীৰ ঘৰৰ ফালে চাই দেখিলে দুৱাৰ বন্ধ। বুঢ়ীজনীয়ে ইমান সোনকালে উঠি কামত ধৰে, আজি বা কি হ'ল? তাই দুৱাৰৰ ওচৰত থিয় হ'লগৈ। ভিতৰত এটা অস্পষ্ট কেঁকনি, কি বা হ'ল বুঢ়ীজনীৰ? তাই লাহে লাহে দুৱাৰত টোকৰ কেইটামান মাৰিলে। দুৱাৰখন খোলাই আছে। ভিতৰলৈ যাবনে নাই ভাবি তাই ৰৈ থাকিল। এইবাৰ তাই দুৰ্বল মাত এবাৰ শুনিলে, 'মণিৰ মা।' তাই সোমাই গ'ল। বুঢ়ী বিছনাখনতে পৰি আছে। মূৰত জটা নাই, কপালত সেন্দূৰৰ ফোঁটটো লেতেৰা হৈ আছে। বুঢ়ীৰ চকুহাল বৰ দুৰ্বল, মুখখন শেতা। তাই বুঢ়ীৰ ওচৰ চাপি গ'ল। বুঢ়ীয়ে তাইক চাবি একোছা দিলে আৰু বিছনাৰ তলত থকা কাঠৰ সৰু পেকিং বাকচ এটা দেখুৱাইছে। বুঢ়ীৰ নিৰ্দেশ ক্ৰমেই তাই বাকচটোৰ পৰা এটা

প্লাষ্টিকৰ বেগ তুলি আনিলে, বেগটোত কিছুমান ন'ট আৰু ভঙা পইচা। বুঢ়ীয়ে তাইক বিছনাৰ তলত থকা বাকচ এটাত পইচাখিনি থ'বলৈ দিছে। বুঢ়ী বিছনাত উঠি বহিছে।

'চাহ খালি?'

'নাই।' তাইনো বুঢ়ীক কেনেকৈ কয় যে তাইৰ ঘৰত চাহৰ যোগাৰ নাই।

'পোলাক কি দিলি?'

তাই মনে মনে আছে। তাই এতিয়া চাউল আনিবলৈ যাবহে।

বুঢ়ীয়ে আকৌ বিছনাত বাগৰি দিছে। ঠিক শোৱা নাই। বুঢ়ী যেন বৰ ক্লান্ত। তাই গামোচা এখন তিয়াই বুঢ়ীৰ মুখখন মচি দিলে, সাথন লগাই দিলে মৰাপাটৰ দৰে শুকুলা চুলি। বুঢ়ীৰ কপালত সেন্দূৰখিনি তাইৰ বৰ বেয়া লাগিল। গামোচাখন আকৌ এবাৰ তিয়াই বুঢ়ীৰ কপালৰ সেন্দূৰখিনি মচি দিলে। বুঢ়ীয়ে ওঁঠখন সেলেপি আছে। তাই বুঢ়ীৰ ষ্ট'ভটো জ্বলালে, চচপেনত পানী দি একাপ ৰঙা চাহ বাকি, মুৰি কেইটামানৰ সৈতে বুঢ়ীক আগবঢ়াই দিলে। বুঢ়ী উঠি বহিব পৰা নাই। শুকানী মানুহজনী বৰ দুৰ্বল হৈ পৰিছে। লাহে লাহে ধৰি তাই বুঢ়ীক বেৰাত আঁউজাই দিলে। চাহখিনি খাই বুঢ়ীয়ে যেন অলপ ভাল পাইছে। বুঢ়ীৰ মুখখন দেখি তাইৰ ভাব হ'ল দুটামান ভাত খালে যেন মানুহজনীয়ে তত পাব। এৰাতোন বুঢ়ীয়ে কালি পুবাবে পৰা কালীমা লম্ভিছে বুলি মুখত একো এটা দিয়া নাই।

'ভাত কেইটামান....।' তাই কথাটো ঠিক শেষ কৰিবলৈ নৌপাওঁতেই বুঢ়ীয়ে কঁপা কঁপা মাতেৰে তাইক ভাত বহাবলৈ ক'লে। বুঢ়ীৰ কাঠৰ তক্তাচটাত সকলো বস্তু পৰিপাটিকৈ সজোৱা থাকে। তাই মাত্ৰ দেখিলে খৰি কম আছে। মণিক চিএৰ এটা মাৰি তাইৰ কোঠাৰ পৰা খৰি অলপ আনিবলৈ কৈ চৌকাত জুই দিলে।

'তোৰ আৰু পোলাৰ কাৰণেও ৰান্ধিবি।' কথাষাৰ কৈয়ে বুঢ়ী বেৰৰ ফালে মুৰ কৰি শুই থাকিল। তাই কেৱল এটা অস্পষ্ট বিৰ্‌বিৰণি শুনিলে। বুঢ়ীয়ে কিবা উপবাসে থকাৰ কথা কৈছে। বুঢ়ীক বিছনাতে ভাতকিটা খুৱাই তাই ওলাই যাব খুজিলে। যোৱাৰ আগতে সেইদিনাৰ মুৰি বেচা পইচাকিটা বুঢ়ীৰ আগত হাতৰ তলুৱাত লৈ মেলি ধৰিলে। বুঢ়ীয়ে পইচাকিটা লৈ আধা নিজে ৰাখি আধা তাইক দিলে। ভাতকিটা খাই বুঢ়ী টনটনীয়া হৈছে, মাতটোও স্পষ্ট হৈছে, 'মণিৰ মা, মুৰিৰ ব্যৱসায়টো ভয়ে চলা, একো ঝামেলা নাই, বন্ধা গ্ৰাহক আছে। এক বজাৰত ঘৰে ঘৰে দিবি, আৰু এক বজাৰত জোনৰ মাৰ লগত বহিবি। ধানৰ পইচা মই খটুৱাম।' বুঢ়ীয়ে তাইৰ হাতখনতে ধৰিছে, 'মণিৰ মা! অত ধকল আৰু মোৰ শৰীৰে আৰু নাটানে। তাই বুঢ়ীৰ গাত কঁথা এখন জাপি দিলে।

কোনজনী বুঢ়ী আচল বুঢ়ী? কণ জলকীয়া হেন বুঢ়ীজনী? কালী লম্ভি দেৱী হোৱা বুঢ়ী? নে এই কেঁচুৱাৰ দৰে বুঢ়ী? যিজনীয়েই হওক, দিনে দিনে বুঢ়ীজনী তাইৰ আপোন হৈ আহিছে। তাই নীৰৱে বুঢ়ীৰ চুলিখিনিত হাত ফুৰাই দিলে, বুঢ়ীৰ লাহে লাহে টোপনি গ'ল।

'মণিৰ মাক, মণিৰ মাক'-কৈ চিঞৰি চিঞৰি জোনৰ মাক সোমাই আহিছে। আহিয়েই তাই আগদিনা তিয়াই থোৱা দাইলখিনি চাইছেহি।

'ৰ'দ ভাল দিছে, বৰা নিদিয়?'

'মই গৈ আছোঁ, গা ধুই লওঁ।'

'ক'ত গা ধুবি? কলৰ পাৰত?'

'নাই নদীত ধুম, আহি দাইল বটিম।'

তাইৰ লগতে জোনৰ মাকো গা ধুবলৈ ওলাল। চহৰ আৰু বস্তিখনক ভাগ কৰা বিজাৰ্ডখনৰ অলপ ভিতৰত নদীখনৰ এটা বেঁকা ভাঁজ আছে। ভাঁজটোত তিনিচটা ডাঙৰ শিল। এই শিল তিনিচটাতে সাধাৰণতে বস্তিৰ মাইকী মানুহখিনিয়ে গা ধোৱে। সিহঁত গৈ পাই মানে কেইবাজনীও মানুহে তাতে গা ধুই আছে, প্ৰায়খিনিয়ে কাপোৰ ধুই আছে। মানুহ কিজনীৰ গাত সামান্য কাপোৰ। তায়ো বিনাদ্বিধাই শাৰীব্লাউজ খুলি পেটিকোটটো বুকুত বান্ধি লৈ পানীত নামিল। হাবিখনৰ আঁৰ-বেৰৰ মাজত তাই বাকী তিৰোতাবোৰৰ লগত মিলি পৰিল।

গা ধুই ঘৰলৈ আহি দেখিলে মণিয়ে ইতিমধ্যে বুঢ়ীৰ তাত ভাত খাইছেই। বুঢ়ী ভাত খাই, এঘুমতি মাৰি টনটনীয়া হৈছে। বুঢ়ীৰ ঘৰৰ চোতালত মিনতি বহি আছে। তাইৰ ল'ৰাটো মণিৰ লগত। মণিয়ে সজা তামোলৰ ঢকুৱাৰ চোঁচৰাখনত সি হাত দুখনেৰে জোৰকৈ ধৰি আছে। খিল্‌খিলাই হাঁহিছে ধুনীয়া ল'ৰাটোৱে। সিহঁত দুজনী সোমাই অহা দেখি মিনতি থিয় হৈছে, 'মণিৰ মা, আজি বৰ ভাল ৰ'দ দিছে, আহ, বৰাখিনি দি লওঁ।' তাই কালী বুঢ়ীৰ পটা বাহিৰত উলিয়াই আনকি দাইলখিনিও ধুই টুকি থৈছে। মূৰটো আঁচুৰি মিনতি আৰু জোনৰ মাকৰ লগত কামখিনি আৰম্ভ কৰিব খুজি দেখে বুলেনে কান্ধত বাঁহ এডাল লৈ আহিছে। 'কুৰ্মানী, বাঁহডাল থৈ যাওঁ, চাংখন ৰাতি পাতি থৈ যাম। ' ৰাস্তাইদি নবীনে তাৰ বোজাটো চাইকেলত বান্ধি লৈ পাৰ হৈ গ'ল, যাওঁতে সি তাইলৈ চাই হাঁহি এটা মাৰি গ'ল। জগু আৰু শুকানী মানুহ এজনী গ'ল। মানুহজনী সঁচাকৈয়ে হাড়ে-ছালে লগা। মানুহজনী কালী বুঢ়ীৰ জপনাখন পাৰ হৈ আকৌ উভতি আহিল। মানুহজনীয়ে বুঢ়ীক ভৰিত ধৰি সেৱা কৰিলে। তাইলৈ চাই শুকানীয়ে হাঁহি এটা মাৰিলে, 'তই ঠিকেই কৈছিল অ' মিনতি।' শুকানীয়ে তাইলৈ চাই মিনতিক উদ্দেশ্য কৰি কথাবাৰ ক'লে। শুকান মুখখন তাইৰ বৰ ধুনীয়া যেন লাগিল। হঠাৎ তাইৰ ভাব হ'ল এই গোটেইবোৰ মানুহৰে হাঁহিবোৰ বৰ ধুনীয়া। কালী বুঢ়ীৰ ভাঁজ পৰা মুখখনৰ হাঁহিটো, মিনতিৰ চকুৰে-মুখে মৰা হাঁহিটো, জোনৰ মাকৰ ক'লা মুখৰ সমান বগা দাঁতপাৰিৰ হাঁহিটো, বুলেনৰ ভাগকৰা মুখত জান-নেজানকৈ ওলোৱা হাঁহিটো, নবীনৰ লাজ লাজ হাঁহিটো, জগুৰ বেঙা হাঁহিটো, জগুৰ ঘৈণীয়েকৰ শুকান মুখখনৰ পাতল ওঁঠ দুখনৰ মাজেৰে ওলোৱা হাঁহিটো। আটাইবোৰ হাঁহি থকা মুখ তাইৰ বৰ ভাল লাগিল। তাইৰ মুখতো ফুটি উঠিল এটা বহল হাঁহি।

তাই কাতিশালি আৰু সুৱাগমণি দুইবিধ ধানেই বেলেগে বেলেগে ৰ'দালে। ধানখিনি ঢাৰি দুখনত মেলি দি চোতালতে হাত-ভৰি মেলি বহিল। ধানখিনি উহোৱা হ'ল যেতিয়া আচল কামটোৱেই হ'ল, ৰাতি মুৰিখিনি ভাজি পেলাব লাগিব। কাইলৈ বজাৰ বাৰ। মণি স্কুললৈ গ'ল। তিনি বজাত উভতিব। বন্ধা-বঢ়াও হ'ল। মণিলৈ স্কুলীয়া ভাত বহাইছিল, তাৰেই হৈ যাব। বস্তিৰ বাকী মানুহৰ দৰে তায়ো ৰাতি সাত বজাতে ভাত খাবলৈ অসুবিধা নোপোৱা হ'ল। আঠ বজাতে শুই নিঃপালি দিয়া, কাউৰী পুৱাতে উঠা, বজাৰলৈ যোৱা, নদীত গা ধোৱা, মুৰি ভজা, বৰা বনোৱা— চববোৰ তাইৰ বাবে সহজ হৈ পৰিছে।

তাই ঢাৰি কিখনৰ ধানখিনি বহলাই দিলে। হাতৰ তলুৱাত লৈ ধানকিটা এবাৰ ভালকৈ চালে। ধান কিটা সিজাওঁতে আজিকালি আৰু কালী বুঢ়ীয়ে চাব নালাগে। ঠিক চুলিৰ দৰে ফাঁট মেলোঁতেই ধানকিটা নমাব জনা হ'ল। তাইৰ হাতৰ মুৰি কালী বুঢ়ীৰ দৰেই হয়। তাই আৰু এটা নতুন কাম শিকিছে। মূঢ়া সজা। বজাৰৰ পৰা আহি ভাত চাৰিটা বহাই মণিয়ে পঢ়া-শুনাখিনি শেষ কৰে মানে তাই এটা মূঢ়া বৈ উলিয়াব পাৰে। বজাৰলৈ যাওঁতে মুৰিৰ লগতে মূঢ়াকেইটাও টোপোলা বান্ধি নিয়াত তাইৰ আজিকালি একো অসুবিধা নহয়।

তাই মূঢ়া সাজিবলৈ শিকিছে বস্তাৰ মাকৰ পৰা। শুকান-উবান মানুহজনীয়ে যেনেদৰে দুইহাতে বন আঁজুৰিব পাৰে তাই দেখি অবাক হৈছিল। বস্তাৰ মাকৰ তিনিজনী ছোৱালী। ডাঙৰজনী বিয়া দিছিলে। বিয়া দিয়াৰ সময়ত গম পোৱা নাছিলে, ল'ৰাটো মদাহী আছিল। বুকুখনৰ এফাল খাই পেলাইছিল। ছোৱালী এজনী জন্মাৰ পাছতেই শিৱীয়েক মৰিল। শহুৰেকৰ ঘৰতে এতিয়া বিধৱা ভাত খাই আছে। মাজু জীয়েক গুৱাহাটীৰ মানুহ এঘৰত থাকে। সৰুজনী ঘৰতে থাকে। চাৰি নম্বৰ ছোৱালীজনী মৰিছে। গিৰীয়েকে পাণৰ খেতিৰ কাম কৰিছিল। পাণৰ খেতি কৰা মানুহবোৰৰ মাজত মানুহটোক সকলোৱে জানে। পাণৰ খেতিৰ কাম কম মানুহেই জানে। এতিয়া মানুহটোৱে একো নকৰে। গৰমকালি কঁঠাল তলত আৰু জাৰকালি মাজ চোতালত বহি থাকে। মাজুজনী ছোৱালীৰ টকাকিটাৰে সংসাৰৰ ডাঙৰ লেঠাবোৰ মাৰে। খোৱা খৰচ মূঢ়াকিটাৰ ওপৰেৰে যায়। এটা ল'ৰা নথকাৰ দুখে ঘৰখনত হেঁচা মাৰি থৈছে। অনবৰতে আঁঠুত মূৰ গুজি বহি থকা মানুহটোৱে কঁঠাল তলৰ পৰা, মাজ চোতালৰ পৰা গোটেই বছৰ জুৰি এবাৰ কথাকে কৈ থাকে, 'মোৰ ল'ৰা এটা থকা হ'লে... মোৰ যদি জোৱান ল'ৰা এটা থাকিলেহেঁতেন... এটা ডেকা ল'ৰা...।' মানুহটোৰ কথাই ঘৰখনক চুপ কৰি থয়। বস্তাই বায়েকে দি যোৱা, নিজে পিন্ধি আধা

পুৰণি হোৱা, মালিকণীৰ জীয়েকৰ পুৰণি কাপোৰ কিসাজ পিন্ধি বাৰাণ্ডাৰ বেৰখনত আঁউজি বহি থাকে। তাই কুটা এগচ দুডোখৰ নকৰে। তায়ো আজিকালি বাপেকৰ কথাবাৰকে ক'বলৈ শিকিছে, 'আমাৰ এটা ডাঙৰ দাদা থকা হ'লে', 'এটা ল'ৰা থকা হ'লে...।' ৰত্নাৰ মাকে মাত্ৰ দুইটা চুপ মাৰি বহি থকা মানুহৰ মাজত নীৰৱে ল'ৰা-ধপৰা কৰি থাকে। ভাত ৰান্ধে, ৰিজাৰ্ভৰ পৰা খৰি গোটাই, মূঢ়া সাজে, বজাৰলৈ মূঢ়া নিয়ে, চাউল-দাইল কিনে।

তাই শলি চাঁচি থৈছে, চাইকেলৰ টিউব, প্লাষ্টিকৰ ৰছীৰ নূৰা— আটাইবোৰ বস্তু গোটাই থৈছে। মূঢ়া দুটাৰ আধা আধা বলেও, গাঁঠিকিটা মাৰিবৰ সময়তহে লেঠা লাগিল। এটা আধা বনোৱা মূঢ়া লৈ তাই কালী বুঢ়ীক ধানখিনি চাবলৈ কৈ ৰত্নাৰ মাকৰ ওচৰলৈ বুলি ওলাই গ'ল। ৰত্নাৰ মাকৰ ঘৰখন জোনৰ মাকৰ ঘৰখন পাৰ হৈ যাব লাগে। আজি পুৱাৰে পৰা মানুহজনী এবাৰো অহা নাই। গিৰীয়েকটোৱে গাটো বেছি বেয়া হ'ল নেকি? নে তাই মুৰিৰ খোলা পাতিকে বহিলে? নে জোনৰে কিবা হ'ল?

জোনৰ মাকে চোতালত ইফালৰ পৰা সিফাললৈ ঘূৰি আছে। তাই গৈ পোৱা দেখি তাইৰ চিঞৰৰ আৰু বাঢ়ি গ'ল। কাক বা এনেকৈ গুৱাল-গালি পাৰিছে? জোনৰ মাকহঁতৰ ঘৰখন প্ৰায় নদীৰ কিনাৰতে। জোনৰ দেউতাক এই বস্তিখনলৈ অহা বহু বছৰ হ'ল। এইখিনি ঠাইত সুচল পায়ে বহিছিল। নদীখন ইমান কাষত নাছিল। ভাঁজ এটা বাঢ়ি বাঢ়ি নদীখন এইখিনি পাইছেহি। জোনহঁতৰ গাতে লগা ৰত্নাহঁতৰ ঘৰটো। ৰত্নাৰ দেউতাকো জোনৰ দেউতাকৰ প্ৰায় ওচৰা-উচৰিকৈ ইয়ালৈ আহিছিল। ৰত্নাৰ দেউতাক, জোনৰ দেউতাক অহাৰ বহু আগৰে পৰা নদীৰ পাৰৰ জৰীগছজোপাৰ তলৰ ঘৰটোত হৰি ভঙুৱা আছিল। হৰিৰ পূৰ্বপুৰুষ, প্ৰ-পিতামহ এইখন ঠাইৰে বাসিন্দা আছিল। এই বস্তিখনৰ ভাল এক অংশ হৰি ভঙুৱাই দেউতাকৰ পৰা পাইছিল। ৰত্নাৰ দেউতাক, জোনৰ দেউতাককে প্ৰথম আৰম্ভ কৰি সি আজিলৈকে মাটি বেচিয়েই মদ-ভাঙৰ খৰচ উলিয়াই আছে। হৰি ভঙুৱা এই নদীখন, ৰিজাৰ্ভৰ গছবোৰৰ দৰে চৰবে এটা চকুত নলগা চিনাকি দৃশ্য। তাৰ দেউতাকৰ দিনৰ ঘৰটো মেৰামতিৰ অভাৱত কেতিয়াবাই খহি পৰিল। এডাল এডালকৈ সেই ঘৰৰ কাঠ-বাঁহ নি হৰি ভঙুৱাৰ ঘৈণীয়েকে ভাত ৰান্ধিলে। প্লাষ্টিক, নৰাৰে সজা কাউৰী বাহ হেন চালি এখনৰ তলত মানুহ ঘৰ সোমাই আছে। জৰী গছজোপাৰ গাত ভেজা দি আছে কাৰণে ঘৰটো ভাগি পৰা নাই। জৰী গছজোপাৰ তলতে এচটা ক'লা শিল, তেল-সেন্দূৰ দি থোৱা আছে। তাৰ ওচৰতে কোনোমতে টিকাকিটা ঢাকিব পৰা গামোচা এখন লেংটিৰ দৰে মাৰি হৰি ভঙুৱাই চিলিম হুপি থাকে। তাৰ চকুহাল ৰক্তজবাৰ দৰে ৰঙা। সৰু সৰু চকুহালত সকলো সময়তে এটা উদভ্ৰান্ত চাৱনি। থুঁতৰিত কেইডালমান লিংলিঙীয়া আধা পকা আধা কেঁচা ডাঢ়ি। ঘৈণীয়েকজনীয়ে সেউজীয়া মেখেলা এখন পিন্ধি দিনৰ দিনটো বন আঁজুৰি থাকে। পুৱা ভঙুৱা আৰু পুতেকৰ কাৰণে ভাত চাৰিটা বহাই তাই ওলাই যায়। তাইৰ কাম বতৰ আৰু সময় অনুযায়ী বদলি থাকে। কেতিয়াবা তামোল বেপাৰীৰ

তাত গৈ চুফাৰী তোলে, মিলত চাউল বাছে, ৰাস্তাত বুৰুজ মাৰে, কেতিয়াবা সুবিধা পালে মিস্ত্ৰীৰ লগত কামো কৰে। কামৰ পৰা আহি বিজাৰ্ডত খৰি লুৰে, ঢেঁকীয়া তোলে, নদীত মাছ মাৰে। ৰাতি আহি পুতেকৰ দম্‌দমনি শুনি, গিৰীয়েকৰ শাও-শপনি বা প্ৰায়ে শুকলা-শুকল কিল খাই ভাত ৰান্ধে। ওঠৰ-ঊনৈছ বছৰীয়া ডেকা পুতেকটোৱে কেতিয়াবা আধা কেজি গাহৰি মাংস আনে, মাংসত তেল-মচলা কম হোৱাৰ বাবে মাকৰ গালে থাল মাৰি পঠিয়াই ঘৰৰ পৰা ওলাই যায়। ল'ৰাটোৰ হাতখন লৰ বুলি বস্তিৰ আটায়ে জানে। হাঁহ-কুকুৰা, ছাগলীৰ পৰা আৰম্ভ কৰি দমকলবোৰকে সি অনায়াসে চাফা কৰি দিয়ে। কোনেও ধৰিবই নোৱাৰে। তাক অৱশ্যে হাতে-লোটে কোনেও ধৰিব পৰা নাই। কিন্তু কিবা এটা হেৰালেই চবেই জানে হৰি ভণ্ডুৰাৰ পুতেকেই এই কামটো কৰিছে।

আজি জোনৰ মাকৰ গালি বৰ্ষণৰ দিশ হ'ল নদীৰ ডাঁজটোৰ ওচৰৰ জবী গছজোপাত ভেজা দি থকা চালিখন। জোনৰ মাকৰ গাভিনী ছাগলীজনী বান্ধৰ পৰাই নোহোৱা হ'ল। মূঢ়াটোৰে সৈতে তাইক দেখি জোনৰ মাকৰ মুখখন বন্ধ হ'ল।

'কি হ'ল জোনৰ মা?' তাই মানুহজনীৰ খং দেখি হাঁহিলে।

'কি হ'ব, ভণ্ডুৰাৰ পুতেকে ছাগলীজনী নি বেচিলেগৈ। তাই অলপ দূৰৰ নদীৰ গৰাটোত থকা ঘৰটোলৈ চালে। চোতালত গামোচা এখন পিন্ধি উদং গাৰে ল'ৰা এটাই হাতত দা এখন লৈ মাটি ঘপিয়াই আছে। সি যেন দাখন লৈ মাটি ঘপিয়াই থকা নাই, জোনৰ মাকৰ গাভিনী ছাগলীজনীহে ঘপিয়াই আছে। কিয় জানো মাটিত ঘপিয়াই থকা ল'ৰাটো দেখি তাইৰ গাটো জিকাৰ মাৰি উঠিল। জোনৰ মাকৰ হাত দুখনতে ধৰিছে তাই, 'এইবোৰ ল'ৰাৰ লগত লাগি নল'বি তই।' জোনৰ মাকৰ মাতটো দুগুণ ডাঙৰ হৈ পৰিল, 'লাগি নল'বি, কিয় নালাগিম? কি কৰিব মোক? দাৰে ঘপিয়াব? আহক, কেইঘাপ মাৰে চাওঁ।' তাইৰ ডিঙিটো শুকাই গৈছে। যদি দাখন লৈ এতিয়াই সি এইফালে খেদি আহে, কি হ'ব? তাই ভয়তে তাপ মাৰিলে। কোনোমতে মূৰ তুলি জবী গছজোপাৰ ফালে চাই দেখিলে দাখন হাতত লৈয়ে ফোৰোহনি মাৰি ল'ৰাটো কেনিবা গ'লগৈ।

'তাৰ বেহ্-বাপ দেখা নাই? কিয় লাগি মৰ এইবোৰৰ লগত?' তাই একেটা কথাতে লাগি আছে।

'মোৰ মনটো বৰ বেয়া লাগিছে মণিৰ মাক। ছাগলীজনী বত্নাৰ মাকৰ পৰা আধি লৈছিলোঁ, ভাবিছিলোঁ দুটামান পইচা আহিব। জোনৰ বাপেকৰ শ্বাস কষ্ট বেছি হৈ গৈছে, টাউনৰ ডাক্তৰ এজনক দেখুৱাম।' মানুহজনী বহি পৰিছে। তায়ো মানুহজনীৰ মুখখন চাই বহি থাকিল। বত্নাৰ মাকে হাতত বাঁহৰ শলি এবোজা আৰু কটাৰী এখন লৈ সিহঁত দুজনীৰ ওচৰতে বহিলহি। মাটিতে শলিবোজা থৈ কটাৰীখনেৰে এডাল এডালকৈ শলি তুলি চাঁচিবলৈ ধৰিলে। তাই বত্নাৰ মাকৰ ফাটি ফাটি পচি যোৱা আঁহত পাত এখিলাৰ দৰে হাত দুখন চাই থাকিল। আঙুলিবোৰৰ গাঁঠিবিলাক ডাঙৰ হৈ যোৱাৰ বাবে হাত দুখন বেঁকা বেঁকা লাগিছে। বেঁকা বেঁকা আঙুলিবোৰেৰে ইমান মিহিকৈ শলি চাঁচিছে মানুহজনীয়ে।

তাই নিজৰ হাতৰ মূঢ়াটোলৈ চালে। কেনেকুৱা খহটা হৈছে। তাই কৈয়ে পেলালে, 'আপোনাৰ শলিবোৰ ইমান মিহি হৈছে, মোৰ কিডাল চাওকচোন।' মানুহজনীয়ে তাইৰ মূঢ়াটো নিজৰ হাতলৈ নি তৎক্ষণাত ঠিক-ঠাক কৰি পেলালে। জোনৰ মাকে ৰঙা নিমখ দিয়া চাহ আৰু মুৰি চোতাললৈকে লৈ আনিলে।

'খা, ৰত্নাৰ মা।' মানুহজনীয়ে বৰ আগ্ৰহেৰে চাহকাপত সোহা মাৰিছে। বহুত সময়ৰ মূৰত তাই মানুহজনীৰ মাতটো শুনিলে, 'বহুত দিনৰ মূৰত চাহ খালোঁ।' মাতটো বৰ সৰু। এনেকুৱা লাগে যেন কথাবোৰ ক'ব খোজোঁতে কোনোবাই যেন ডিঙিটো চেপি চেপি ধৰিছে। তায়ো চাহকাপত বৰ হেঁপাহেৰে মুখ দিলে। কালী বুঢ়ীয়ে নিদিলে তায়ো যে চাহ একাপ খাবলৈ নাপায়। চাউল-দাইলৰ লগত চাহপাত, চেনীৰ খৰচটোনো কোনটো সাহত বঢ়াই লয়? জোনৰ মাকেও কাপোৰৰ আঁচলেৰে চাহৰ গিলাচটো বৰ হেঁপাহেৰে ওঁঠত লগাইছে। 'চেনী দিয়া চাহ একাপ বহুত দিন খোৱা নাই, ক'ত আৰু চেনী কিনিবলৈ পইচা থাকে?' শিলিখাজোপাৰ ছাঁত তিনিওজনীয়ে অলপ অলপকৈ চাহ-মুৰি খাই থাকিল। কাহৰ শব্দ শুনি তাই ঘূৰি চালে, জোনৰ দেউতাক আহিছে। মানুহটোক তাই আজি প্ৰথমবাৰৰ বাবে ওচৰৰ পৰা দেখিলে। মূৰত চুলি প্ৰায় নায়েই, গাল দুখন সোমোৱা। ৰাজহাড়ডাল পিঠিৰ ওচৰতে বেঁকা হৈ পৰিছে। বৰ ভাগৰুৱা যেন মানুহটো। জোনৰ মাকৰ চাহৰ গিলাচটোত আৰু অলপ চাহ আছিল। মানুহজনী ঘপ্‌কৈ থিয় হ'ল আৰু প্ৰায় দৌৰি যোৱাদি গৈ গিৰীয়েকৰ হাতৰ পৰা বজাৰৰ মোনাটো আৰু কান্ধৰ টোপোলাটো ল'লে। যিকিটা টোপোলাৰ ভৰত মানুহটো বেঁকা হৈ যোৱা যেন লাগিছিল, ওখ-পাখ মানুহজনীৰ হাতত সেই একেকিটা টোপোলাই সৰু আৰু পাতল যেন হৈ পৰিল। মানুহটোৱে সিহঁত দুজনীক কিবা এটা ক'ব খুজিছিল, নোৱাৰিলে। উশাহ বন্ধ কৰি বৈ গ'ল। মানুহটো চোতালতে বহি পৰিল। চোতালখনত এটা ঘৰ্‌ঘৰ্ শব্দ বাগৰি পৰিল। চাহৰ গিলাচ এটা আগত দি জোনৰ মাকে বুকু ধাকুৰি কান্দি উঠিল, 'মণিৰ মাক, ছাগলীজনী বেচি মই...। তাই কথা ক'ব নোৱাৰা হৈ আহিছে। কান্দোনৰ শব্দ আৰু কুঁজা মানুহটোৰ বুকুৰপৰা ওলোৱা ঘৰ্‌ঘৰ্ শব্দটো যেন কোনোবাখিনিত মিলি পৰিল। মূৰটো তুলি মানুহটোৱে দাঁত কৰচি কৰচি কান্দি থকা মানুহজনীক গালি পাৰিব খুজিছে, নোৱাৰিলে, গালিৰ সলনি ওলাই আহিল এটা ঘৰ্‌ঘৰ্ শব্দ। ৰত্নাৰ মাক যাবলৈ বুলি উঠিল। তাই অকণমান বৈছে, জোনৰ মাকৰ উচুপনিত উঠা-নমা কৰি থকা পিঠিখনত হাতখন থৈ তাইৰ কিবা এষাৰ ক'বৰ মন গৈছে। হঠাৎ তাইৰ মানুহটোৰ চকুৰে চকুৰে পৰিল। পাৰিলে যেন এইহাল চকুৰ গৰাকীয়ে ক'লা মানুহজনীক নেফানেফ কৰি তুলিব। তাইৰ চকুৰ আগত ভাহি উঠিল ক'লা জামুৰ দৰে চিক্‌মিক কৰি থকা দুটা নিপোটল স্তন। ক'লা মণ্ডহখিনিৰ মাজে মাজে মাটিত পৰি থেনথেনীয়া দিয়া জামুৰ ভিতৰখন হেন ৰঙচুৱা ঘাঁ। তাইৰ গাটো জিকাৰ খাই উঠিল। মূঢ়াটো হাতত লৈ তাই খৰকৈ খোজ ল'লে।

কালী বুঢ়ীয়ে পীৰা এখনত বহি ধানখিনিত পৰা চৰাইবোৰ খেদি আছে। জঁট নোহোৱা

এই দুৰ্বল মানুহজনীক কেনে শান্ত লাগে। জঁটটো যেতিয়া গজি আছে, কপালত অঙঠা হেন ফোঁট, কোবাৰীত কেঁচা তেজেৰে সৈতে কেনেকুৰা ভয় লগা হৈ পৰে এইজনী মানুহেই। বুঢ়ীয়ে পাই পাইকৈ হিচাপ কৰি পইচা গোটাই আছে। অহা মাহত কালী পূজা পাতিব। বুঢ়ীয়ে মূৰত জঁটা অহাৰে পৰা বোলে বছৰি এইখন পূজা পাতি আহিছে। কিমান কষ্ট কৰি পইচা গোটাইছে বুঢ়ীয়ে। বুঢ়ীয়ে আলুৰ বাকলিটোও নেপেলায়। আলুটো যদি ভাতত সিদ্ধ দিয়ে, বাকলিখিনি মিহি মিহিকৈ কাটি জলকীয়া-পিয়াঁজ দি ভাজে। হাতত বেজী-সূতা থাকেই। বুঢ়ীয়ে কঁথা চিলাই কৰিও পইচা গোটাইছে। এডাল নাল এবোৰা চছমাযোৰ পিন্ধি বুঢ়ীয়ে দিনে-ৰাতিয়ে জুপি জুপি মানুহে দিয়া ফটা কাপোৰবোৰ জোৰাই জোৰাই কঁথা চিলায়। আজিও বুঢ়ীয়ে ধানৰ ঢাৰি কিখনৰ ওচৰতে আৰু এখন ঢাৰিত কঁথাৰ কাপোৰ এজাপ মেলি লৈছে। তাই গৈ বুঢ়ীৰ ওচৰত থিয় হ'লগৈ। বুঢ়ীয়ে কঁথা চিলোৱাৰ সময়ত এডাল নাল এবোৰা চছমাযোৰ পিন্ধে। বজাৰ বাৰে বজাৰ বাৰে জৰীগছৰ তলত বহা চছমা দোকানীজনৰ পৰা এইযোৰ কিনি আনিছিল। বুঢ়ীৰ চিলোৱাৰ ধৰণ দেখিলেই ধৰিব পাৰি চছমাযোৰ পিন্ধাই নিপিন্ধাই একে হৈছে। একোবাৰ বুঢ়ীয়ে এনেকৈ জোপে যে মানুহজনী কঁথাখনৰ প্ৰায় লাগোঁ লাগোঁ হয়। বেজীত সূতা ভৰাওঁতে বেজীটো এবাৰ নাকৰ আগলৈ আনে, এবাৰ দূৰলৈ নিয়ে। বেজীটোত সূতাখিনি ভৰোৱা হ'লে মানুহজনীয়ে কঁথাখন সহজে চিলাই নিব পাৰে। বুঢ়ীয়ে আগতে বাওঁহাতৰ আঙুলিবোৰ বুলাই নিয়ে তাৰ পাছতহে সোঁহাতখন চলায়। তাই ভালকৈ চাই দেখিলে, এশাৰী চিলাই শেষ হোৱাৰ পাছত বুঢ়ীয়ে কাপোৰখনতে উবুৰি খাই পৰে। বুঢ়ীৰ জমা পইচা আছে। তাই জানে বুঢ়ীয়ে কালী পূজাখনৰ বাবেই পাই পাইকৈ পইচা সাঁচিছে। পূজা কৰিব বাবেই চছমাযোৰৰ নালডালো বদলি নকৰিব নেকি? তাই সুধিয়ে পেলালে, 'চছমা এযোৰ এইবাৰ বজাৰৰ পৰা লৈ আনিম নেকি?' বুঢ়ীয়ে তাইলৈ পোন্দোৱাকৈ চালে, 'ধানবোৰ সামৰি পেলা, মুৰিখিনিৰ চাউল উলিয়াব লাগে।' তাই বুজিলে বুঢ়ীয়ে প্ৰশ্নটো ভাল পোৱা নাই। তাই ধানখিনি সামৰে মানে মণি আহি পালেহি। তাৰ লগতে ভাত দুটামান খাই তাই ৰত্নাৰ মাকৰ ওচৰলৈ যাবলৈ বুলি ওলাল। মূঢ়াৰ ওপৰখিনি প্লাষ্টিকৰ বছীডালেৰে তাই এতিয়াও ব'ব পৰা হোৱাগৈ নাই।

ৰত্নাৰ মাকৰ পদূলিত থিয় দি তাইৰ বৰ দিগদাৰী লাগিল। কি বুলিনো কৈ সোমাই যায়? আছেনে নাই বা মানুহজনী? ৰত্নাৰ মাকহঁতো এই বস্তিটোলৈ প্ৰথম ভাগতে অহা মানুহ। ভঙুৱা বুঢ়াৰ পৰাই আধাকঠা মাটি কিনি ঘৰটো সাজিছিল। ভঙুৱাক পইচা দিয়া নাছিল, ৰত্নাৰ মাকৰ আঙঠি এটাহে দিছিল। আঙঠিটো পাই ভঙুৱাই বৰ ভাল পাইছিল। তাই লাহেকৈ মাতিলে, 'ৰত্নাৰ মাক', এজনী ছোৱালী ওলাই আহিল। ছোৱালীজনী শকত-আৱত, গাৰ ৰংটো বগাৰ ফালেই যায়। ছোৱালীজনীয়ে এযোৰ ৰঙাতে বগা ফুল থকা চুৰিদাৰ-কামিজ পিন্ধি আছে, ওঁঠখনতো ৰঙা ৰং। ৰঙা কাপোৰত বগা ৰংটো ফুটি উঠিছে। তাই আহি ক'লেহি যে মাক নাই, দোকানলৈ গৈছে, এতিয়াই আহিব। ছোৱালীজনীয়ে

বহিবলৈ এটা ভঙা মূঢ়া দি থৈ গ'ল। ৰঙা চুৰিদাৰ-কামিজ পিন্ধি থকা ছোৱালীজনী ঢোকা দি থোৱা ঘৰখনত কিবা অভজা লাগিছে। ৰত্নাৰ মাক সোমাই আহিছে, হাতত পলিথিনৰ পেকেটত কিবা টোপোলা এটা।

'মণিৰ মাক, আজি ডাঙৰ ছোৱালীজনী আহিব, তাই ভালকৈ খোৱা-বোৱা কৰে, ঘৰত আহি কষ্ট পাব। এই আলু কেটামান আনিলোঁ, ৰত্না, আলুকিটা থৈ দেগৈ।' মানুহজনী ৰঙা পৰি আহিছে, ওঁঠখন শুকাই আছে। তাই ভিতৰলৈ চালে, আহিব নেকি ছোৱালীজনী পানী এগিলাচ লৈ, লৈ যাব নেকি মাকৰ হাতৰ টোপোলাটো? নাই অহা। মানুহজনীয়ে উঠি গৈ কাপোৰখন সলাই আহিলগৈ। সলাই অহা কাপোৰখন তেনেই ফিচিকা, কেইবাঠাইতো ফটা। ঠিক বুকুখনৰ কাষতে এবকলা ভালকৈ এৰাই আছে। ফটা কাপোৰখন, পাতল হৈ পৰা ব্লাউজৰ ফাঁকেৰে টোটোৰা পৰা স্তন এটা ওলাই আছে। ৰত্নাৰ মাকে ফটাখিনি লুকুৱাবলৈ চেষ্টা কৰি অকশমান হাঁহিবলৈ চেষ্টা কৰিছে, 'কি কৰিম মণিৰ মাক, ডাঙৰ ছোৱালীজনীয়ে দিয়া কাপোৰখনেই পিন্ধি আছোঁ। মোৰ কামানিৰে ভাতমুঠিহে ওলায়। মানুহজনীয়ে ইতিমধ্যে মূঢ়াটোৰ ওপৰখন বৈ পেলালে। তাই মন দি চাই লৈছে, আৰু ভুল নহয়। বৈ অঁতোৱা মূঢ়াটোৰ বহাখিনিৰ ৰঙা আৰু হালধীয়া প্লাষ্টিকৰ ৰছীৰে বোৱা বৰফিআকাৰৰ ডিজাইনটো তাই চাই ৰ'ল, 'ৰত্নাৰ মা, কি ধুনীয়া হৈছে।' মানুহজনীয়ে হাঁহিছে। পদূলিত ৰিক্সা এখন ৰৈছে। কান্ধত ক'লা এয়াৰ-বেগ এটা লৈ এজনী শুকানী ছোৱালী নামি আহিল। ছোৱালীজনীয়ে ভাল কাপোৰ এসাজেই পিন্ধিছে। শুকান গাটোত কাপোৰ-সাজ কিবা ওলোমাই থোৱাৰ দৰে লাগিছে। ছোৱালীজনীক দেখি গামোচা এখন পিন্ধি থকা আধা-পকা, আধা-কেঁচা ডাড়িৰে শুকান মুখৰ মানুহ এজন ঘৰটোৰ পাছফালৰ পৰা ওলাই আহিল। মানুহজন পদূলি পাইছেহি। ছোৱালীজনী ৰিক্সাৰ পৰা নমা দেখি ভিতৰৰ পৰা বগা ছোৱালীজনী আহি হাতৰ পৰা চোঁ মাৰি বেগটো লৈ গ'লহি। মানুহজনে তাইৰ মূৰত হাত থৈছে, 'মোৰ দৰব আনিছ? ইহঁতে মোক পেটৰ অসুখত পৰি মৰি থাকিলেও খবৰ নকৰে।' 'আনিছোঁ' বুলি ছোৱালীজনীয়ে ভাগৰুৱা হাঁহি এটা মাৰিছে। ৰত্নাৰ মাকে মূৰটো আঁঠুত গুজি দিছে। জীয়েকে মাকৰ ওচৰলৈ বহি লৈ তাইলৈ চাই হাঁহি এটা মাৰিছে। ছোৱালীজনীৰ শুকান মুখৰ হাঁহিটো তাইৰ কিয় জানো বৰ ভাল লাগিল।

'বস্তিলৈ নতুনকৈ আহিছে?' তাইৰ কথাত এটা নগৰীয়া সুৰ।

'অলপ দিন হ'ল। তোমাৰ নাম কি? গুৱাহাটীত থাকা?'

'মোৰ মাইঁতে দিয়া নাম আছিল অম্বিকা, বাইদেউহঁতে গুৱাহাটীত কুকি বুলি মাতে।'

'মা, তোমাৰ গা ভালে আছেনে? ইমান ক্ষীণাইছা।'

ৰত্নাৰ মাকে জীয়েকৰ হাত আৰু ভৰিৰ পানীয়ে খোৱা ঘাঁবোৰ হাতেৰে চুই চাইছে, 'তাত বোলে ভিতৰতে পানী, বোকা-পানী খচিব নালাগে। ইমান পানীয়ে খাইছে কেনেকৈ?'

ৰত্না আহি বায়েকৰ ওচৰত থিয় হৈছেহি, 'মোৰ নতুন কাপোৰ ক'ত? সদায়

পুৰণাবোৰহে আনিব লাগে কিয়?'

বাপেকে আহি তাইৰ পৰা টকা দহটা বিচাৰিছে।

ৰত্নাৰ মাকে খেংখেঙাই উঠিল, 'ছোৱালীজনী মাত্ৰ এই আহি পাইছেহি, চবকে ইটো লাগে, সিটো লাগে।'

বাপেকে গে'টৰ বাহিৰলৈ এবাৰ গৈ আকৌ উভতি আহি কঁঠালজোপাৰ তলতে বহি ল'লেহি। মানুহটোৱে মূৰে-কপালে হাত দি বহিছে, 'মোৰ এটা জোৱান ল'ৰা থকা হ'লে মই ভৰিৰ ওপৰত ভৰি তুলি মাছে-ভাতে খালোঁহেঁতেনে। পোৰা কপাল। পেটৰ বিষৰ দৰব এটাও নাপাওঁ।'

ঘৰৰ পচিবলৈ আৰম্ভ কৰা খুঁটা এটাত ধৰি বগা ছোৱালীজনীয়ে কৈ উঠিল, 'কামানি কৰা দাদা এটা থাকিলে মই কি লোকৰ পেলাই দিয়া কাপোৰ পিন্ধিব লাগিলেহেঁতেন?'

গুৱাহাটীৰ পৰা অহা ভাগৰুৱা ছোৱালীজনী ঢোকা দি ৰখা ঘৰটোলৈ নীৰবে সোমাই গ'ল। ৰত্নাৰ মাকে তাইলৈ চাইছে, 'এটা ল'ৰা জনম দিব নোৱাৰিলোঁ। অম্বিকা আৰু ৰত্নাৰ মাজত দুটা নষ্ট হ'ল, ৰত্নাৰ পাছত আৰু দুটা। শেহৰটো ল'ৰা আছিল মণিৰ মাক। ছমাহত গা খহিছিল। মই নিজেই ল'ৰাটো নি পুতি থৈ আহিছিলোঁ। এই গা খহা বেমাৰটোৱেই মোক শেষ কৰিলে।'

'মা, ঘৰত চেনী, চাহপাত নাই?' ভিতৰৰ পৰা বোধহয় অম্বিকাই সুধিছে।

ৰছীত মেলি দিয়া কাপোৰ চপাবলৈ অহা ৰত্নাই মুখ জোকাৰি উঠিল, 'চাহপাত, চেনী! এইখন ঘৰত থাকিব?'

তাই যাবলৈ বুলি উঠিল। হাতত মূঢ়াটো লৈ শেষবাৰৰ বাবে তাই ডিজাইনটো চাই ল'লে। অম্বিকা ভিতৰৰ পৰা ওলাই আহিল, তাই এইবাৰ এটা ফ্ৰক পিন্ধিছে। বয়সৰ চাপ থকা মুখখন আৰু শুকান-উবান দেহাটোত নীলা ফ্ৰকটোৱে ছোৱালীজনী অদ্ভুত লাগিছে। ছোৱালীজনীৰ শুকান মুখখন চাই তাইৰ মনটো কিবা লাগি গ'ল, গাভৰু নোহোৱাকৈ ছোৱালীজনী বুঢ়ী হ'ল। তাই মাত্ৰ ক'লে, 'আহিবা অম্বিকা, মই কালী বুঢ়ীৰ ভাৰাঘৰত থাকোঁ।'

এবাৰ যাব নেকি জোনৰ মাকৰ তালৈ? ছাগলীজনী হেৰুৱাই মানুহজনী কিবা হৈ আছে। নে বুলেনৰ ঘৰলৈকে যাব? বুলেন অহা নাই। সি টাউনৰ ৰাস্তাত শিল দিয়া কামত লাগিছে। আহোঁতে গধূলি হয়। পাগলীজনীৰ জক আজিকালি কমিছে। তাই প্ৰায়ে কাঠ লিচুডালৰ তলত বহি থাকে বা বিছনাত মোটোকা মাৰি শুই থাকে। তাই ঘৰলৈকে বুলি খোজ ল'লে।

বহুত দিনৰ মূৰত তাইৰ ভুলটো হ'ল। তাই গৈ আছে তামোল-নাৰিকলৰ মাজেৰে থকা সেই ৰাস্তাটোৰে। গৈ গৈ তাই জপনাখনত হাত দিব। ৰঙা গোলাপজোপা, মাছে সাৰি থকা পুখুৰীটো, পুলিতে লগা কৰ্দৈজোপা, কামি ভুলাই থকাৰ পৰা মানুহ এজন উঠি আহিব, তাইৰ চকুত চকু থ'ব। কিবা সুধিবনে মানুহটোৱে? মানুহটোৱে চকুৰে এবাৰ

চালেই কিমান কথা কয়। তাই ভিতৰলৈ সোমাই যাব, যাবনে মানুহটো তাইৰ পাছে পাছে? দিবনে এবাৰ মাত?

'মণিৰ মাক, বজাৰলৈ যাবই্ নেকি মূঢ়া লৈ?' জোনৰ মাকে মিহি বগা দাঁত দুপাৰী উলিয়াই হাঁহিছে।

'বন্তাৰ মাকৰ পৰা মূঢ়াটোৰ বোৱনখিনি শিকি আহিলোঁগে। তই ক'ত গৈছিলিনো?'

'এই যাবলৈ ওলাইছোঁ ৰামুৰ দোকানলৈ, চেনী আনোগৈ, জোনৰ দেউতাকে চেনী চাহ একাপ খাবলৈ মন কৰিছে। চাহ এবাটি পি থাকিলে মানুহটোৱে আৰাম পায়।'

'ব'ল মই দোকানৰ পৰা আহোঁগৈ, নিমখ নাই।'

'মূঢ়া এতিয়া নিজে ব'ব পাৰ?'

'পাৰোঁ। বন্তাৰ মাকৰ দৰে ইমান খৰকৈ নোৱাৰোঁ।'

'বন্তাৰ মাক বৰ কামৰ মানুহ, পিছে কি হ'ব মানুহজনীৰ সুখ নাই।'

'ডাঙৰ জীয়েক আহিছে আজি।'

'তায়ে সংসাৰখন চলাই আছে।'

মিনতিৰ ঘৰটো পাই দুইজনী ৰ'ল।

'মিনতিৰ ল'ৰাৰ অসুখ ভাল হৈছেনে?'

'মই কালি যাওঁতে জ্বৰ আছিল।'

'ব'লচোন মাত এবাৰ দি যাওঁ।'

দুইজনী টিঙৰ চালিখনৰ আগত ৰ'ল, দুৱাৰ-ঘৰ বন্ধ। তাই ভালকৈ চালে, সদায় ক'ৰবালৈ যাওঁতে লগাই থৈ যোৱা সক চাৰিচুকীয়া তলাটো ওলমি থকা নাই। দুৱাৰখন ভিতৰৰ পৰা বন্ধ। তাই সোমাই গৈ মিনতিক মাতিব খুজিলে। জোনৰ মাকে তাইক হাতত ধৰি টানি আনিলে, 'নালাগে মাতিব।'

'কিয়?' তাই অবাক হৈছে। ল'ৰাটোৰ বেমাৰৰ খবৰ কৰিবলৈ আহি কিয় বা জোনৰ মাকে এনেখন কৰিলে! মানুহজনীয়ে বৰ খৰকৈ খোজ দিছে।

'ৰ' এ জোনৰ মাক, ইমান দৌৰিছ কিয়?'

পকী আলিত উঠি ৰামুৰ দোকানৰ ওচৰ পাওঁতে তাই দেখিলে গোটেই দোকানবোৰ দুপদাপ বন্ধ হৈছে। ৰামুৱেও তাৰ জাপখন বন্ধ কৰিছে।

'কি হ'ল ৰামুকাই?' তায়ে সুধিলে। তাইৰ গাটো সিৰিক্কৈ গ'ল। এনেকৈয়ে দুপদাপ দোকান বন্ধ হয়, মানুহবোৰে অত জুম বান্ধে, তত জুম বান্ধে, তাৰ পাছতে চব ওলট-পালট হয়।

'প্ৰধান মন্ত্ৰীক গুলীয়াই মাৰিলে।'

'নিজৰ ৰখীয়াটোৱেই গুলীয়ালে।'

'মানুহজনী চৰাইৰ দৰে ধপ্‌ধপাই আছিল।'

'বোৱাৰীটাও গুলী লাগিছে।'

তাইৰ চকুৰ আগত ভাহি উঠিল বজাৰৰ দোকান এখনত লগাই থোৱা ডাঙৰ ছবি এখন। চুটি চুলিৰে এজনী হাঁহি থকা ধুনীয়া মানুহ। কোনে বা মাৰিলে, কি বা কৰিছিল, কোন বা শত্ৰু আছিল? দেহি, ল'ৰা-ছোৱালীয়ে বা কি কৰিছে? গিৰীয়েক বা আছেনে নাই? মাক-দেউতাক।

জোনৰ মাকে বিশেষ কথা-বতৰা কোৱা নাই। হাঁহি-মাতি থকা মানুহজনী এনেকৈ থাকিলে তাইৰ বৰ বেয়া লাগে। সিহঁত মিনতিৰ দুৱাৰমুখ পাইছেহি। দুৱাৰখন এতিয়াও খোলা নাই। তাই জোনৰ মাকৰ মুখলৈ চালে। ঘৰৰ আগেয়ে যোৱা হ'ল, অসুখীয়া ল'ৰাটোক খবৰ এটা কৰা নহ'ল।

'জোনৰ মা!' তাই মিনতিৰ পদূলিত বৈছে।

'ব'ল, এতিয়া তাইৰ ঘৰত সোমাব নালাগে। তাই নীৰৱে জোনৰ মাকৰ লগে লগে আহি থাকিল। তাই নিজৰ ঘৰ পোৱাৰ ৰাস্তাটোত সোমাব খুজি নীৰৱে জোনৰ মাকৰ মুখখনলৈ চালে। মানুহজনীয়ে ছাগলীজনীৰ শোক পাহৰিবই পৰা নাই।

'মিনতিয়ে আজি ঘৰত মৰদ তুলিছে।' কথাষাৰ কৈয়ে জোনৰ মাকে নিজৰ ৰাস্তা ল'লে।

তাই আহি ঘৰৰ তলাটো খুলি খেলি-ধুলি নদীত গা ধুই অহা মণিক কিবা কেটামান দি দুৱাৰমুখতে বহি থাকিল। মুৰিখিনি উলিয়াব লাগিছিল, মুঢ়া এটা ব'বলৈ আছে। কাইলৈ বজাৰ বাৰ। তাইৰ একো কৰিবৰ মন যোৱা নাই। কাণত গুম্‌গুমাই উঠিছে এটা অঁকৰা মানুহৰ বেলবেলনী— 'মূল নাই, চকু নাই।' মুৰ নোহোৱা চকু নোহোৱা মানুহ এজাকে এজনী ধুনীয়া মানুহ গুলীয়াই মাৰিছে, চৰাইৰ দৰে ধপ্‌ধপাই আছে মানুহজনীয়ে। মানুহকিটাই মিনতিক হেঁচা মাৰি ধৰিছে। বন্ধ ঘৰত মিনতিয়ে আটাহ পাৰি আছে। মানুহটোৱে বেল-বেলাই আছে— মূল নাই, চকু নাই।

তাইৰ চকুহাল ভৰি আহিল।

'মা! কি কৰিছ?' মণি ভিতৰৰ পৰা ওলাই আহিল?

'নাই একো কৰা নাই। যাচোন দিদাক মাত, মুৰি ভাজিব লাগিব।'

মণি আঁতৰি যোৱাৰ লগে লগে তাই এইবাৰ উচুপি উঠিল।

# ১৫

মিনতি, জোনৰ মাক, তাই বজাৰ সামৰি ঘৰলৈ বুলি উঠিল। আজি তিনিওজনীয়ে মুৰিৰ লগতে মূঢ়াও আনিছিল। দুযোৰ দুযোৰ মূঢ়া সহজে বিক্ৰী হৈ গ'ল। তিনিওজনীয়ে মূঢ়াত বেলেগ ডিজাইন তুলিছিল। সিহঁত কিজনী জগুৰ দোকানত চাহ খাবলৈ বুলি বহিলগৈ। নাৰিকলৰ সন্দেশ দুটা দুটা লৈ ৰঙা চাহৰ সৈতে হাত-ভৰি মেলি সিহঁত কিজনী বহিল। তাই মণিৰ কাৰণে সন্দেশ এটা ল'ব খুজি দেখিলে বৈয়াম উদং।

'কি এ দোকানী সন্দেশ চব বিকিলি?'

'আজিকালি তাই বেছিকৈ বনাই দিয়ে, তথাপি শেষ হৈ যায়।'

'তাইৰ গা ভালে আছেনে?' জোনৰ মাকেই পইচাকিটা দিলে। মানুহজনীয়ে চাহৰ পইচাকিটা দি বৰ আনন্দ পায়। পইচা দি তাই প্ৰায়ে কয়, 'মূৰৰ ওপৰত মানুহ থকা মাইকী দেচোন......।' হয়োতো জোনৰ মাকৰে মূৰৰ ওপৰত মানুহ আছে, এখন নিজা চালি আছে।

জোনৰ মাকৰ প্ৰশ্নটোত জগু মনে মনে আছে।

'ঘৈণীয়েৰৰ কথা সুধিছে, নক'ৱ কিয়?' মিনতিৰ প্ৰশ্নটোও জগুৱে এৰাই যাব খুজিছে।

'তোৰ নিজৰ চেহেৰাটো দিনে দিনে ভাল হৈছে।'

'সিনো কৰে কি? ঘৈণীয়েকে দিনৰ দিনটো, ৰাতিৰ ৰাতিটো খাটি বনোৱা বস্তুকিটা লৈ বজাৰলৈ আহে, বহি বহি চাহ বাকে।'

'পইচাকিটা গ'লে, চাউল-দালিকিটা লৈ ঘৰলৈ যায়, ৰামুৰ দোকানত তাচ খেলে।'

'ঘৰলৈ গৈ ঘৈণীয়েকক কোবায়।'

জোনৰ মাক, মিনতিয়ে এনেকৈ মানুহক হেঁচা মাৰি ধৰা তাই বহুবাৰ দেখিছে। মিচিক-মাচাককৈ হাঁহি তাই মানুহটো আৰু ইহঁত দুজনীক চাই থাকিল।

হঠাৎ জগুৱে দম্‌দমাই উঠিল, 'নুসুধিবি মোক তাইৰ কথা। লেতেৰা বেমাৰীজনী মই বুলি ঘৰত ৰাখিছোঁ, আনে হোৱা হ'লে লঠিয়াই ঘৰৰ বাজ কৰি দিলেহেঁতেন।'

'লেতেৰা বেমাৰী?' তাইৰ মুখৰ পৰা শব্দকিটা নিজে নিজে ওলাই পৰিছে।

হঠাৎ বজাৰখনত হুলস্থুল লাগি পৰিল। এজাক ল'ৰা হুৰমূৰকৈ সোমাই আহিল। জগুৰ চাহৰ দোকানৰ গাতে লাগি আছে মাছ-মাংসৰ বজাৰখন। ল'ৰাবোৰ আহি বজাৰৰ বাকী থকা হাঁহ-মুৰগী-পাৰ, অ'ত ত'ত আধা ওলমি থকা ছাগলীকিটাৰ ওপৰত গেলা আমত ভেনা মাখি পৰাদি উবুৰি খাই পৰিলহি। সিহঁতৰ ভাব-গতি দেখিলেই গম পাই সিহঁতে পইচা নিদিয়ে, হাঁহ-কুকুৰা-ছাগলীকিটাৰ মাংসৰ ওপৰত সিহঁতৰ যেন মালিকনা

আছে, দে বুলিলেই দিব লাগিব। আটাইবোৰ দোকানীয়ে মনে মনে দিনটোৰ লোকচান হিচাপ কৰিলেও সিহঁতক হাঁহি মুখে মাংসবোৰ আগবঢ়াই দিছে। 'জয় আই অসম', 'প্ৰফুল্ল মহন্ত জিন্দাবাদ', 'অসম চুক্তি জিন্দাবাদ', 'ৰাজীৱ গান্ধী জিন্দাবাদ', 'ভৃগু ফুকন জিন্দাবাদ', 'প্ৰফুল্ল মহন্ত, ভৃগু ফুকন অমৰ হওক' ধ্বনি দি সিহঁতে আলু-পিয়াঁজ, চাউল-দাইল, নেমু যি পাৰে গোটাই থাকিল। জগুৰ চাহৰ দোকানৰ ওচৰলৈ ল'ৰাগাল আহিল। বৈয়াম খুলি বাকী থকা চিৰাৰ লাডু, মুৰিৰ লাডুখিনি গলিয়াই লৈ সিহঁতজাক আঁতৰি গ'লগৈ। সিহঁতৰ হাতে হাতে এজন গোল মুখৰ তপা, ডঢ়ীয়া আৰু আন এখন অলপ দীঘল মুখৰ চছমা পিন্ধা মানুহৰ ছবি। মুহূৰ্ততে বজাৰ উদং কৰি ল'ৰাবোৰ ওলাই গ'লগৈ। সিহঁতবোৰক দেখি ইহঁত তিনিজনী চেপেটা লাগি বহি আছিল। লাহে লাহে উঠিল। জগুৱেও দোকান সামৰিলে। এক মুহূৰ্তৰ ভিতৰতে মানুহেৰে গম্‌গমাই থকা বজাৰখন নিজম পৰি গ'ল। মাজনিশাৰ দৰে গোটেইখন তৎক্ষণাত খালী হৈ পৰিল। মিনতিহঁতো ঘৰলৈ বুলি ওলাল।

গোটেই চহৰখনত যেন দেৱালী হৈছে। সাধাৰণতে মিনতি বা জোনৰ মাকহঁত গধূলিৰ আগে আগে ঘৰ সোমাইহিগে। প্ৰায়ে আবেলিতে পায়গৈ। কিবা কিনা-কুটা থাকিলেহে দেৰি হয়। আজিহে ল'ৰামখাৰ ভয়ত ভাপ মাৰি থাকোঁতে আন্ধাৰ হ'ল। চহৰত কেউফালে ফটকা ফুটিছে, ঘৰে ঘৰে চাকি জ্বলিছে, কেউপিনে ভোজৰ আয়োজন। মাঘৰ বিহু, দেৱালী, পূজা চব উৎসৱ যেন একেলগে পাতিবলৈ লৈছে চহৰখনে। বজাৰত শুনা শব্দবোৰ ফটকা, চাকি, মাংস, ভাত, মদৰ লগত কেউপিনে উফৰি ফুৰিছে, 'অসম চুক্তি জিন্দাবাদ', 'প্ৰফুল্ল মহন্ত অমৰ হওক', 'ভৃগু ফুকন অমৰ হওক', 'ৰাজীৱ গান্ধী জিন্দাবাদ', 'জয় আই অসম'। তাৰ মাজে মাজে সিহঁত কিজনী ঘৰলৈ বুলি গৈ আছে। হঠাৎ মিনতিয়ে এখন কাগজত ভৰি দিলে, খৰমৰাই উঠিল ডাঙৰ কাগজখন। গোটেইখন জলমলাই উঠা পোহৰত সিহঁতৰ ডাঙৰ কাগজখনৰ ছবিখন দেখাত অকণো অসুবিধা নহ'ল। সেই গোল মুখৰ, তপা, ডঢ়ীয়া মানুহজনৰ ছবি। মিনতিয়ে আস বুলি জাঁপ মাৰি উঠিল। তাই যেন নিজৰ ল'ৰাটোৰ গাতহে ভৰি দিলে। আঁঠুকাঢ়ি পৰম ভক্তিৰে তাই কাগজখন তুলি ল'ব খুজি চকু মুদি এটা সেৱা কৰিলে। তাৰ পাছত কাগজখন হাতেৰে সমান কৰি হাতত আলফুলে তুলি ল'লে। তাইৰ মুখখনত এটা লাজৰ আভা বিয়পি পৰিছে, চকু দুটা কন্দো-কান্দো হৈছে, অথচ ওঁঠখনত বিয়পি পৰিছে এটা জান-নেজান হাঁহি। তাই এতিয়া তাৰ কথা ক'ব। দুইজনীয়ে বুজিব পাৰিলে।

'এইজন মানুহ তাৰ ভগবান আছিল। সি মোক কৈছিল, এইজন মানুহে অসমৰ পৰা চব বিদেশী খেদিব, ইয়াত ৰামৰাজ্য হ'ব আৰু শেষত সি মোক সদায়ে কৈছিল সেইখন নতুন দেশত ভাবে মোৰে এখন সংসাৰ হ'ব।'

দুইজনীয়ে মনে মনে তাইৰ কথা শুনি আছে। কলেজত পঢ়া আন্দোলনৰ ডাঙৰ নীডাৰ সেই ফিলিমৰ হিৰ'ৰ দৰে ল'ৰাটোৰ পৰা যে তাই বহুত কথা শিকিছিল।

'সি তোক গোলমালবোৰ হ'ব বুলি কৈছিল নে?'

'কৈছিল। বায়েক-ভিনিহীয়েক অফিচলৈ ওলাই যোৱাৰ পাছত প্ৰায়ে সি আহি মোৰ বাকচত বন্দুক লুকুৱাই থ'বলৈ দিছিল।'

'তই সোধা নাছিলি সেইবোৰেৰে কি কৰিব?'

'সুধিছিলোঁ। সি কৈছিল অসমৰ চব শত্ৰু খতম কৰিব।'

এটা হুলস্থূলৰ শব্দত নিজৰ মাজত কথা পাতি থকা সিহঁত কিজনী চক্ খাই উঠিল। ৰাস্তাৰ এচুকত ল'ৰা এগালৰ লগত এজন মানুহৰ তৰ্কাতৰ্কি লাগিছে। মানুহজনক তাই চিনি পালে। কালী বুঢ়ীয়ে ঠিক কৰি দিয়া কেইঘৰমান মুৰিৰ বন্ধা গ্ৰাহকৰ এখন ঘৰৰ মানুহ। সৰু পৰিয়াল, ছাৰ-বাইদেউ আৰু ছোৱালী এজনী। মানুহজনে সদায় বাৰাণ্ডাত বহি কিতাপ-কাগজ চাই থাকে। তাই মুৰিৰ বস্তাটো লৈ সোমালে হাঁহি এটা মাৰি সদায় একে আষাৰ কথাকে কয়, 'যোৱা, বাইদেউৰা ভিতৰত আছে।' মানুহজনে এদিনেই তাইৰ লগত বেছি কথা পাতিছিল। কালী বুঢ়ীয়ে গোলমালত তাইৰ ঘৰ-স্বামী হেৰুৱাৰ কথা কৈছিল। মানুহজনে তাহাঁতৰ গাঁৱত হোৱা ঘটনাবোৰৰ কথা সুধিছিল। তাই গোটেইবোৰ নক'লেও দুটামান কথা কৈছিল। শুনি মানুহজন খঙত ৰঙা পৰি গৈছিল। সেইজন মানুহৰ সৈতে ল'ৰা কেইটামানৰ তৰ্কাতৰ্কি লাগিছে। মানুহজনক ল'ৰাবোৰে ঘেৰি লৈছে।

'উঠাই লওক আপোনাৰ ভৱিষ্যৎ বাণী।'

'নুঠাওঁ, এশবাৰ কৈছোঁ নুঠাওঁ। এই চুক্তিৰে একো সোণ নফলে।'

'কিয় নহ'ব? আপোনাৰ দৰে দেশদ্ৰোহীয়ে এনেকৈ ক'বই।'

'তোমালোকৰ লীডাৰে কোৰোণাৰে ধন চপাব আৰু অসম মৰিশালী হ'ব।'

'ই মুৰগী এটা নিদিয়ে নাই, সেইবুলি আমাৰ নেতাৰ নামত কিয় কথা কয়?'

'মাৰ ইয়াক।'

'খতম কৰ বদনক।'

'দে দুই চৰ শোধাই।'

'প্ৰফেছৰ ওলাইছে।'

'প্ৰফুল্ল মহন্ত মুখ্যমন্ত্ৰী হৈ দেশৰ টকা খাব! এনে জুইলগা মুখ তাৰ, ভাঙি দে দাঁত, এনে কথা কোৱা মুখ চেপ্‌টা কৰি দে।'

মানুহজনৰ ওপৰত ল'ৰাগাল জঁপিয়াই পৰিছে। এজনী ছোৱালী আৰু এগৰাকী তিৰোতাৰ হাঐ-বিঐ। জুমটোৰ মাজৰ পৰা ভাহি আহিছে এটা কেঁকনি। কেঁকনিৰ শব্দটো একোবাৰ ডাঙৰ হয়, একোবাৰ সৰু হয়।

তাই খোজ কাঢ়িব নোৱাৰা হৈ ৰৈ গৈছে। চকুৰে ধুৱলী-কুঁৱলী দেখিছে। ভৰিকিটা কঁপিছে। তাই যেন কলথকৰাৰে গোত খোৱা পুখুৰী এটাত লাহে লাহে জাহ গৈছে। দুই চকুত সী ধৰিছে দুডাল চেলাপাটি জোকে। অকণমান লৰচৰ কৰিলেই এজাক ল'ৰাই কলথকৰাবোৰত জুই লগাই দিব, কেউফালে মগুহ পোৰাৰ গোন্ধ। তাই অকণো লৰচৰ

নকৰাকৈ ৰাস্তাৰ দাঁতিত বহি পৰিছে।

'কি হ'ল ঐ এইজনীৰ?' বুলি জোনৰ মাকে তাইৰ শক্তিশালী দেহাটোৰে লেউ-সেউ মানুহজনীক তুলি ধৰিলে— 'ধৰ, এইক ধৰ, গৃহস্থী ঘৰৰ, গিৰীয়েকৰ আদৰত থকা মাইকী, কপাল পুৰি বজাৰে-বজাৰে ঘূৰিব লগা হৈছে।'

'পানী অলপ ছটিয়াই দিব পৰা হ'লে।'

'পানীৰ কথা বাদ দে, আগে বিজাৰ্ভ পাই লওঁ, গোটেইখনত কেনে হাল্লা লাগিছে, কি বা হয়?'

মাজত তাইক লৈ দুইজনী বস্তিৰ ফাললৈ যাবলৈ ধৰিলে। তাইৰ দেহৰ বেছি ভৰটো জোনৰ মাকে লৈছে। যিমানে চহৰ এলেকা পৰা হৈ আহিছে, সিমানে হুলস্থূলবোৰ কমি আহিছে। বিজাৰ্ভৰ এলেকা পাই যেন সিহঁতে উশাহ ল'লে। এইখিনিত শান্ত। ক'ৰবাত দুই-এটা চৰাইৰ মাত। হাবিৰ মাজেদি বৈ যোৱা নদীখনৰ জিৰি জিৰি শব্দ। চিনাকি শব্দ কেউফালে।

'গাটো ভাল পাইছ মণিৰ মা?' মিনতিয়ে তাইক মুখত অলপ পানী ছটিয়াই দিছে।

'আজি সেইসোপাৰ কাৰণে বহুত দেৰি হৈ গ'ল। তোৰ চাগে বৰ ভোক লাগিছে।' জোনৰ মাকে ঘৰলৈ বুলি কিনা ব্ৰেডটোৰ এটুকুৰা তাইলৈ আগবঢ়াই দিলে। ব্ৰেডটুকুৰা তাই হাতত লৈছে। কিন্তু মুখত দিয়া নাই। তাই অলপ সময় মিনতি আৰু জোনৰ মাকলৈ চাই থাকিল। তাৰ পাছত অকশমান হঁহাৰ চেষ্টা কৰি ক'লে, 'একো হোৱা নাই, মূৰটো অলপ বেয়া লাগিছিল।' এইবাৰ তাই কাকো নধৰাকৈ খোজ কাঢ়িবলৈ ধৰিলে।

বস্তি সোমাই সিহঁতে দেখিলে চহৰৰ সমান নহ'লেও ইয়াতো ধুমধাম হৈছে। চৰবে ঘৰৰ আগে আগে একোডাল সৰু হ'লেও মম জ্বলিছে। খানাৰ আয়োজন চলিছে। ভণ্ডুৰাৰ পুতেক সকলোৰে আগত। চৰবে ঘৰে ঘৰে গৈ মম জ্বলাবলৈ কৈ ফুৰিছে। তাৰ পাছে পাছে একে বয়সৰ আৰু কেইবাটাও ল'ৰা। ল'ৰাজাক কালী বুঢ়ীৰ চোতালো পালেহি, মুৰগী লাগে। ভিতৰত মণি কঁপি আছে। সি বজাৰ বাৰে এটাৰ দাম এটকাকৈ ওলোৱা তুলাৰে সজা হেন মুৰগী পোৱালী পাঁচটা মাকক কুটুৰি-কুটুৰি অনাইছিল। তাৰে দুটা মৰিল, তিনিটা অলপ ডাঙৰ হৈছে। ভণ্ডুৰাৰ পুতেকহঁতে ঘৰে ঘৰে মুৰগী, ছাগলী বিচাৰি ফুৰা দেখি সি আবেলিতে আহি পোৱালিকিটা ঘৰত ভৰাই থৈছেহি। মূঢ়া এটাৰে ঢাকি সি তাৰে ওপৰত বহি আছে। বাহিৰত ল'ৰাবোৰে মুৰগী বিচাৰিছে। সিহঁতজাকক দেখি কালী বুঢ়ীয়ে অহা শুকুৰবাৰে হ'ব লগা কালী পূজাৰ বাবে কোনোবাই আগবঢ়াই থোৱা ক'লা পাৰ এযোৰকে দি দিলে। পাৰযোৰ পাই নিজৰ ভাৰাত কথা পাতি ল'ৰাকিটা আঁতৰি গ'লগৈ। ল'ৰাকিটাক ড্ৰাইভাৰণীয়ে হাত টিপিয়াই কালী বুঢ়ীৰ চোতালৰ পৰাই মাতি নিলে। সিহঁতে শুনিলে ল'ৰাজাকৰ লগত ড্ৰাইভাৰণীয়ে ভাল হাঁহি-তামচা কৰিছে। ড্ৰাইভাৰণীয়ে সিহঁতক চাহ-মিঠাই খুৱাইছে। যেতিয়া ল'ৰাকিটা আধা ঘন্টামানৰ পাছত তাৰ পৰা ওলাই গ'ল সিহঁতৰ খোজ অলপ অলপ থৰক-বৰক হৈছে। জন্মৰ পৰা চিনাকি

বাবে বিশেষ ৰাগীয়ে ধৰিব পৰা নাই।

কালী বুঢ়ী আৰু তাই ঘৰৰ চাকি নুমুৰাই ড্ৰাইভাৰণী আৰু ল'ৰাগালৰ আলেখ-লেখ চাই থাকিল। ল'ৰাবোৰ আঁতৰি যোৱাৰ পাছত বুঢ়ীয়ে তাইক ফুচ্‌ফুচাই কোৱাদি কৈ উঠিল, 'এই মাইকীটোৰ পৰা সাৱধানে থাকিবি। ই বৰ সাংঘাতিক তিৰোতা।'

'কিয়?' তাইৰ মাতটোও বহি বহি গৈছে।

'এই যে পাৰ্টিৰে শক্তি তাৰ লগতে ভালে থাকে। চব বেয়া কাম তাইৰ ঘৰতে ঠিক হয়। আৰু নিজৰনো কি আছে? তই মুঠতে সাৱধানে থাকিবি।'

শুকান মানুহ এজনী সোমাই আহিছে। ওচৰ পালত তাই চিনি পালে জগুৰ ঘৈণীয়েক। মানুহজনী আৰু শুকাইছে।

'আহ বহহি।' কালী বুঢ়ীয়ে পীৰাখন পাৰি দিছে। তাই লক্ষ্য কৰিলে মানুহজনীয়ে বহাৰ আগতে কাপোৰখনৰ ভিতৰলৈ হাত ভৰাই কিবা এটা যেন ঠেলি দিলে।

'নব'হোঁ বেছি সময়, ঘৰত ছলিয়ে চিএৰি আছে, ভাত লাগে। সিহঁতক ভাত খুৱাই নাৰিকলগাল ককিবলৈ আছে। চিৰাৰ লাড়ু, মুৰিৰ লাড়ুখিনি বনালোঁ।' কথাকিটা কৈ মানুহজনীয়ে ফোঁপাই পেলালে। ইমান দুৰ্বল মানুহজনী। বহোঁতে মানুহজনীয়ে যেন বৰ অসুবিধা পাইছে। এবাৰ ভৰি মেলি বহে, এবাৰ ভৰি কোঁচাই বহে, এবাৰ আঁউজে, এবাৰ পোন হয়।

'তোমাৰ হাতৰ সন্দেশ খাওঁ, কি ভাল হয়। মোক শিকাই দিবা?'

'তইনো আৰু কি কাম নিশিক?' কালী বুঢ়ীয়ে হাঁহিছে।

'হ'ব, শিকাই দিম, কিনো ডাঙৰ কাম, অলপ খাটনি হয়।' মানুহজনীয়ে এইবাৰ ভৰি মেলি ৰহিছে। দীঘলকৈ উশাহ এটা টানি তাই সুধিলে, 'মণিৰ মা, ইহঁতৰ দেউতাকক বজাৰত দেখিছিলিনে আজি? ইমান হুলস্থূল হৈছে। এতিয়ালৈকে ঘৰলৈ অহা নাই।'

'দেখিছিলোঁ। আমাৰ লগতে দোকান সামৰিছিল। ঘৰ পোৱাহি নাই এতিয়াও?'

মানুহজনী ঘপহকৈ থিয় হ'ল। কাকো মাত-বোল নলগোৱাকৈ তাই যাবলৈ বুলি খোজ ল'লে।

'তোমাৰ কিবা অসুখ হৈছিল বুলি কৈছিল জোনৰ মাকে। এতিয়া কেনে পাইছা?'

জগুৰ ঘৈণীয়েক বৈছে। 'ক'ত ভাল হ'ব এইবোৰ বেমাৰ?' তাই বুজিছে মানুহজনীৰ বুকুখন ভাৰ হৈ আহিছে। শুকান দেহাটোত যেন বহুত কথা আছে।

'ঔষধ খালে কি বেমাৰনো ভাল নহয়?'

যাওঁ বুলি ওলোৱা মানুহজনী যোৱা নাই। বৈ আছে। কিবা এটা যেন ক'ব খুজিছে। মানুহজনীৰ মাতটো সৰু হৈছে, 'দোকান সামৰি মানুহটো কেনি যোৱা দেখিছিলি?' সৰু মাতটোত যেন বহুত খং, শোক আৰু অভিমান জমা হৈ আছে। শুকানী মানুহজনী যেন অলপ অলপ কঁপিছে। এগিলাচ পানী খাবলৈ পালে যেন সকাহ পাব।

'ব'হা, মোৰ ঘৰতে বহিবা।' তাই এনেই কৈ চালে। মানুহজনী এনেকৈ উভতি আহিল

যেন এইষাৰ কথাৰ বাবেই বৈ আছিল। তাই পাৰি দিয়া বস্তাখনতে মানুহজনীয়ে বহিবলৈ লৈ আকৌ কাপোৰৰ ওপৰেৰে যেন কিবা এটা ভিতৰলৈ ঠেলি দিলে।

'কি কৰিলা?' হঠাৎ তাইৰ মুখৰ পৰা প্ৰশ্নটো ওলাই পৰিল।

'এয়াইতো মোৰ বেমাৰ। মোৰ ভাগ্য।'

তাই একো নুবুজি মুখলৈ চাই থাকিল। তাৰ পাছত শৌচ কৰিবলৈ বহাদি বহি কাপোৰখন অলপ কোঁচাই দিলে। তাই স্পষ্টকৈ দেখিলে এটুকুৰা মঙহৰ দৰে কিবা এটা ওলমি পৰিছে। আকৌ কাপোৰখন নমাই ভৰিকিটা মেলি বস্তাতে বহি পৰিল।

'দেখিলি মণিৰ মাক, তিৰোতাৰ জ্বালা।'

'ডাক্তৰক দেখুৱাইছ?' ক'ব নোৱৰাকৈয়ে তাই মানুহজনীক তই বুলি ক'বলৈ আৰম্ভ কৰিলে।

'প্ৰথমতে অসুবিধা পাই সিয়ে ডাক্তৰৰ তালৈ লৈ গৈছিল।'

'ক'ৰ ডাক্তৰ?'

'ক'ৰ আৰু? চৰকাৰী হস্পিতালৰ।'

'কি ক'লে ডাক্তৰে?'

'এইটো বেমাৰৰ কোনো ঔষধ নাই?'

'ঔষধ নাই? কিয় হয় এইটো বেমাৰ?'

'ডাক্তৰে মোক খুব গালি দিলে।'

'কিহৰ কাৰণে?'

'তিনিবাৰ গা খহোৱাৰ কাৰণে। এনেই পেটত পাঁচটা ছলি ধৰিছোঁ, তাৰ উপৰি তিনিবাৰ গা খহাইছোঁ। সেই কাৰণেই এইবোৰ বেমাৰে ধৰিলে।'

'কোনো চিকিৎসাই নাই নেকি?' তাই মানুহজনীক দুইটুকুৰা ব্ৰেড আৰু পানী এগিলাচ আগবঢ়াই দিলে। বিনা আপত্তিৰে ব্ৰেড কিটুকুৰা মুখলৈ নিছে মানুহজনীয়ে। তাই মুৰি দুটামানো আনি দিলে।

'যন্ত্ৰৰ দি জৰায়ুটো ভিতৰলৈ ঠেলি দিছিলে? আকৌ ওলাই আহিল। ডাক্তৰে কৈছে মচলা নবটিবা, দমকল নামাৰিবা, ভাৰী বস্তু নুটুলিবা, নাৰিকল নুৰুকিবা। ক' মণিৰ মাক, এইবোৰ নকৰিলে মোৰ চলিব? দিনে মই বিছটা-ত্ৰিছটা নাৰিকল বোকো, বোকা নাৰিকল পটাত বাটোঁ। নহ'লে চাউলমুঠি ক'ৰ পৰা ওলাব?'

তাই জগুৰ ঘৈণীয়েকৰ শুকান পিঠিটোত হাত থৈছে। তাইৰ নিজৰ কথা ক'বৰ মন গৈছে। সেই ঘৰখনৰ কথা ক'ব খুজিছে, সেই মানুহটোৰ কথা, চেগুণ পাতৰ দৰে ধপলা হাতখনৰ কথা আৰু সেই ভেকেটা-ভেকেট গোন্ধোৱা মানুহটোৰ কথা, সি দেখা মুৰ নোহোৱা, চকু নোহোৱা পিশাচবোৰৰ কথা।

'বৰ জ্বালা, বাচি থকাৰ বৰ জ্বালা।' তাই কালী বুঢ়ীৰ কথাষাৰকে আওঁৰালে।

'দেহাৰ জ্বালা সহিব পাৰি কিন্তু মনটোৰ জ্বালা সহিবলৈ বৰ টান অ' মণিৰ মাক।'

'তোৰ মূৰৰ ওপৰত মানুহ আছে, ল'ৰা-ছোৱালী আছে, দুবেলা-দুমুঠি খাবলৈ পাইছ, কিহৰ জ্বালা তোৰ? মোৰ দৰে চব পুৰি শেষ হোৱা নাই।'

'তোৰ মানুহ তোৰ মনত আছে। তাক মনত লৈ চব কৰিব পাৰি। মোৰ দৰে জীয়া গিৰীয়েক...' কিবা এটা ক'ব খুজি শুকান মানুহজনী কান্দো কান্দো হৈছে।

'কি কৰে জগুৱে তোক?'

'কি কৰিব? নিজৰ বিছনাত সুখ নাপালে মতাই কি কৰে?'

'জগুৰ কাৰণে তই ইমান কৰ আৰু সি অন্য মাইকী...।'

'সি বজাৰৰ পৰা বাহিৰে-বাহিৰে পথাৰেদি আহি ক'ত সোমাই জান? সেই ড্ৰাইভাৰণীৰ তাত।' শুকান মানুহজনীয়ে থপ্‌থপ্‌কৈ হাড়-ছাল ওলোৱা, জক্‌জক্‌কৈ শিৰ জিলিকি থকা হাতখনেৰে থতা মাটিতে কোবাইছে, 'মই যেতিয়া নাৰিকল কৰি, পটাত বটি পাছদিনাৰ দোকানৰ বাবে এইটো লৈ সন্দেশ-লাড়ু বনাই থাকোঁ মোৰ মৰদে বেণ্ডীৰ তাত মৌজ কৰে, দিনটোৰ কামানি তাইৰ হাতত দি আহি মোৰ ঘৰত লাঠি-গোৰ মাৰে, ভাত-ভাতকৈ থকা ছলিক কোবায়।' মানুহজনীয়ে কাপোৰখন শৌচ কৰিবলৈ বহাদি বহি বেছি উজাই দিছে, গোটা মাংস এটুকুৰা ওলমি লৰফৰ কৰি থাকিল, 'এইটো অৱস্থাত মোৰ কি ইমান কষ্ট শৰীৰে সহে? ক' মই কি কৰোঁ?' শুকান মানুহজনী থৰ্‌থৰ্‌কৈ কঁপিছে।

তাই লাহেকৈ মানুহজনীৰ গাত হাত থৈছে। মানুহজনীৰ চকুকিটাত এটোপাও পানী নাই, চিৰাল ফটা মাটিৰ পথাৰৰ পৰা তুলি অনা দুলডা কৰ্‌কৰীয়া শুকান মাটিৰ দৰে চকুকিটাই একেথৰে চাই আছে।

বাহিৰত ভগুৱা বুঢ়াৰ পুতেকহঁতৰ চুক্তি সম্পন্ন হোৱাৰ খানা পূৰাদমে চলিছে। গান বাজিছে, হাঁহিৰ কিৰিলিৰ শব্দত কাউৰীবোৰোও বাহৰ পৰা ভয়তে ওলাই আহি ৰমলিয়াবলৈ ধৰিছে। মাজে মাজে বিকট সম্মিলিত কণ্ঠত বাজি উঠিছে জয়ৰ নিনাদ। জয়, জয় আৰু জয়।

জগুৰ ঘৈণীয়েকে যাবলৈ খুলি উঠি এহাতেৰে জৰায়ুটো ভিতৰলৈ ঠেলি দিলে। তাইৰ মুখত এষাৰো কথা নাই। বহুত দিন বৰষুণ নপৰা পথাৰৰ মাটি দুলডাৰ দৰে চকুহাল যেন শুকান জেওৰা খৰি হেন দেহাটোলৈও বিয়পি পৰিল।

তাইৰ আগত থিয় দি থাকিল এজনী বৰষুণ নপৰা মাটিৰ দৰে শুকান মানুহ।

গোটেই বস্তি জুৰি হুলস্থূল লাগি পৰিছে। দুপৰীয়া বাৰমান বজাত ভোট বিচাৰিবলৈ কেইবাজনো আন্দোলনৰ নেতা বস্তিলৈ আহিব। ভোটটোৱে ইতিমধ্যে বস্তি তল-ওপৰ কৰিছেই। ভঙুৰাৰ পুতেক ৰতনৰ এইবোৰত আগ-ভাগ। তাৰ লগ-ভাগ এগাল নিতৌ বস্তিলৈ আহিয়েই আছে। কেতিয়াবা ঘৰে ঘৰে গৈ, কেতিয়াবা মিটিং পাতি আন্দোলন পাৰ্টিক ভোট দিবলৈ কৈয়ে আছে। বস্তিলৈ সোমোৱা ৰাস্তাটোত এখন গে'ট সাজিছে। গোটেইখনতে মূৰত অলপ চুলি কম, ডাঢ়ি থকা আৰু চছমা পিন্ধা মানুহ দুটাৰ ছবি ভৰি পৰিছে। আজি ভঙুৰাৰ পুতেকহঁতে কাকো কামলৈ বা বজাৰলৈ যাবলৈ দিয়া নাই। আজি বজাৰ বাৰ আছিল। আটায়ে বজাৰলৈ নিজৰ নিজৰ মাল আগদিনাই সাজু কৰি ৰাখিছিল। বস্তিৰ পৰা মূল ৰাস্তালৈ উঠা ঠাইখিনিত ল'ৰাবোৰে চৰকে ফিৰাই পঠালে। সেইখিনি ঠাই মানুহেৰে ভৰি আছে। গে'ট সজা হৈছে, কলপুলি পোতা হৈছে। জগুৱে তাতে ৰঙা চাহ আৰু নাৰিকল সন্দেশৰ দোকানখন বহুৱাই দিলে। ৰমাকান্তই সেউজীয়া ৰং দি সিজাই ৰখা মটৰ-পিয়াঁজ কুচি কুচি কৰি কাটি পাচিটো ডিঙিত ওলোমাই জগুৰ তোলা টোকাৰ ওচৰতে থিয় হ'লহি, ভঙুৰাৰ ঘৈণীয়েকে আৰু মাইনাওৰ মাকে কলপাত পাৰি টেকেলী পিঠা শাৰী কৰি পেলালে।

মণিয়ে মাকক ডাৰৰ বাতৰি ডাবে দি আছে। ভাত খোৱাৰ নামত মুখত দুটামান গুজি সি আকৌ দৌৰ মাৰিলে। চাওঁতে চাওঁতে ল'ৰাটো ডাঙৰেই হ'ল। নিমখ-ভাত এমুঠি খায়ে সি ৰবটো হৈ উঠিছে। তাক যেনে-তেনে মেট্ৰিকটো পাছ কৰাব পাৰিলে। পাৰিবনে সি কলেজত পঢ়িব? পঢ়াব, সি যিমান ইচ্ছা কৰে সিমান পঢ়াব। মূঢ়া বনাব, মুৰি ভাজিব। তাই ঠিক কৰি পেলালে, মিনতিৰ পৰা ঠোঙা বনাবলৈ শিকিব। আজৰি সময়ত ঠোঙা বনাব। কি নো ডাঙৰ কামটো? মিনতি, ৰত্নাৰ মাক, জোনৰ মাক, আনকি জগুৰ ঘৈণীয়েকেও বনায়। মণিয়েও লাগি দিব পাৰিব। মুঢ়াকিটা আজিকালি সিয়েই বনোৱাৰ দৰে হয়। তাইতকৈ ভালকৈয়ে শলি চাঁচে, গাঁঠিকিটাও কিমান ভালকৈ দিবলৈ শিকিছে! তাক কলেজত পঢ়াব। তাইৰ এবাৰ মণিৰ মুখখন চোৱাৰ তীব্ৰ হেঁপাহ হ'ল। ক'ত বা কি কৰি ফুৰিছে! বেলি লহিয়ালেই, দুপৰীয়াতে অহা নেতা অহাই নাই হ'বলা! আহিলে মণিয়ে খবৰ দিবই। সৌটো মণি দৌৰি দৌৰি আহিছে। তাইৰ নেতাক চাবলৈ যাবলৈ অকণো ইচ্ছা নাই। কলথকৱাৰ মাজৰ পৰা একেবাৰে কাষতে তাই বহুত নেতা দেখিছে। তাইৰ বাৰে বাৰে মনত পৰিছে তাই নিজ চকুৰে দেখা জালত বন্দী বনৰজাৰ দৰে ছটফটাই থকা সেই ওখ, হটঙা ল'ৰাটো। ফিৰ্‌ফিৰ্‌কৈ তেজ ওলাইছিল। পাট খেতিৰ মাজৰ বাচি যোৱা দুটামান মানুহে প্ৰচণ্ড আক্ৰোশেৰে মানুহটোক লাঠী-জোঙেৰে খুচি খুচি মাৰিছিল। তাৰ পাছতে

সিহঁতৰ গাঁওখন উজাৰি পেলাইছিল। তাইৰ চকুৰ আগত ভাহি উঠিল এজোপা গছত ওলমি থকা গেলিবলৈ ধৰা হাত-ভৰি, মূৰ নোহোৱা কেঁচুৱা। যদি আজি অহা নেতাবোৰৰ মাজত কোনোবা এজনো থাকে যি জানে এইখন বস্তিত সেই গাঁওখনৰ মানুহ এজনী আছে, যদি কোনোবা এটাই জানে এইখন বস্তিতে এজনী মানুহ আছে যাৰ ফটা কঁথাৰ মাজত এধাৰি কৰ্দৈমণি আছে, তাইতো শুনিছিল সেইখন ঘৰতে আহি আন্দোলনৰ নেতাবোৰ আছিলহি। তাইৰ ডিঙিটো শুকাই আহিল। হাতৰ মূঢ়াটোতো তাই মন বহুৱাব পৰা নাই। আধা সজা মূঢ়াটো থৈ তাই ভাত ৰান্ধিবলৈকে যো-জা কৰিলে। গধূলি প্ৰায় হ'লেই। বাহিৰত কোনোবাই মাতিছে। কালী বুঢ়ী এতিয়া ওলাই নাযায়, পূজাত বহিছে। মূৰত জটা গজি আহিলে বুঢ়ীয়ে কাকো মাত-বোল নকৰে। তায়ে ওলাই গ'ল। সেই ল'ৰাবোৰৰে দুটা আহিছে,

'টকা লাগে, চাকি কিনিব লাগে।'

তাই ভিতৰলৈ গৈ টকা দুটা আনি দিলে।

'দুটকা দিবলৈ আহিছে, এটাই দাঁত কৰচি উঠিল।

'হ'ব ব'ল, পাছত দেখা যাব।'

তাইৰ বুকুৰ কঁপনিটো বেছি হৈ আহিল।

উৰুলি-শংখ-ঘণ্টাৰ শব্দেৰে বস্তিখন ভৰি গ'ল। বস্তিৰ আটাইবোৰ তাতে। এইজনী কোন বা দৌৰি দৌৰি আহিছে! মানুহজনী তাইৰ ফালেই আহিছে। অলপ ওচৰ পালত দেখিলে মিনতি। তাই ফোঁপাইছে কথা ক'ব পৰা নাই।

'হো, পানী খা, কি হ'ল তোৰ?'

মিনতিয়ে পানীগিলাচ কোট-কোটকৈ পি পেলালে। ভিতৰত চাকিৰ পোহৰত দেখিলে মিনতিয়ে এযোৰ মেখেলা-চাদৰ পিন্ধিছে। গোলাপী ৰঙৰ তাতে ক'লা-ৰঙা ফুল আছে, এটা খোপা বান্ধিছে। কাণত দুল। কপালত এটা ডাঙৰ ফোঁট। কেনে ধুনীয়া দেখিছে মানুহজনীক। তাইৰ গাল দুখন ৰঙা পৰি আছে। কন্ট্ৰলৰ শাৰীখন পিন্ধি ফুৰা মানুহজনী এইজনী হয়নে?

'কি হ'ল তোৰ? কইনা হৈ আছ' দেখোন।'

মিনতিয়ে তাইক সাবটি ধৰিছে। তাইৰ গাত মানুহজনী কোমল আৰু লেহুকা হৈ পৰিছে। 'সি আহিছে মণিৰ মা, সি আহিছে, ভোট বিচৰা মানুহবোৰৰ লগত সি আহিছে।'

আনন্দত উচলি থকা মিনতিক চাই তাইৰ খং উঠি গ'ল, 'তোক ঠগি থৈ যোৱা বজ্জাতটো আহিছে আৰু তই কইনা সজা দিছ।'

'তেনেকৈ নক'বি মণিৰ মা, তেনেকৈ নক'বি, সি মোক ঠগা নাই। ক' তই পঢ়ি থকা ল'ৰা এটাই ছোৱালী এজনী ঘৰৰ অমতত কেনেকৈ কি কৰিব?'

'গাত পোৱালি দি সি তোক মৰিবলৈ এৰি দিয়া নাই?'

'নাই দিয়া মণিৰ মা, মই তাৰ সন্মান ৰাখিবলৈ নিজে পলাই আহিছোঁ, তাৰ কিমান

সন্মান, কাগজত, টিভিত তাৰ ফটো।'

'এবাৰ খবৰ কৰিছে সি তোৰ? এবাৰ চাইছেনে সি তাৰ ল'ৰাক? তাৰ ল'ৰাক বচাবলৈ তই ঘৰত মতা তোলা নাই?' ঘপকৈ কথাষাৰ কৈ তাই বৈ গ'ল।

'তুলিছোঁ মতা, এশবাৰ তুলিছোঁ। তাৰ ল'ৰা তাৰ ল'ৰা নক'বি অ'। সি মোৰো ল'ৰা।'

মিনতিয়ে তাইৰ হাতত ধৰিছে, 'যাবি মণিৰ মা, এবাৰ তাক চাই আহিম, মাত্ৰ এবাৰ।'

'তই তাক লগ পোৱা নাই? মই ভাবিছিলোঁ...।' এক অদ্ভুত আনন্দত উজ্জ্বলি থকা মানুহজনীক তাই খং উঠিও খং কৰিব পৰা নাই।

'কি যে ক'ব মণিৰ মা।' মিনতি লাজত ৰঙা হৈ পৰিছে।

কেনেকৈ না কৰে এইজনী মানুহক? তাই তলাটো মাৰি কালী বুঢ়ীৰ ফালে ভুমুকিয়াই চালে, মূৰত এচটা ডাঙৰ জটা লৈ বুঢ়ী গোঁসানীৰ আগত বহি আছে। তাই আৰু মিনতিয়ে নিঃশব্দে প্ৰণাম কৰি তাৰ পৰা আঁতৰি গ'ল।

'মিনতি, সঁচা কথা ক, সি তোৰ তালৈ আহিছিল নে নাই?'

'নাই অহা মণিৰ মা, মই ক'ত আছোঁ সি নাজানেই।'

'মৰিল বুলি ভাবিছিল।'

'মই মৰিলেও সি মোক নাপাহৰে।'

'বজ্জাতটোৱে তোক....।'

তাইৰ কথাষাৰ শেষ হ'বলৈকে নিদিলে মিনতিয়ে, 'সি মোক কি বুলি মাতিছিল জান, মণিৰ মা?' ইমান সৰুকৈ কথাকিটা কৈছিল যে শব্দবোৰ তাইৰ নিজৰ মাজতে উঠি, নিজৰ মাজতে ডুব গ'ল।

বস্তিৰ মুখতে এজাক মানুহ। কেউফালে চাকি জ্বলিছে, ধূনাৰ গোন্ধ, ধূপ আৰু ফুলৰ গোন্ধ। কেউজন নেতা ভঙুৱাৰ পুতেকহঁতে সজা চাঙত উঠি বহি আছে। এজনে কথা কৈ আছে, বিদেশী খেদি সোণৰ অসম সজাৰ কথা কৈছে, ৰাম ৰাজ্য পতাৰ কথা কৈছে।

'মণিৰ মা, চা-চোন চা।'

'কোনটো?'

'দেখা নাই?'

'এইৰ মূৰে কাম কৰা নাই, মই কেনেকৈ চিনি পাম?'

এটা ৰগা, ওখ ল'ৰা কথা ক'বলৈ থিয় হৈছে। সি যেন থিয় হোৱা নাই, মাইকটো লৈ কথা কোৱা নাই, মানুহৰ ভিৰ ঠেলি আহি মিনতিৰ ওচৰ পাইছেহি। সি তাইৰ আনন্দত ৰঙা পৰি থকা মুখখন তুলি ধৰি যেন কৈছে, 'তই মৰিলেও মই তোৰ কথা নাপাহৰোঁ।' মিনতিয়ে কেনিও চাব পৰা নাই। লাজ আৰু আনন্দত তাই তললৈ মূৰ কৰি বহি আছে।

'এইটো নেকি?' তাই ফুচ্‌ফুচাই সুধিছে। উত্তৰত মিনতিয়ে তাইৰ হাতখন খামোচ

মাৰি ধৰিলে। মিনতিৰ হাতখন ঘামেৰে তিতি সেমেকি আছে। তাইৰ গাতে টুপকৈ কিবা এটা সৰি পৰিল। মিনতিয়ে কালী বুঢ়ীৰ বাগিচাৰ পৰা ছিঙি খোপাত গুজি লোৱা এপাহ কথনা ফুল। ফুলপাহ দেখিয়েই নে মিনতিৰ আনন্দতেই নে ল'ৰাটোৱে বকি থকা একেসোপা কথাকে শুনি জানো তাইৰ বিৰক্তি লাগি গ'ল। তাই মিনতিৰ ওচৰৰ পৰা উঠি আহিল। ঘৰত আহি দেখিলে কালী বুঢ়ীৰ জটা নোহোৱা হৈছে, একেই শুকুলা চুলি, থান কাপোৰৰ শাৰী। এইজনী কালী বুঢ়ীক চব কোৱা যায়, চব সোধা যায়।

'আজি মুৰি ভাজিব নালাগে?' তাই ভাবিছে আজিতো বজাৰ বাৰটো গ'লেই। এই মাজতে তিনিদিন তাই আৰু মুৰি ভাজিব নালাগে। বুঢ়ীৰ ভাগৰখিনি ভাজি দিব। পাৰিলে কাইলৈকে বুঢ়ীৰ বন্ধা গ্ৰাহকখিনিক দি আহিবগৈ। বুঢ়ীক এইকণ কাম কৰি দি তাইৰ ভাল লাগে। বুঢ়ীয়ে এখন কঁথা পাৰি লৈছে। তাই বুঢ়ীৰ হাতৰ পৰা বেজীটো লৈ সূতা ভৰাই দিলে। বুঢ়ীৰ কাণখন গধুৰ হৈছে। ভালকৈ নুশুনে। দিনে দিনে দুৰ্বল হৈছে মানুহজনী। বুঢ়ীৰ যিখিনি উপাৰ্জন হয় তাৰে মানুহ এজনী চলি যাব পাৰে। বুঢ়ীয়ে এসাঁজ খাই এসাঁজ নাখাই কেনেকৈ পইচা সাঁচিছে। চছমাৰ নালডালো বদলোৱা নাই। কি কৰিব পইচা সাঁচি?

কাণৰ ওচৰত চিঞৰি কোৱাদি তাই বুঢ়ীক ক'লে, 'মুৰি ভাজিব নালাগে?' বুঢ়ীয়ে একো উত্তৰ দিয়া নাই। মাত্ৰ নাল এৰোৱা চছমাৰ মাজেৰে তাইলৈ চাই পঠিয়ালে। তাৰ পাছত আকৌ কঁথাত হাত দিলে। একে ধৰণেৰে আগতে বাওঁহাতখন তাৰ পাছত সোঁহাত খন, এশাৰী চিলাই শেষ হ'লে কঁথাখনতে উবুৰি খাই পৰে। এই ধৰণেৰে বুঢ়ীয়ে সপ্তাহত এখনমানকৈ কঁথা চিলাই শেষ কৰে। কিহৰ কাৰণে ইমান কষ্ট কৰে বুঢ়ীয়ে? হঠাৎ বুঢ়ীয়ে তাইলৈ চাই কৈ উঠিল, 'তই আৰু মোৰ ঘৰ ভাৰা দিব নালাগে দে।' বুঢ়ীৰ চৌকাত জুই ধৰি তাই কেৰাহীত মুৰি ফুটাবলৈ লৈছেই। এহেতো নিমখ পানী ঢালি তাই বুঢ়ীলৈ আচৰিত হৈ চালে। কি কয় বুঢ়ীয়ে? তাইক পঠাই নিদিয়েতো ঘৰৰ পৰা?

'মোক কিবা বেয়া পাইছ?' জোনৰ মাকহঁতৰ দৰে তায়ো বুঢ়ীক যে কেতিয়া তই বুলিবলৈ ল'লে ক'বই নোৱাৰে।

'তোক আৰু কি কাৰণত বেয়া পাম?'

'তেতিয়াহ'লে মোক ঘৰ...।' তাইৰ ডিঙিটো সোপা মাৰি ধৰিছে।

'তোক কোনে যাবলৈ কৈছে অ' মণিৰ মা? তই আছ বুলি...।' বুঢ়ীয়ে কঁথাত মন দিলে, তায়ো মুৰিত।

'মণি ক'ত?' বুঢ়ীয়ে কঁথা সামৰিছে।

'ভোটৰ মিটিঙত।'

তাই বুঢ়ীৰ ওচৰ চাপি গ'ল। কিয় জানো বুঢ়ীৰ পৰা এটা কথাও তাই লুকুৱাব নোৱাৰে। যিকোনো কথা বুঢ়ীক নোকোৱালৈকে তাই শান্তি নাপায়।

'আজি ভোটৰ মিটিঙলৈ মিনতিৰ ছেলেৰ বাপ আহিছে।'

'কি ৰকম বাপ সি?' বুঢ়ীয়ে দমদমাই উঠিছে। 'তাই তাক ঘৰত তুলিছে?'

তাইৰ মাতটো সক হৈ আহিছে, 'সি ডাঙৰ লীডাৰ।'

'আন্দোলন পাৰ্টিৰ লীডাৰ?' বুঢ়ীৰ মাতটোও সক হৈ আহিল। আকৌ মুৰি আৰু কঁথা। বহুত পৰ দুইজনী তাপ মাৰি বহি থাকিল।

'মণিক কিয় ইমান পৰ বাহিৰত থাকিবলৈ দিছ?' বুঢ়ীৰ কথাখিনি শেষ হওঁতেই মণি আহি পালেহি।

'যা পঢ়গৈ, ভোক লাগিলে মুৰি খাই ল'বি।'

'নেখাওঁ মুৰি আজি, বুট দিছে, কল দিছে, নাৰিকল দিছে।' সি জেপৰ পৰা টোপোলা এটা উলিয়াইছে। দেও দি দি সি বুঢ়ীৰ ঘৰৰ পৰা ওলাই গ'লগৈ।

বিছনাত পৰি তাই ডাঙৰ লীডাৰটো আৰু মিনতিৰ কথাই ভাবি থাকিল। আজি বহুত দিনৰ মূৰত তাই পৰিয়েই জগা কাঠ নহ'ল। চকুৰ পতাই পতাই লাগে অলপ পৰ, তাই চিলমিল টোপনিত পৰে, আকৌ টোপনি ভাগি যায়।

চকুৰ পতাই পতাই লাগিল কি নালাগিল চকুৰ আগত নাচি থাকিল জাল এখনৰ মাজত সোমাই থকা এটা বগা, ওখ ল'ৰা, কপালৰ আগত পৰি থকা একোছা চুলি। ল'ৰাটোক বহুসম, যাঠী লোৱা মানুহ এজাকে ঘেৰি ধৰিছে, মিনতিয়ে গোলপী কাপোৰ এসাজ পিন্ধি সেইফালে দৌৰ মাৰিছে, চুলিৰ পৰা জিব্‌জিব্‌কৈ বগা কথনা ফুল এসোপা পৰিছে। ফুলবোৰে তাইক পুতি পেলাইছে। মিনতিক মাতিব খুজি তাই পৰা নাই। ডিঙিটোতো সোপা মাৰি এসোপা বগা ফুল। বগা ফুলবোৰত তাই উজুতি খাই পৰিছে। তাইক ধৰি পেলাইছে চেগুণ পাতৰ দৰে ধপলা এখন হাতে। হাতখন তাইৰ শৰীৰত বগাই ফুৰিছে। মানুহ এজনী এক অদ্ভুত সুখ আৰু আনন্দত উচলি উঠিছে। কোন মানুহজনী? তাই নিজে নে মিনতি? অই ঘপ্‌কৈ সাৰ পাই উঠিছে। তাইৰ শৰীৰৰ সেই অদ্ভুত সুখৰ কঁপনিটো এতিয়াও আছে। চকু মেলি তাই গম পালে সেই কঁপনিটোৱে তাইক বাৰে বাৰে জোকাৰি পেলাইছে। তাইৰ শৰীৰটো তাইৰ মানুহজনীৰ পৰা আঁতৰি গৈ কেৱল বাৰে বাৰে কঁপি উঠিছে। ভয় লাগি গ'ল, নিজৰ শৰীৰটোলৈকে তাইৰ ভয় লাগি গ'ল।

'মণি, মণি, মণি।' নুঠে, মণি নুঠে। তাই মণিক বাহুটোতে ধৰি জোকাৰি দিলে। সি এইবাৰ উঠিল। কেঁচা টোপনি ভঙা তাৰ চকুহাল ৰঙা।

'পানী এগিলাচ দেচোন।'

মণিয়ে পানী এগিলাচ কলহটোৰ পৰা বাকি মাকক দিলে। মাকে তাৰ চুলিখিনিত হাত ফুৰাই দিলে। 'শুই থাক বাবা।' সি তৎক্ষণাত টোপনিত ঢলি পৰিল।

'বাবা, তই দেউতাৰক কেতিয়াবা সপোনত দেখ নে?'

নাই, কোনো উত্তৰ নাই। সি টোপনিত লালকাল দিছে।

'মই, দেখোঁ বুজিছ, কেতিয়াবা দেখোঁ।' কথাষাৰ তাই নিজকে কোবাদি কৈছে।

'এইমাত্ৰ দেখিছিলোঁ বুজিছ মণি, মই কৰিব খুজিছিলোঁ...' তাইৰো কথাকিটা অস্পষ্ট হৈ আহিল। ভাগৰুৱা দেহাটো টোপনিয়ে হেঁচা মাৰি ধৰিলে।

## ১৭

তাই ঠিক যিখিনি সময়তে নিজৰ গাটোলৈ ভয় কৰি মণিক হেঁচুকি হেঁচুকি জগাইছিল ঠিক সেইখিনি সময়তে মিনতিৰ চাটাইৰ কামিৰে বন্ধা দৰ্জাত টোকৰ পৰিছিল। মিনতিয়ে দুৱাৰখন খোলা নাছিল। কোন বা এই সময়ত আহিছে! কেইবাবাৰো টোকৰ পৰিছিল। মিনতি উঠি বহিছিল।

'কোন? বাহিৰত কোন?'

'মই।'

'কোন?' তাই এইবাৰ বেছি ভয় খাইছিল।

'মই, হৰি ভঙুৰাৰ পুতেক।'

'কি লাগে তোক এই ৰাতিখন?'

'ছাৰে খবৰ পঠাইছে, দুৱাৰ খোল বুলিছোঁ নহয়।'

'কোন ছাৰ?' তাই ঠিকেই ভাবিছেনে? দুৱাৰখন খুলিবলৈ বুলি উঠি মিনতি মানুহজনী কঁপি উঠিল। তেনেহ'লে সি তাইক দেখিলে। তাইৰ ভুল হোৱা নাই তেনেহ'লে। এবাৰ সি তাইলৈ অলপ সময় চাই আছিল। চকুৱে চকুৱে পৰিছিল। তাই দুৱাৰখন খুলি দিছিল। সি তাইক কৈছিল।

'ব'ল মোৰ লগতে ব'ল, ছাৰে মাতিছে।'

'ক'লৈ যাম?'

'ডাক বাংলোলৈ।'

'কেনেকৈ?'

'মই গাড়ী আনিছোঁ, ছাৰে পঠাইছে।'

'ইয়াক জগাই দিওঁ ৰ'।'

'ল'ৰাটো নিব নালাগে।'

'কিয়?'

সৰু সৰু চকুহাল মুদি সি লেতেৰা হাঁহি এটা মাৰিছিল, 'নালাগে।'

'ইয়াক জোনৰ মাকৰ তাত থৈ যাওঁ।'

'খবৰদাৰ তই ক'লৈকো যাব নোৱাৰ, ল'ৰাক মোৰ মাৰ তাত থৈ যাবি।' কিবা এটা ভাবি সি কৈছে, 'ৰ', মায়ে আহিব ইয়ালৈ।'

তাই দিনত পিন্ধা কাপোৰসাজকে পিন্ধিছিল। মাত্ৰ দীঘল চুলিখিনিৰে খোপা বন্ধা নাছিল, বেণী এডাল গাঁঠি আগফালে পেলাই লৈছিল। ডাক বাংলোৰ এটা কমত সি

বিছনা এখনত বহি আছিল।

'বহ মিনতি।'

তাই বহিবলৈ মূঢ়া বা টুল জাতীয় কিবা এটা বিচাৰি ইফালে-সিফালে চাই আছিল। সদায়ে সি ওপৰত বহিছিল, তাই তলত। ছাৰ-বাইদেউৰ ঘৰতো তাই একে ধৰণেৰে উঠা-বহা কৰিবলৈ সৰুৰে পৰা শিক্ষা পাইছিল।

'বহ, ইয়াতে বহ', সি বিছনাখন দেখুৱাই দিলে।

'ভালে আছ?'

'ওঁ।'

'তই কিয় এনেকৈ মোক একো নজনোৱাকৈ গুচি আহিলি?'

'তাই একো কোৱা নাই।'

'ল'ৰাটো কেতিয়া হ'ল?'

'অহাৰ তিনিমাহ পাছত।'

'চলিছ কেনেকৈ?'

'মুৰি ভাজোঁ আৰু', তাইৰ মাতটো কঁপিছে, 'মূঢ়া সাজোঁ।'

'থাক ক'ত?'

'ভাৰা লৈছোঁ।'

সি গাৰুৰ তলৰ পৰা টকাৰ বাণ্ডল এটা তাইৰ ফালে দলিয়াই দিলে।, 'এইটো ৰাখ।' সি বটলৰ পৰা মদ বাকিছে।'

'আপুনি এইবোৰ কেতিয়াৰ পৰা খাবলৈ ল'লে?' তাই শকত-আৱত, ৰঙা চকুৰ কঠিন মুখৰ মানুহটোক চাই থাকিল। সেই কোমল মুখৰ ল'ৰাটো, ঘৰত কোনো নথকা সময়ত আহি মোৰ সোণজনী বুলি তাইক সাবটি ধৰি চুমা খোৱা ল'ৰাটো, হঠাৎ এদিন বিহ্বল হৈ ভুল কৰি পেলোৱা ল'ৰাটো, তাইক সাবটি ধৰি কন্দা ল'ৰাটো। সেই ল'ৰাটো আৰু এই মানুহটো।

'কি ইমান দূৰে দূৰে আছ? এইফালে আহ, কিমান দিনৰ মূৰত লগ পাইছোঁ।' মানুহটোৰ কথাবোৰ থোকা-থুকি হৈ পৰিছে, ওঁঠ কিখন শুকাই গৈছে, তাইক ধৰি পেলোৱা হাতখন গৰম। তাই হাতখন কোঁচাই আনিছে।

'ল'ৰাটো ঘৰত অকলে থৈ আহিছোঁ।'

'তাৰ নামত থ'বলৈ মই অলপ টকা দিম।'

সি আকৌ আধাগিলাচ মদ খাইছে।

'এনেকৈ এইবোৰ খাইছে কেলেই?'

'মোৰ বহুত দুখ, বহুত চিন্তা অ' মিনতি।' সি তাইক ওচৰ চপাই লৈ লাইটটো নুমুৱাই দিলে।

বাহিৰত জ্বলি থকা টিউব লাইটৰ পোহৰ ভিতৰ সোমাই আহিছে। পোহৰত তাৰ মুখখন

তাই দেখা পাই আছে। অলপো আবেগ নোহোৱা, অভিজ্ঞ মানুহটোৰ মাজত তাই সেই তাইৰ গাত হাত দিলেই কঁপি উঠা ল'ৰাটো বিচাৰি থাকিল। তাই চাই থাকোঁতেই সি নিজকে সুৰক্ষিত কৰি ল'লে। এই ৰাতিখন এইবোৰ ক'ত পালে? লগতে ৰাখেনে? তাইৰ ভয় লাগি গ'ল। সি তাইৰ ৰ'দে-বৰষুণে গৰকা আটিল দেহাটোৰ পৰা চৰম তৃপ্তিখিনি হাচিল কৰাৰ আগমুহূৰ্তত ঠিকেই ধৰিব পাৰিলে কুকুৰ এজনীৰ দৰে ভৰিৰ তলত লেউ-সেউ হৈ পৰি থকা মানুহজনী সন্দেহ আৰু অবিশ্বাসত টান হৈ আহিছে। 'তোক আৰু বিপদত নেপেলাওঁ মিনতি।' কথাষাৰত যেন যাদু আছিল। মুহূৰ্ততে সি ঘূৰাই পালে ভৰিৰ তলত লেউ-সেউ হৈ পৰি থকা কুকুৰজনী। দামী মদৰ নিচাতকৈয়ো তীব্ৰ ৰাগীত সি মতলীয়া হৈ পৰিল। সি ভবাই নাছিল, এই বেয়া ৰাস্তা-ঘাট, ভঙা দলঙৰ সৰু চহৰখনত এই নিচা মিতাব পাৰিব বুলি। আশা নকৰাকৈ পোৱা মিঠাই এটাৰ দৰে মিনতিক সি পৰম তৃপ্তিত গিলিবলৈ ধৰিলে।

বাকীবোৰ নেতা যোৱাৰ পাছতো সি আৰু পাঁচদিন সৰু চহৰখনত থাকিল।পুৰা পাঁচটা দিনৰ পাছত তাইক আজি বস্তিৰ আন মানুহবোৰে দেখিছে। তাই বজাৰলৈ ওলাইছে। অকল জোনৰ মাকে আৰু গোপালে জানে এই পাঁচ ৰাতি তাই ক'ত আছিল, কি কৰিছিল।

মণিৰ মাকৰ হাতত মূঢ়া, মূৰত মুৰি, জোনৰ মাকৰ হাততো মূঢ়া আৰু মুৰি। মিনতি শুদা হাতে। মণিৰ মাক আচৰিত হৈছে। মিনতিয়ে একো নাথাকিলেও ঠোঙা এজাপকে আনে।

'আজি তই শুদা হাতে?'

'আজি কিবা-কিবি অলপ কিনিম অ'।'

'কি কিনিবি?'

'এখন খাট, বিছনাৰ কাপোৰ আৰু...।'

'ইমানবোৰ বস্তু!'

জোনৰ মাক আৰু মণিৰ মাকৰ আচৰিত মুখ কেইখনলৈ চাই তাই অলপ হাঁহিলে, 'সি অলপ টকা দি গৈছে।'

'সি কি কি ক'লে তোক?'

'ল'ৰাটোৰ খবৰ লৈছে?'

মিনতি যেন ফিন্দ খাই থকা ওহাৰেৰে এজনী গাই, পোৱালিয়ে লাহেকৈ খুন্দা এটা মাৰোঁতেই গাখীৰ বৈ আহিল। তাৰ মৰম... তাৰ দুখ... তাৰ তাইৰ কাৰণে চিন্তা... তাইক নিজা ঘৰ-বাৰী কৰি দিয়াৰ প্ৰতিশ্ৰুতি... আনকি তাইক বিপদত নেপেলাবলৈ লোৱা তাৰ যত্ন। গাখীৰেৰে তাই মানুহজনী যেন লেটপেট হৈ পৰিল।

মিনতিৰ কথামতেই সিহঁত দুজনীয়ে মূঢ়াকিটা আৰু মুৰিখিনি বেপাৰীক দি দিলে, দুটা পইচা কম পালে। সঁচাকৈয়ে মিনতিৰ হাতত এশটকীয়া ন'ট। এখন নহয় কেইবাখনো।

আজি সিহঁতে দুখন ৰিক্সা ল'লে। এখনত খাটখনৰ সৈতে মিনতি আৰু আনখনত ডেক্‌চি, কেৰাহী, এটা কেৰাচিন ষ্ট'ভ আৰু আন আন বস্তুৰ সৈতে সিহঁত দুজনী... মিনতিয়ে আজি দুইজনীকে এটা এটা ব্লাউজো দিছে। আবেলিতে সিহঁত কিজনী ঘৰ আহি পালে।

মিনতিৰ চালিখনত এটা সুক-সুৰা উৎসৱেই হৈ গ'ল। জগুৰ ঘৈণীয়েক, বত্লাৰ মা, কালী বুঢ়ী, জোনৰ মাক, তাই ধৰা-ধৰি কৰি মিনতিৰ বস্তুবোৰ থান-থিত লগাই দিলে। সক কমটো ভৰি গ'ল। আনকি ড্ৰাইভাৰণীয়েও আহি একপাক চাই গ'লগৈ। ড্ৰাইভাৰণীয়ে এটা টিভি আনিছে। আটাইকেউজনীকে ফিলিম চাবলৈ নিমন্ত্ৰণ কৰি থৈ গ'ল। মিনতিয়ে অনা বিস্কুটেৰে আটাইকেউজনীয়ে নতুন কাপত চাহ খালে।

মিনতিৰ সুখী মুখখন মনত পেলায়েই তাই মুৰি ভাজি আছিল। হওক দে, মানুহজনীয়ে অলপ সুখ পাইছে। ইমানখিনি কৰিছে, সি কিজানি ল'ৰাটোকে-তাইকে লৈয়ে যাব। তাইৰ চকুৰ আগত ভাহি উঠিল দিন দুপৰতে বন্ধ চাটাইৰ বেৰাখন। এইখন আৰু নহওক। ল'ৰাটোৰ বেমাৰৰ বাবে মানুহজনীয়ে কিমান কৰিব লগা হৈছিল। হওক, তাইৰ সুখ হওক।

'মণিৰ মাক! মণিৰ মাক! এইফালে আহ ঐ।'

মিনতিৰ আকুল মাতটো ভাহি অহা শুনি তাই জাঁপ মাৰি উঠিল। মিনতি সোমাই আহিছে, কোলাত ল'ৰাটো। ল'ৰাটোৰ কপালৰ পৰা তেজ পৰি আছে। মিনতি কালী বুঢ়ীৰ ওচৰলৈ আহিছে। কালী বুঢ়ীয়ে সক-সুৰা কটা-ছিঙাৰ দৰৱ দিয়ে। যৰে মুৰি ত'তে এৰি তাই গৈ ল'ৰাটোৰ কপালখন পানীৰে ধুৱাই দিলেগৈ। কালী বুঢ়ীয়ে ইতিমধ্যে কালী থানৰ কাষতে থকা বন দৰৱৰ গছবোৰৰ পৰা এজোপাৰ পাত ছিঙি ল'ৰাটোৰ কপালত বসখিনি লগাই দিলে। তেজ বৈ গ'ল। মিনতিয়ে উশাহ লৈছে। চিএৰ-বাখৰত বস্তিৰ ভালেখিনি মানুহ ওলাই আহিল। জগুৰ ঘৈণীয়েকে মিনতিৰ ল'ৰাটোকে একোলা ল'ব খুজিছে। 'ছলি নাচাই ক'ত পংপঙাই ফুৰ? ছলিৰ মাক হ'লে...।' পাঁচটা ল'ৰা-ছোৱালী তোলা অভিজ্ঞতাৰে জগুৰ ঘৈণীয়েকে এটা ল'ৰাৰ মাক মিনতিক কিবা উপদেশ দিব খুজিছিল। মিনতিয়ে বাঘিনীৰ দৰে গৰজি উঠিল। শুকানী মানুহজনীক যেন ঘটালী পেলাব।

'তোৰ ছলিৰ বাপেৰক সোধ। কি কৰিছে সি মোৰ ল'ৰাক?'

'কি কৰিছে তোৰ জহৰাক।' জগুৰ ঘৈণীয়েকেও ফেপেৰী পাতি উঠিছে। পাতল মানুহজনী বতাহত খাগৰি কঁপাদি কঁপিছে।

মিনতিৰ গাত যেন কোনোবাই বিহ জলকীয়াহে ভাঙি দিলে, গোসাঁনী লগা কালী বুঢ়ীৰ দৰে তাই ভয়ানক হৈ পৰিল, 'কাক জহৰা বুলিছ? মুখ চম্ভালি কথা ক'বি, তোৰ গিৰীয়েৰে মাইকীৰ ভৰি চেলেকিবলৈ গোটেইখন ঘূৰি ফুৰে, কিয় আহিব সি মোৰ ঘৰলৈ? কিয় মোৰ হাতত ধৰিব? শুনি ল', তোৰ পদুলিগুগুক খেদোঁতেই মোৰ ছলি পৰি গ'ল। নিজে নোৱাৰিলে এজনী চপাই দিবি কুকুৰক।'

জগুৰ ঘৈণীয়েক যেন লাওচাঙত বগাই থকা এডাল কোব খাই আধামৰা হৈ পৰা লিকলিকীয়া লাওঠাৰিৰ সৈতে মিলি পৰা সেউজীয়া সাপ, এইমাত্ৰ বতাহত লাওঠানি কঁপাৰ দৰে মূৰটো উঠাই কঁপি আছিল। চাঙৰ পৰা লাও পাৰিবলৈ যোৱা গৃহস্থৰ লাঠীৰ পৰা হাত সাৰিবলৈ অলপ আগলৈকে উৰাৰ দৰে ইটো লাওৰ আগৰ পৰা সিটো লাওৰ

আগলৈ জঁপিয়াই আছিল। এটা কোবতে ছিণ্ডি পেলোৱা লাওঠানিৰ দৰে সাপডাল নিথৰ হৈ গ'ল। এডাল সেউজীয়া লেতু-সেতু ছিগা লাওঠানি পৰি থাকিল।

জগুৰ ঘৈণীয়েক তলমূৰকৈ ভিৰৰ মাজৰ পৰা আঁতৰি গ'লগৈ। বাকী মানুহবোৰো তাৰ পৰা আঁতৰি গ'লগৈ। তাই জগুৰ ঘৈণীয়েকৰ মুখখন চাব খুজিছিলে, নেদেখি, পাতল আন্ধাৰত লুকাই পৰিছে। তাই ভিতৰ সোমাব খোজোঁতে এবাৰ যেন দেখিলে শুকানী মানুহজনীয়ে ফিচিকা কাপোৰৰ আঁচলেৰে বাৰে বাৰে চকুহাল মোহাৰিছে। কালী বুঢ়ীৰ ঘৰৰ পৰা মিনতি ওলাই যাব খুজিছিল। তাই ফোঁ-ফোঁৱাই গৈ পদূলিতে মিনতিৰ হাততে ধৰিলেগৈ। তাইৰ সঁচাকৈয়ে খং উঠিছে।

'মিনতি, শুন।'

'কি হ'ল মণিৰ মা?'

'কিয় তেনেকৈ কথা ক'লি মানুহজনীক?'

'কিয় নক'ম? মোৰ ল'ৰাক কিয় জহৰা বুলিব তাই। তাই খুৱাইছে নে পিন্ধাইছে? এয়া চা, মোৰ ল'ৰাই তাৰ বাপেকে দিয়া কাপোৰ পিন্ধি আছে।'

'দেমাক দেখুৱাইছ? সি আহি দুৰাতি তোক মাংস খাই হাড় পেলোৱাদি পেলাই থৈ গ'ল, দুটা টকা দিলে আৰু তাই বেমাৰী মানুহজনীৰ আগত গিৰীয়েৰৰ ভেম দেখুৱাব পৰা হৈ গ'লি। ল'ৰাৰ কাপোৰ দেখুৱাবলৈ আহিছ? তাৰ বেমাৰৰ ঔষধ কিনিবলৈ যেতিয়া ঘৰত মতা তুলিছিলি তেতিয়া ক'ত আছিল তোৰ গিৰীয়েৰ?' তাইৰ কথাৰ সুৰটো বহু দূৰ জোনৰ মাকৰ দৰে হৈছিল।

মিনতিৰ মুখখনো কোব খাই লেতু-সেতু হৈ পৰা এডাল লাওঠানি সাপ যেন হৈ পৰিছে। তাই তলমূৰ কৰিছে।

'তয়ো তিৰোতা মানুহ, তোৰো তাইৰ দৰে বেমাৰ হ'ব পাৰে। গিৰীয়েকেতো তাইক এসাঁজ ভাত দিছে। সেইবোৰ বেমাৰ লাগিলে তই পোক লাগি মৰিবি।'

'সি ক'ত ঘৈণীয়েকক ভাত দিছে? তাই হাৰামজাদাক ভাত দিছে। তই চাবি জগুৰ মাইকী পোক লাগি মৰিব। সি আৰু এজনী আনিব। মতাবোৰে কি কৰিব পাৰে, মাংস খাই হাড় পেলাব পাৰে।' মিনতিয়ে থুই পেলাইছে।

'আৰু তই নিজে তিৰোতা হৈ কি কৰিলি?'

মিনতিয়ে ঠাইতে ৰহি দিলে। 'জগুৱে দেখদেখকৈ ঘৈণীয়েকক ঘিণ কৰিছে, সি মোক কৈছে তাইৰ বেমাৰৰ কথা। কিন্তু তাই ভাল হ'লে সিও আনৰ ওচৰত নাযায়।'

'সেইটো মতা-মাইকীৰ কথা। মোক ক তই কিয় তাইক এজনী চপাই দিবলৈ ক'লি?'

মিনতিয়ে এইবাৰ উচুপিছে, 'মই জানো সি মোৰ বিপদৰ কথা চিন্তা কৰা নাই, সি মোক ঘিণ কৰিছে, মই জানো মণিৰ মা।'

তাইৰ খংটোও কোব খোৱা সাপৰ দৰে সেউ-সেউ হৈ আহিল। কেনেকৈ খং কৰে এইজনী মানুহক? উচুপি থকা মানুহ এজনীক কি খং কৰা যায়?

'তোৰ মাথা গৰম হৈছে, যা ভাত খাই শুই থাকগৈ।' তাই মুৰিৰ খোলালৈ আহিল। কেৰাহীৰ মুৰি কিটা ডেই ছাই হ'ল। তাই বালিখিনি বদলাই ল'লে। ভিতৰৰ পৰাই দেখিলে মিনতি গৈছেগৈ।

মিনতি তাৰ পৰা ওলাই জগুৰ ঘৰ পালেগৈ। সোমাওঁ-নোসোমাওঁকৈ তাই ঘৰৰ দুৱাৰমুখত থিয় হৈ থাকিল। ল'ৰাটো কেতিয়াবাই ভোকে-লঘোণে-ভয়ে লেবেজান হৈ টোপনি গ'ল। তাক কান্ধ সলাই লৈ মিনতি থিয়ডাঙা দি থাকিল। ভিতৰত জগুৱে পটাত নাৰিকল বাটি আছিল, ঘৈণীয়েকে কেৰাহীত চেনী পগাইছিল, পাঁচোটা ল'ৰা-ছোৱালীয়ে বহি বহি মাকে তৈয়াৰ কৰি দিয়া বটা নাৰিকলৰ মন্দখিনি থালত লৈ হেঁচি-হেঁচি চেপি লৈ বৰফিৰ আকাৰত কাটি ডলা এখনত মেলি থৈছে। জগুৱে দেখদেখকৈ নাৰিকলৰ বোকাখিনি পটাত বাটি মিহি কৰিব পৰা নাই। তাই চাই থাকোঁতেই এথাল সন্দেশ নুঠিলেই। জগুৰ ঘৈণীয়েকে এইবাৰ নাৰিকল বোকা বাদ দি বাতিবলৈ আহিল। মানুহজনীয়ে পটাত বহাৰ আগতে কিবা এটা কাপোৰৰ ভিতৰলৈ হাত ভৰাই ঠেলি ল'লে।

মিনতিয়ে হাচি এটা মাৰিলে। টিপ চাকি এটা জ্বলাই কাম কৰি থকা মানুহ কিটাই হঠাৎ তাইলৈ চাই ঘূৰি দিলে। তাই নীৰৱে গৈ থাকিল।

জগুৱেই প্ৰথমতে মাত দিলে, 'আহ মিনতি, বহ।' সি মূঢ়া এটা আগুৱাই দিলে।

মিনতি ঠাইতে থিয়ডাঙা দি থাকিল। জগুৰ ঘৈণীয়েকে তাইক কৈ উঠিল, 'মিনতি আহ, ছলিটোৱে ভাল পাইছেনে?'

'কি হ'ল? আকৌ গালি পাৰিবি নেকি?' কথাষাৰ কৈ গুকানী মানুহজনীয়ে ক'লা আলুপাৰি উলিয়াই হাঁহিলে।

লাহে লাহে মিনতি গৈ জগুৱে দিয়া মূঢ়াটোত বহিলগৈ। সি তাইৰ কাষ চাপি বহিছে, 'তই মোৰ ভনীৰ দৰে। বেয়া নাপাবি। আচলতে মই অলপ বলীয়া পানী পিছিলোঁ। আজিকালি মাথাটো ঠিক নথকা হৈছে। মই তোক কিবা চৰকাৰী টকা-পইচা পাই নেকি সুধিবলৈ গৈছিলোঁ।'

'চবেই কয় তোৰ বৰ ডাঙৰ মানুহৰ লগত হাত-বাট আছে। তোৰ ছলিৰ বাপেক...।' কথাষাৰ আধা কৈ মানুহজনী ভয়ে ভয়ে ৰৈ গ'ল।

মিনতি মনে মনে আছে।

'মানুহজনীক ভাল কৰিবৰ বাবে টকা-সিকাৰ কথা ক'বলৈকে মই তোৰ ওচৰলৈ গৈছিলোঁ, তোৰ হাতত ধৰি মই তাকে ক'ব খুজিছিলো, তই পাগলী হ'লি।'

'মোকো কিমান কথা ক'লি, ইমানবোৰ মানুহ আছিল।'

'মোৰো মাথাৰ ঠিক নাইকিয়া হৈছে। ছলিটো লৈ অকলে...।' মিনতিয়ে কথাকিটা শেষ কৰিব পৰা নাই।

'কিয় ইয়াৰ বাপেকে...।' মিনতিৰ ল'ৰাটো কোলাত লৈ জগুৰ ঘৈণীয়েকে কিবা এষাৰ ক'ব খুজি আকৌ মনে মনে থাকিল।

মিনতিয়ে একো কোৱা নাই। আটাইবোৰ মনে মনে আছে। সন্দেশ সজা শেষ কৰি ল'ৰা-ছোৱালীকিটা আহল-বহল বাঁহৰ চাংখনত অথালি-পথালিকৈ শুই পৰিল। মিনতিৰ ল'ৰাটোৱে জগুৰ ঘৈণীয়েকৰ কোলাত সাৰ পাই কান্দি উঠিল।

'ই ভাত খালেনে নাই?'

মিনতি মনে মনে আছে।

'ছলি থৈ পংপঙাই ফুৰ বুলিলে বলীয়া হ'ব, এই পৰলৈকে তাক ভাত দিয়া নাই, চাচোন ছলিটো কেনেকৈ মুজুৰা পৰি গৈছে।'

'খাই যা ইয়াতে এমুঠি।' জগুৱে মাত লগালে, সি সন্দেশবোৰ সাৱধানে বজাৰলৈ নিয়া কাঠৰ বাকচটোত ভৰাইছে। কামটো সি বৰ ভালকৈ কৰিছে, এটাও ভগা নাই।

জগুৰ ঘৈণীয়েকে মিনতিৰ ল'ৰাটোৰ লগতে নিজৰকিটাকো ভাত খুৱাই ল'লে। ভাত আৰু তিয়ঁহ-আলু ভজা। চৰুত ভাত কম হৈছিল, মিনতিয়ে চাউল বাছি দিলে, জগুৰ ঘৈণীয়েকে ভাতকিটা বহাই দিলে। ৰেচনৰ চাউল, শিলগুটি, পোক, ধান চব আছে। তথাপি চাউলকিটা বেয়া নহয়, চাফা কৰোঁতে অলপ যত্ন কৰিব লাগে মাত্ৰ। জগুৰ ঘৈণীয়েকে ঘৰৰ পাছফালে গৈ কিবা পাত কেইটামান ছিঙি আনিলেগৈ। গোন্ধটো তাই চিনি পালে, ভেদাই লতাৰ পাত। পাতকিটা কালজিৰা, কেঁচা জলকীয়া দি পটাত বাটি কেৰাহীত দুটোপ তেল দি অলপ লৰাই-পজৰাই ভাত বাঢ়ি কাঁহীৰ কিনাৰতে দি তাইলৈ আগবঢ়াই দিলে।

'খা মিনতি, কিনো খাবি, চাহৰ দোকান দি কোনোমতে ৰেচনৰ চাউলকিটা তোলোঁ। বাকী একোলৈ পইচা নৰয়। কেতিয়াবা ৰ'লেও বেমাৰ-আজাৰে শোহা মাৰি নিয়ে। ধাৰতে আছোঁ বুজিছ।' জগুৰ মাতষাৰ বুঢ়া মানুহৰ দৰে লাগিছে।

মিনতিয়ে ভেদাইলতা বটাৰে তৃপ্তিত ভাতকিটা খাবলৈ ধৰিলে।

'ডাক্তৰৰ ওচৰলৈ গৈছ নে নাই?' মিনতিয়ে শুকান মানুহজনীৰ চকুৰে-চকুৰে চাব পৰা নাই।

'কি হ'বনো গৈ? একেই কথা— ভাৰী কাম নকৰিবা, পটাৰ কাম নকৰিবা, দমকল নামাৰিবা। যন্ত্ৰ দি ঠেলি দিব, দুদিন পিছতে ওলাই আহিব, কয় অপাৰেচন কৰিব লাগে।' তাই বৰ মনোযোগেৰে আঙুলিৰে থালখন চুচি-চুচি খাবলৈ লাগিল।

জগুৱেও একে ধৰণেৰে থাল চুচিবলৈ ধৰিছে, 'পাঁচটা বড়ি একেবাৰতে কিনিব নোৱাৰোঁ, আকৌ হাজাৰ হাজাৰ খৰচ কৰি অপাৰেচন।'

মিনতিয়েও ক'ব নোৱাৰাকৈয়ে তাইৰো থালখন হাতেৰে চুচিবলৈ লাগিল।

এই মুহূৰ্তত দেখিলে এনে লাগে যেন এই মানুহ দুজনী আৰু মানুহটোৰ জীৱনত এটাই কাম আছে, আঙুলিৰে ভাতৰ থাল চোচা, আঙুলিকিটা মুখলৈ নিয়া, আকৌ থাল চোচা, আকৌ আঙুলি মুখলৈ, আকৌ থাল...।

ড্ৰাইভাৰণীৰ ঘৰলৈ ৰত্না আজিকালি প্ৰতিটো গধূলিয়েই যায়। তাইৰ আকৰ্ষণ হ'ল ৰঙা ৰঙৰ সৰু টিভিটো। তাইৰ গধূলি হ'লেই মনটো ইচাট-বিচাট লাগে। এসোপা ছবিয়ে তাইক হেঁচা মাৰি ধৰে। চাৰিচুকীয়া আইনাখনত ওলোৱা এজাক ধুনীয়া মানুহে তাইক হাত বাউল দিয়ে। তাই বাউলি হয়। আজিও ওলাল। বায়েকৰ মালিকনীৰ জীয়েকৰ স্কাৰ্ট আৰু টপ এটা উলিয়াই পিন্ধি ল'লে। তাই আজি চুলিকোছা বেলেগ ধৰণেৰে বান্ধিছে। আজি শুকুৰবাৰ, ৰাতি আঠ বজাত সেই চিৰিয়েলখন দিব। এটা ল'ৰা, বগা, ওখ, চুলিবোৰ অলপ বাদামী। আৰু চকুকিটা? বাদামী ৰঙৰ চকুকিটা, কেনেকৈ চাই চকুকিটাৰে, একো কথা ক'ব নালাগে। বাদামী ৰঙৰ চকুৰ ল'ৰাটো এখন বেৰাৰ কিনাৰত বৈ আছে, হাতত এপাহ ফুল। আৰু সেই ছোৱালীজনী? গাতে লিপিট খাই লাগি ধৰা ৰঙা টপ, নীলা স্কাৰ্ট এটা। গাৰ ছাল হেন হৈ থকা ৰঙা টপটো যেন এতিয়াই ফাটি পৰিব। তাত যেন সোমাই আছে দুটা পকা গোল গোল বেল। তাই খোজ কাঢ়িলে এনে লাগে এতিয়া ফল দুটা ওলাই আহি মাটিত বাগৰি পৰিব। গোলাপ ফুল লৈ থকা ল'ৰাটো বৈ থকা বেৰাখনৰ কাষেদিয়ে ছোৱালীজনী পাৰ হৈ গৈছে। বেৰাখনৰ আঁৰৰ পৰাই ল'ৰাটোৱে তাইৰ হাতত থাপ মাৰি ধৰিলে। তাই আচাৰ খাই পৰিছে ল'ৰাটোৰ গাত। গোলাপ ফুলপাহ ছিটিকি পৰিছে। তাৰ মুখখন আগুৱাই গৈছে দুটা কঁপি থকা পকা বেলৰ ফালে। বাচ, তাতে শেষ হৈ চিনাকি গানটো আৰম্ভ হৈ গ'ল। আজি কি কৰিব ল'ৰাটোৱে? হাতেৰে চুই চাবনে ছোৱালীজনীক? কি ধুনীয়া ছোৱালীজনী। বগা, ঠিক পূৰ্ণিমাৰ জোন হেন বগা। বাদামী ৰঙৰ চকুৰ ল'ৰাটো আৰু পূৰ্ণিমাৰ জোন হেন ছোৱালীজনী। তাই পাউদাৰৰ টেমাটো হাতত লৈ জোকাৰি চালে, একো নাই, শুদা হাতখনকে মুখত বোলালে।

'চব ছোৱালীৰ ইমান বস্তু পাই, মোৰহে একো নাই।' মাকে ৰত্নাক কিবা এটা ক'ব খুজিছিল। তাইৰ বেঁকা ওঁঠখন চাই একো ক'ব নোৱাৰিলে। বাপেকে তাই ওলাই যোৱা চাই কপাল চপৰিয়াই উঠিল, 'মোৰ এটা ল'ৰা থকা হ'লে আজি ঘৰতে বহি ছোৱালীয়ে টিভি চালেহেঁতেন।'

ৰত্নাৰ মাকেও জীয়েকক অলপ সময় চাই ৰ'ল। বাপেকে বকিয়েই আছে, 'মোৰ ল'ৰাটো বাচি থাকিলে ডেকা হৈ কামানি কৰিলেহেঁতেন। কিমান দিন অকণমান মাছৰ গোন্ধ পোৱা নাই। মোৰ কপালত এনে অমঙ্গলীয়া মাইকী, পেটত ল'ৰা ধৰিও মাৰি পেলায়।'

ৰত্নাৰ মাকে তলমূৰ কৰি একেমনে মূঢ়াটো ব'বলৈ চেষ্টা কৰিছে। তাইৰ ভিতৰখনত মূঢ়া ব'বলৈ চাঁচি লোৱা শলিবোৰে এবাৰ কথা উলিয়াই আনিবলৈ খোচা-বিন্ধা কৰিছে, বাৰে বাৰে আঘাতত, যন্ত্ৰণাত মানুহজনী কোঙা হৈ আহিছে, তেজেৰে তিতি টেপ্‌টেপীয়া

হৈছে। কথাষাৰ তেজত ডুব গৈছে, 'কিয় তোৰ ছোৱালীয়ে তোক কামানি কৰি খুৱাই থকা নাই? নিজৰ দুখন হাত নাই? কাম নকৰ কিয়? ফুটনীটো ক'ৰ তোৰ দৰে পাণৰ বাৰীত কাম কৰিব পৰা মানুহ এই বস্তি নাই। ছোৱালীৰ পইচাৰে বিৰী খাই অমঙ্গলীয়া মাইকীৰ কথা কয়!' শব্দবোৰ ওলাই অহা নাই। ওলাই আহিলেই...। অসুখীয়া এই দুৰ্বল দেহাত থিয় গোৰ সহ্য আৰু নহয়। শব্দবোৰে তাইক খুঁছি আছে, 'ইমানটো গোৰ মাৰিব পৰা মানুহটোৰ গাত কাম কৰাৰ শক্তি নাই? হাৰামজাদা, মাইকীৰ ওপৰত খাবি আৰু মাইকীকে গোৰ মাৰিবি, চালা কুত্তা।' তাই পিককৈ থুই এথোপা পেলালে।

ড্ৰাইভাৰণীৰ ঘৰলৈ টিভি চাবলৈ যোৱা জীয়েকক তাই এবাৰ ডিঙি মেলি চালে। বায়েকে দি যোৱা কাপোৰযোৰ তাই কাটি-কুটি কিবাখন কৰি ল'লে। ডিঙিটো কাটি লৈছে। ঢিলা কাপোৰযোৰ কাটি দিয়া ডিঙিৰে কেনে হৈ পৰিছে! তাই যেতিয়া কিবা বুটলি ল'বলৈ হাউলি দিয়ে গোটেই বুকুখন ওলাই পৰে। কি খাই তাইৰ এইটো গা হৈছে। মানুহজনী শিয়ৰি উঠিল। ঘৰৰ কামৰ নামত কুটা এগচ দুডোখৰ কৰিব নোখোজা ছোৱালীজনীয়ে ফেল কৰি স্কুল এৰাৰ পাছত কেৱল নিজৰ গাটোতে লাগি থাকে। ড্ৰাইভাৰণীৰ ঘৰত টিভি চাবলৈ যোৱাৰে পৰা তাই এই ধংটো শিকিছে। মাকৰ এষাৰ কথাও নুশুনে তাই। তাই আজি ভাত নাখাই, ড্ৰাইভাৰণীয়ে খুৱাব। ড্ৰাইভাৰৰ গাড়ী চলোৱাৰ পইচা আছে। মানুহে কয় সেইকিটা পইচাৰে ড্ৰাইভাৰৰ মদৰ খৰচো নোলায়। আচল পইচা হ'ল ড্ৰাইভাৰণীৰ। এই বস্তিত অকল ড্ৰাইভাৰণীৰ ঘৰতে ৰঙীন টিভি আছে। সেইজনী মানুহৰ ওচৰলৈ পুৰণা কাপোৰ কাটি, টান কৰি পিন্ধি ছোৱালী সদায় গধূলি গধূলি যায়, ৰাতি ন বজাত ঘূৰি আহে। মানুহজনীয়ে হাতৰ শলি, প্লাষ্টিকৰ ৰছী হাততে লৈ বৈ থাকিল। এনেকুৱা সময়তে গুৱাহাটী চহৰত থকা ডাঙৰ জীয়েকজনীলৈ মনত পৰে। তাই থকা হ'লে ভনীয়েকক কিবা এষাৰ ক'ব পাৰিলেহেঁতেন। ড্ৰাইভাৰণীৰ ঘৰলৈ যোৱাৰ কথা উঠিলেই ছোৱালীজনীকে চিঞৰ-বাখৰ কৰি উঠে, 'দে এটা টিভি কিনি, নাযাওঁ। টিভি নাচালে নহয় নেকি? কেনেকৈ সোধে মানুহজনীয়ে এইষাৰ কথা? কেনেকৈ সোধে? উত্তৰ কি আহিব জনা আছে, 'অমঙ্গলীয়া তিৰী, ল'ৰা জনম দি মাৰি পেলাব। মোৰ দাদা থকা হ'লে গাড়ী চলাই হ'লেও এটা টিভি ঘৰলৈ আনিলেহেঁতেন।' চাঁচি লোৱা শলিবোৰতে হাত থৈ মানুহজনী তলমূৰকৈ বহি থাকিল। যদি পানীয়ে খোৱা দুখন হাতে পিঠিত আহি হাত ফুৰাই থাকিলহেঁতেন, ভয় খাই থকাৰ দৰে চেপা, সৰু মাত এটাই যদি এবাৰ মাতিলেহেঁতেন, 'মা! তোৰ গা বেয়া?'

বিড়িৰ গোন্ধ এটা নাকত লগাত মানুহজনী গিৰিপ্‌কৈ উঠিল। থহৰ-থহৰ শব্দকিটা তাই কাণত নপৰিবৰ বাবে ভিতৰলৈ উঠি গ'ল যদিও শব্দকিটাই মানুহজনীক ভিতৰলৈকে খেদি গ'ল, 'কাক ক'ম একাপ চাহ দিবলৈ? মাইকী ছোৱালীৰ বাপেক মই কোনে চেনী-চাহপাত যোগাৰ দিব?'

ৰত্নাৰ মাকে টকা পাঁচটা হাতত লৈ চাহপাত, চেনী আনিবলৈ যাওঁতে ড্ৰাইভাৰণীৰ ঘৰৰ

আগেদি পাক এটা মাৰি গ'ল। সোমাব নেকি তাতে? হাতত ধৰি টানি আনিব নেকি জীয়েকক? ক'ব নেকি গলা ফুলাই ফুলাই, নালাগে টিভি চাব, আহ মোৰ লগত মূঢ়া সাজিবি। পানীয়ে খোৱা হাত দুখনে টানিয়ে আছে, আৰু দুখন হাত যোগ হওক, আহচোন বাপেৰক দেখুৱাওঁ মাইকী ছোৱালীয়ে চাহপাত-চেনী যোগাৰ কৰিব পাৰে নে নোৱাৰে। ড্ৰাইভাৰণীৰ ঘৰৰ পৰা টিভিৰ শব্দ বাহিৰ হৈছে। মানুহজনী জপনামুখতে ৰ'ল। বুকুখন ধৰ্‌ফৰাই উঠিছে। প্ৰায়ে এনে হয় আজিকালি। অলপ চিন্তা কৰিলে, দুটা কাম বেছিকৈ কৰিলে, খংটোৱে ভিতৰত হনা-খোঁচা কৰিলে বুকুখন ধৰ্‌ফৰাই আহে, মূৰটো আচন্দ্ৰাই কৰি আহে। এনেকুৱাখন হ'লেই মানুহজনীৰ মনটো দুখন পানীয়ে খোৱা হাতৰ স্পৰ্শলৈ আকুলি-বিকুলি কৰি উঠে। সেই ছোৱালীজনীক বাপেক আৰু ভনীয়েকে কেঁকোৰা খোলাদি খাব। কোনেও নাজানে মানুহজনী শোৱা বিছনাখনৰ ফটা তুলিখনৰ ভিতৰত এখন ফটা গামোচাৰ টোপোলাৰ মাজত এযোৰ সোণৰ কাণফুলি আছে। মানুহজনীয়ে দিবা-ৰাত্ৰি স্বপ্ন দেখে সেই কাণফুলিযোৰ পিন্ধি শান্ত ছোৱালীজনী এটা হাতৰ বিদ্যা থকা ল'ৰাৰ লগত ঘৰ কৰিবলৈ গৈছেগৈ। তাইৰ দৰমহাৰ পইচাৰ পৰাই সাঁচি সাঁচি কাণফুলিযোৰ বনাই থৈছে। মাত্ৰ এই ইচ্ছাটো পূৰণ হ'লেই মানুহজনী হাঁহি মুখে বুকু ধৰ্‌ফৰাই বুকু ধৰ্‌ফৰাই পৰি মৰি থাকিব।

মাকে নিঃশব্দে জপনাখনৰ ওচৰৰ পৰা আঁতৰি অহা সময়ত ৰত্না ডুব গৈ আছিল বাদামী ৰঙৰ চকুৰ ল'ৰাটো আৰু ঘোঁৰা পোৱালিটো হেন ছটফটীয়া ছোৱালীজনীৰ মাজত। ল'ৰা-ছোৱালীহাল এখন নদীৰ পাৰত। নদীৰ পাৰ'ইমান ধুনীয়া থাকে। নদীখনৰ পাৰৰ গছবোৰৰ মাজে মাজে কিছুমান বগা গাৰ বৰুণৰ, সোণালী চুলিৰ মানুহ। এইবাৰ ল'ৰা-ছোৱালীহাল এটা ৰাস্তাত। ছখন গাড়ী একেলগে গৈ থকা মিহি ৰাস্তাটো তাই উশাহ বন্ধ কৰি চাইছে। ৰাস্তাটোৰ মাজে মাজে ফুল। ফুলবোৰৰ মাজে মাজে সিহঁতহাল। তাইৰ বাহ্যিক জ্ঞান কমি আহিছে। ল'ৰাটোৱে মৰমীয়াল বাদামী চকুহালেৰে ছোৱালীজনীক চাই আছে। এখন এচলীয়া বননিত শুই আছে ল'ৰাটো। তাৰ এখন হাত ছোৱালীজনীৰ কঁকালত, আনখন হাত তাইৰ চুলিত। তাইৰ মুখখন দেখা পোৱা নাই। ল'ৰাটোৰ হাতখন ছোৱালীজনীৰ গাত বগাই ফুৰিছে। তাৰ হাতখন ছোৱালীজনীৰ গাটোৰ কোনখিনিত আছে? ৰত্নাৰ কাণ গৰম হৈ আহিছে, হঠাৎ সেউজীয়া ওখ-চাপৰ বননিখন বহল হৈ গ'ল। সেউজীয়া বননিখনত ল'ৰা-ছোৱালীহাল দুটা পখিলা, এটা মিঠা কোমল গানৰ সুৰ। আকৌ ল'ৰা-ছোৱালীহাল স্পষ্ট হৈ আহিছে। ল'ৰাটোৰ মুখখন কেঁচুৱা এটা মাকৰ বুকুলৈ সোমাই যোৱাৰ দৰে ছোৱালীজনীৰ বুকুখনৰ মাজলৈ সোমাই যাব খুজিছে। খিল্‌খিলাই হাঁহি তাই ঘূৰি দিলে। ৰত্না অবাক হৈ গ'ল। বাদামী চকুৰ ল'ৰাটোৰ বাহুত শুই এইজনী কোন? খালী পাউদাৰৰ টেমাটোৰ পৰা পাউদাৰৰ গুড়ি অকণমান মুখত সানি অহা এইজনী কোন? তাইৰ বুকুলৈ বাৰে বাৰে সোমাই আহিছে এহাল বাদামী ৰঙৰ চকু। তাই চকু মুদি চকীখনত আঁউজি দিলে। গোটেই গাটো বৈ বৈ কঁপিছে। এক অচিনাকি তীব্ৰ অনুভূতি গাত লৈ ৰত্না চকীখনতে চকু মুদি পৰি ৰ'ল। চিনাকি গানৰ সুৰটো বাজিছে।

'কি এ ৰত্না? শুই থাকিলি নেকি?'

ড্ৰাইভাৰণীৰ মাতত তাই চকু মেলিলে। মানুহজনীয়ে এযোৰ ৰঙা, তাতে হালধীয়া

কাম কৰা চুৰিদাৰ-কামিজ পিন্ধিছে। ওঁঠ-গাল ৰঙা, হাতত এজোকা ৰঙা খাৰু।

'ক'ৰবাত যাব বৌ?'

'ক'তো নাযাওঁ। মোৰ এজন আলহী আহিব এতিয়া।'

'দাদাৰ লগত আহিব?'

'তোৰ দাদা আজি বিয়াৰ ভাৰা লৈ গৈছে, দুদিন পাছত আহিব।'

'আলহীজন থাকিব?'

'জানো, থাকিলে থাকিব।'

এজন পাইজামা-পাঞ্জাবী পিন্ধা মানুহ সোমাই আহিল। মানুহজনে হাতত লৈ অহা কাপোৰৰ পেকেটটোৰ পৰা এখন হালধীয়া ৰঙৰ শাৰী উলিয়াই ড্ৰাইভাৰণীৰ হাতত দিছে।

'এইবোৰনো কিয় আনিব লাগে মামা?' ড্ৰাইভাৰণীয়ে মানুহজন বহা চকীৰ নালডালতে বহি চুলিখিনিত হাত বুলাই আছে। পিচলি গৈছে ৰঙা চুন্নী। মানুহজনে ড্ৰাইভাৰণীৰ কঁকালটো এহাতেৰে মেৰাই ধৰিলে।'

'ৰত্না, তোৰ কাৰণে মই বগা বাটিটোতে মাংস থৈছোঁ, লৈ যা।'

'নালাগে দে বৌ।' তাইৰ আৰু এখন চিৰিয়েল চাই যোৱাৰ ইচ্ছা। এইখনতো বাদামী চকুৰ ল'ৰাটো আছে।

'কাটি-বাছি মচলা কৰি দিলি, অকণমান নাখাবিনে, লৈ যা। ইয়াতে ভাত খাবলৈ ক'লোঁহেঁতেন, পিছে এতিয়া মামাক ভাত দিওঁ।' ড্ৰাইভাৰণীয়ে কথাবাৰ কৈ এনেকৈ হাঁহিলে যে মানুহজনৰ গাতে পৰি যাওঁ যাওঁ হ'ল। মানুহটোৱে এইবাৰ দুইখন হাতেৰে প্ৰায়ে গাতে বাগৰি পৰা ড্ৰাইভাৰণীৰ কঁকালটো মেৰাই ধৰিছে।

তাই অবাক হৈ মানুহহাললৈ চাই থাকিল।

'টিভিটো অফ কৰি থৈ যা ৰত্না।'

তাই অনিচ্ছাকৃতভাৱে টিভিটো বন্ধ কৰি মাংসৰ বাটিটো লৈ যাবলৈ ল'লে।

'ৰত্না।' তাই ঘূৰি চালে। ড্ৰাইভাৰণীয়ে চুন্নীখনেৰে গাটো ঢকাৰ লগতে মানুহটোৰ হাত দুখনো ঢাকি পেলাইছে। তাই মাত্ৰ দেখিলে ৰঙা চুন্নীখনৰ তলত দুখন হাত লৰচৰ কৰি আছে। ড্ৰাইভাৰণীয়ে তাইলৈ চাই তলা-চাবি এযোৰ দলিয়াই দিলে, 'বাহিৰৰ পৰা তলা মাৰি থৈ যাবি।'

'চাবি?'

'দুৱাৰৰ তলেদি সুমুৱাই থৈ যাবি।'

চাবিটো দুৱাৰৰ তলেদি সুমুৱাই দিওঁতে তাই শুনিলে, 'হাঁহি হাঁহি ড্ৰাইভাৰণীয়ে কোৱা এটা শব্দ, 'বদ্‌মাইছ'।

ৰত্না ঘৰ পাওঁতে মাক-বাপেক বহি আছিল। মাকে টান মাতেৰে কৈ উঠিছিল, 'কি কৰিছিলি তাত?'

তাই এবাৰ মাত দিয়া নাই। বাঁহীডালৰ পৰা ফটা ফ্ৰক এটা আনি পিন্ধি কাটি-কুটি

অদ্ভুত কৰি লোৱা জোখতকৈ ডাঙৰ কাপোৰযোৰ বৰ আলফুলে জাপি থ'লে। এইসাজ ফাটিলে তাইৰ আৰু কাপোৰ নাই। তাইৰ চকুৰ আগত ভাহি উঠিল এটা মুখত ঘঁহা ক্ৰীম। এজনী অপেচৰী ছোৱালী সাগৰৰ তলত গৈ মুকুতা হোৱা শামুকৰ খোলা এটাৰ মাজত ক্ৰীমটো পাইছে। ক্ৰীমটো সনাৰ লগে লগে ক'লী ছোৱালীবোৰো সেই অপেচৰী ছোৱালীজনী হৈছে। এজনী ক'লীৰ পৰা বগী হোৱা ছোৱালীক এটা ল'ৰাই ফুল দিছে, এজনীয়ে ডাঙৰ চাকৰি কৰিছে। ৰত্নাৰ চকুহালত তিৰ্‌বিৰ্ কৰি উঠিল এটা ল'ৰাৰ মুগ্ধ এহাল বাদামী চকু। চকুহাল ক্ৰীম সানি অপেচৰী হোৱা সেই খালী পাউদাৰৰ টেমাৰ পৰা কিবা অকণমান সনা ছোৱালীজনীৰ ওপৰত থৰ হৈ ৰৈ গৈছে। তাইৰ ভাগ্য বদলি হৈছে। বদলি গৈছে ভঙা ঘৰ, ফটা কাপোৰ। তাই নীলা পানীৰ মাজত ওপঙি থকা এটা জোন হৈছে। ৰত্নাৰ তেনে এটা ক্ৰীম কিনাৰ তীব্ৰ ইচ্ছা হ'ল।

ৰত্না পাকঘৰলৈ গৈছে। মাকো পাছে পাছে গৈছে।

'ভাত ৰন্ধা নাই, ঠাণ্ডা ভাত দিনৰে আছে, আলু এটা ভাজিবলৈকো...।'

'নালাগে।' তাই চাউলৰ টিংটো চাইছে, এসাঁজৰ জোখাৰে চাউল আছে। তাই ভোৰ্‌ভোৰাই উঠিল, 'এইখন ঘৰত দুসাঁজৰ জোখাৰে চাউল থাকিব?' ঘটংকৈ টিংটো বাকী তাই চাউলকিটা খৰাহীটোত বাকি ধুই ল'লে।

'ভাত ৰান্ধিবি?'

ৰত্নাই মাকক একো মাত দিয়া নাই।

'ভাতৰ লগত কি খাবি?'

ঘৰত তেল নাই, আলু নাই, দাইল নাই।'

চৰম বিৰক্তিত ছোৱালীজনীয়ে মুখ বিকটাই দি মাকক ধমকি মাৰি দিলে।,

'যাচোন একপোৱা আলু আন, জবান চলাবলৈ আহিছে।'

মাকে ছোৱালীজনীৰ মুখ ভেঙুচালিখিনি সহ্য কৰিব পৰা নাই।

'মাংসৰ তৰকাৰী আনিছোঁ চা, ঘিউ, গৰম মচলা দি ৰন্ধা মাংস, পাৰিবি খুৱাব?' তাই বগা বাটিটোৰ মুখখন আঁতৰাই দিলে, সঁচাকৈয়ে ঘিউ, গৰম মচলাৰ গোন্ধেৰে গোটেইখন ভৰি পৰিল।

ভাত বাঢ়ি তাই বাপেকক মাতিলে, মাককো মাতিলে। বাপেকে পৰম তৃপ্তিত ভাত খাইছে, গৰম ভাত আৰু ঘিউ গৰম মচলা দি ৰন্ধা মাংস। ৰত্নাৰ মাকেও ভাত এমুঠি মাংসৰ আলু এটুকুৰা ভাঙি সানি লৈছে। মুখত ভৰাব খুজি নিজে নিজে কোৱাদি কৈ উঠিল, 'ঠাণ্ডা ভাত আছিল, গৰমৰ দিন, দুপৰীয়াৰে ভাত, নষ্ট হ'ব, কাইলৈ কি ৰান্ধিম? বজাৰ বাৰো নহয়, মূঢ়া...।'

'ছোৱালীজনীয়ে ভাল মানুহৰ লগত মিলা-মিচা কৰিছে, মৰম কৰি কিবা এটা দিছে, তই মাকজনী হৈ সহ্য কৰিব পৰা নাই। মোৰ এটা ল'ৰা থাকিলে মোক সদায় এনেকৈ খুৱালেহেঁতেন।'

ৰত্নাৰ মাকে জানে ইয়াৰ পাছত কি ক'ব। ভাতখিনি এৰি তাইৰ উঠি যাবৰ মন গ'ল। কিন্তু জিভাত মাংসৰ সোৱাদ লাগিছে, নাকত ঘিউ, গৰম মচলাৰ গোন্ধ। কেতিয়াবা এই ইন্দ্রিয়বোৰে মনটো কাবু কৰি পেলায়। ৰত্নাৰ মাকেও ক'ব নোৱাৰাকৈয়ে ভাত খাই থাকিল, গৰম ভাত আৰু ঘিউ, মচলা দি ৰন্ধা মাংস। ৰত্নাৰ মাকে জীয়েকলৈ চাইছে, ফটা ফ্রকটোৱে তাইৰ দেহাটো ঢাকিব পৰা নাই। মুখখন অজলা, সৰু ছোৱালীৰ দৰে। উঠন বয়স, এই সময়ত সিহঁতে ভাল খাব খোজে, এখন ভাল পিন্ধিব বিচাৰে। ড্রাইভাৰণীয়ে আজি তাইক মাংস খুৱাইছে, কাইলৈ তাইৰ মাংস। মানুহে কিমান কি কথা কয় মানুহজনীয়ে মনৰ পৰা শংকাখিনি জোকাৰি পেলাব খুজিছে। মানুহে কিমান কথা কয়, শাখাসেন্দূৰ থকা মাইকী। দস্তুৰ মত ড্রাইভাৰে গাড়ী চলাই ইন্‌কাম কৰিছে, শুনিছে পুৰণা হ'লেও এম্বেছাদৰ গাড়ীখন নিজৰ। মালিকক দিব নালাগে। হাতৰ পইচা হাততে থাকে। মানুহে কয় ড্রাইভাৰণীয়েহে গাড়ীখন কিনি দিছে। ভগ্ন এম্বেছাদৰখনেৰে ড্রাইভাৰৰ সংসাৰ নচলে। চহৰত দেধাৰ গাড়ী হ'ল, কোনে ছাল-বাকলি এৰোৱা এম্বেছাদৰ ভাৰা লয়? সেয়া পইচা তাৰ দৰে গেলা মদাহীৰ বাবে হাতৰ মলি। দুকঠা মাটিত কাঠ-বাঁহৰ হ'লেও নিজা ঘৰ, ইংলিছ মিডিয়াম স্কুলত পঢ়া ল'ৰা, গেছৰ চুলা— এইবোৰৰ পইচা ক'ৰ পৰা আহে? মানুহে নানা কথা কয়। ৰত্নাৰ মাকৰ চকুৰ আগত ভাহি উঠিল পুৰা ফুলাম মেক্সী পিন্ধি টিফিনৰ বাকচ, পানীৰ বটল দি ৰিক্সাত উঠাই ল'ৰাক স্কুললৈ পঠোৱা মানুহজনীৰ মুখখন। ল'ৰাক ৰিক্সাত উঠাই আহি কেতিয়াবা ৰত্নাক দেখিলে মাত দিয়ে, 'আহিবিচোন ৰত্না, আজি পিংকুৰ জন্মদিন, তাৰ লগৰ ল'ৰা কেটামান মাতিছোঁ।', 'আচাৰ অলপ কৰিম, আহিবিচোন অলপ সহায় কৰি দিবি।', 'আজি চিনেমা আছে, আহিবি।' কেতিয়াবা ৰত্নাৰ ওচৰত মাকক দেখিলে কয়, 'আজি ৰত্নাই মোৰ তাতে ভাত খাব।' ৰত্নাই কৈছে ল'ৰাটো পঢ়াত ভাল। ক্লাছত প্ৰথম, দ্বিতীয় হয়। ধুনীয়া ছবিও আঁকে, প্ৰাইজো পাইছে হেনো। সেইজনী মানুহ। কিন্তু মানুহে কোৱা কথাবোৰ। সিদিনা কোনোবা দুটামানে কৈছেই, 'কি এ ছোৱালীক ড্রাইভাৰণীৰ লাইনতে দিলি নেকি? লোকৰ ঘৰত চাকৰণী থকাতকৈ এই লাইনেই ভাল, খাব-পিন্ধিব-মৌজ কৰিব।' ৰত্নাৰ মাকে একো কোৱা নাছিল।

ৰত্নাৰ মাকৰ বুকুখন ধৰ্‌ফৰাবলৈ ধৰিলে। উশাহটো যেন এতিয়াই বন্ধ হৈ যাব। বুকুখনত হাতেৰে মোহাৰি-মোহাৰি মানুহজনী যন্ত্রণাত কেঁকোৱা লাগি পৰি থাকিল। ধৰফৰাই থকা বুকুখন ভিতৰৰ পৰা আকুলি-বিকুলি কৰি উঠিছে— দুখন ফাটি চিৰলা-চিৰলি হোৱা হাতৰ স্পৰ্শৰ বাবে; এষাৰ মাতৰ বাবে, 'মা, তোৰ গা ভালে আছেনে? ইমান ক্ষীণাইছ কিয়?' বাহিৰত চিঞৰ-বাখৰ শুনি তাই চক্ খাই উঠিল। কোনোবা ভোটত জিকিছে। জীপ গাড়ী, মটৰ চাইকেল বস্তিৰ ভিতৰতো ঘূৰিছে। কাণ দুখন বন্ধ কৰি তাই শুবলৈ যত্ন কৰিলে।

# ১৭

মণিৰ আজি গৰমৰ বন্ধ খুলিছে। স্কুলীয়া কাপোৰসাজ বন্ধ দিওঁতেই ধুই ভাঁজ কৰি সি থৈ দিছিল। আজি পিন্ধিবলৈ লৈ হাঁহিম নে কান্দিম অৱস্থা হ'ল। পেণ্ট-চোলাযোৰ গাত নটা হ'ল। এনেও সৰু হৈ আহিছিল, এই কেইদিনত একেবাৰে সৰু হ'ল। মাকে পুতেকলৈ চালে সঁচাকৈয়ে ল'ৰাটো দীঘল-ডাঙৰ হৈ আহিছে। বাপেকৰ গঢ়টো স্পষ্ট হৈ আহিছে। তাইৰ চকুহাল সেমেকি আহিল।

'হ'ব দে মা, দুদিনমান পিন্ধিব পাৰিম, তই চোলাৰ দামটো দিব পাৰিবি নে? পেনৰ দাম মোৰ কণী বেচা পইচাৰে ওলাব।'

কিমান বুজন হৈছে ল'ৰাটো। সি কষ্ট নকৰা হ'লে সিহঁত প্ৰাণী দুটাই ভাতমুঠি খাই থাকিব নোৱাৰিলেহেঁতেন। সি আজিকালি তাইৰ অহা দেৰি হ'লে ভাতমুঠিও বহাই থয়। খৰিমুঠি, পাচলি দুই-এটা, কেতিয়াবা মাছো এটা-দুটা সি গোটাই থয়। কিমান ধুনীয়াকৈ বন্ধটোৰ ভিতৰতে মুঢ়া সজাৰ কামটো শিকি পেলালে। তাৰ গৰমৰ বন্ধটোত তাই ইমান দিনৰ পাছত দুটা পইচা সাঁচিব পাৰিছে।

'কণীৰ পইচাৰে কিতাপ-বহী ল'বি, পেন-চোলাৰ চিন্তা তই কৰিব নালাগে।'

টান কাপোৰসাজ পিন্ধি ওলাই যোৱা পুতেকক তাই নেদেখা হোৱালৈকে চাই থাকিল। আজি তাৰ কাপোৰসাজ কিনি আনিব লাগিব। আচলতে তাই ভবাই নাছিল কাপোৰসাজ গাত এনেকৈ নটা হ'ব বুলি। দুটামান পইচা তাই থৈছিল বাল্টি এটা আনিবৰ বাবে। পাৰিলে কালী বুঢ়ীক চছমা এযোৰ কিনি দিব বুলি তাই প্ৰায় ঠিক কৰি পেলাইছিল। কি লগিছে বা বুঢ়ীজনীৰ গাত? এটা পইচা খৰচ কৰিবলৈ টান পায়। এই বয়সতো বুঢ়ীয়ে কম উপাৰ্জ্জন কৰি থকা নাই। তাইক মুৰি ভজাৰ যোগাৰ ঠিকমতেই দি আছে। চাউল, খৰি আনকি সিদিনা এখন নতুন কেৰাহীও কিনি দিছে। তায়ো বিক্ৰীৰ আধা পইচা ঠিক মতেই দি আছে। বুঢ়ীয়ে খেপিয়াই খেপিয়াই কঁথাও চিলাই আছে। আজিকালি এশৰ তলত বুঢ়ীয়ে কঁথা চিলাই নিদিয়ে। বুঢ়ীৰ বন্ধা মুৰিৰ গ্ৰাহকৰ পৰাই বুঢ়ীয়ে কঁথা চিলাই কেইশ টকা পালে। বুঢ়ীৰ আজিকালি সপ্তাহত এবাৰ মূৰত জটা গজি আছেই, সেইদিনাও কালী ভক্তই পা-পইচা নিদিয়াকৈ নাথাকে। জটা গজি জক উঠাৰ পাছত মানুহজনীৰ যে কি অৱস্থা এটা হয়। তাইৰ বুকু ভেদি হুমুনিয়াহ এটা ওলাই আহিল। ওঁঠ নীলা পৰি আছে, পাতল দেহাটো এচটা ফটা কাপোৰৰ দৰে লেউ-সেউ হৈ পৰে, হাত-ভৰি চেঁচা পৰি যায়। মুখত পানী এটোপাও নিদিয়াকৈ এদিন-এৰাতি কালীমা লম্ভাৰ পাছত তাইৰ সদায়ে ভাব হয় বুঢ়ী আৰু নাবাচিব। কিন্তু ঠিক বুঢ়ী আকৌ উঠি বহে। ভাল হৈ সদায়ে একেবাৰ

কথাকে কয়, মায়ে মোক নিবৰ হোৱা নাই। কি কৰে বুঢ়ীয়ে পইচাৰে? চছমাৰ নালডালকে ঠিক নকৰে। তাই একেবাৰে মন বান্ধি পেলালে, বুঢ়ীক নতুন চছমাৰ ফ্ৰেম এটাকে কিনি দিব।

তাই আনদিনাতকৈ বেছি খৰখেদাকৈ কামখিনি সামৰি পেলালে। মিনতিৰ ঘৰত সোমাই যাব লাগিব। তাই বা আজি বজাৰলৈ যায় নে নায়ায়? নগ'লেও লৈ যাব লাগিব। পেন-চোলাযোৰ কিনোতে তাই নহ'লে নহ'ব। দোকানীৰ ঘৰত দৰ-দাম কৰিব পাৰে তাইহে। বুঢ়া দোকানীৰ দোকানতে কিনিব লাগিব। বুঢ়াই হৰেক-কিচিম কাপোৰ ৰাখে, দামো আন দোকানতকৈ কম। বুঢ়াজনক সদায় দেখি দেখিয়েই চাগৈ কিবা নিজৰ যেন লগা হৈছে। বৰ হাঁহি-তামচা কৰি থাকে, মাত-কথাতো হেনা-হুচা নাইকিয়া হৈছে। তাইক মাতে বোৱাৰী বুলি। মাৰোৱাৰী বুঢ়াটোৰ মুখত বোৱাৰী শব্দটো বৰ ভাল লাগে। বিজতৰীয়া ছোৱালী বিয়া কৰোৱা বাবে পুতেকক এৰি দিয়া ঘৰখন পোৱা হ'লে বোৱাৰী বুলি মাতোঁতা নিশ্চয় থাকিলহেঁতেন। অলপ দিনৰে পৰা বুঢ়াটোৰ মুখখন শুকাই থকা হৈছে, হাঁহি-তামচা দূৰৰ কথা ভালকৈ দাম-দৰো কৰিব নোখোজা হৈছে। দোকানখনৰো কিবা শ্ৰী নোহোৱা হৈছে। কেইবাটাও থাক খালী হৈ পৰিছে। নতুন মাল নায়েই বুলিব পাৰি।

দুৱাৰখন তলা মাৰি তাই হাতত মূঢ়াকিটা লৈ ল'লে। মূঢ়াকেইটা চকুত লগা হৈছে, বেছ মজবুতো হৈছে। ল'ৰাটোৰ হাতৰ মূঢ়াকেইটা বাটতে বিক্ৰী হয়, বাপেকৰ হাতখন পাইছে। মূৰত মুৰিৰ টিংটোও তুলি ল'লে। এবাৰ বুলেনহঁতৰ ঘৰতো মাত দি যাব লাগিব। সুমলাক আজিকালি ঔষধ খুৱাব নালাগে। দুই এখন কামো কৰে। গাটোও ধোৱে। মূৰটোও আঁচোৰে। বুলেনে কামৰ পৰা আহি মাজে মাজে বঢ়া ভাত, পৰিষ্কাৰ ঘৰো পায়। ল'ৰাটোও স্কুললৈ যাব পৰা হৈছে।

মণিৰ মাক প্ৰথমতে জোনৰ মাকৰ ঘৰত সোমাল, মূঢ়া-কিটা, মুৰিৰ টিংটো নমালে।

'কি এ মণিৰ মা, আহিলিয়ে নেকি? মোৰ হোৱাই নাই।'

'সোনকালতে আহিলোঁ দে, মিনতি যাবনে নাই?'

'যাব চাগৈ, কালি ৰাতি দুপৰলৈ মোৰ ইয়াতে মূঢ়া আৰু কাগজৰ ঠোঙা বনাই আছিল।'

'কিয় তোৰ তাত আছিল?'

'তোক কোৱা নাই?' জোনৰ মাকৰ চকুকিটা বহল হৈছে, মাতটো বহি গৈছে।

'দুৰাতি সি আহিছিল।'

'তাই দিছে কাৰণেহে আহিছে, তাতেনো তোৰ তাত ৰাতি খপিবলৈ কি হ'ল?' মিনতিৰ ৰাজকোঁৱৰটোৰ কথা উঠিলেই তাইৰ খং উঠে।

'সি আলফা হ'ল নহয়।'

'আলফা?' জোনৰ মাকে ফুচ্‌ফুচাই কোৱা শব্দকিটা শুনি তাই আচৰিত হ'ল।

'মনে মনে থাক বেঙী।'

'নতুন আন্দোলন কৰা পাৰ্টি নেকি?' তাইৰ চকুত ভাহি উঠিল এখন থেপ্‌থেপীয়া

গুৰনি, এডাল গছত ওলোমাই থোৱা মানুহৰ হাত-ভৰি-মূৰ এটা কেঁচুৱাৰ সমানে কটা এটা সৰু কোমল দেহা। তাইৰ গাটো জিকাৰ মাৰি মাৰি উঠিছে।

'কি কৰিছ মণিৰ মাক?' হাতত এমোনা ঠোঙা আৰু তিনিযোৰা মূঢ়া লৈ মিনতি জোনৰ মাকহঁতৰ ঘৰলৈ সোমাই আহিল।

'আহিলি?' জোনৰ মাকো মুৰিৰ টিন লৈ ওলাই আহিল। তাইৰ হাতৰ মোনা এটাত ইলাচী নেমু টেঙা অলপ। জোনৰ বাপেকে আগতে গছৰ কলম, পুলি, গুটিৰ ব্যৱসায় কৰিছিল। এতিয়া ঘূৰিব নোৱাৰে বাবে এই মাখি মৰা, এন্দুৰ মৰা দৰবৰ ব্যৱসায়ত লাগিল। তেতিয়াই কেইবাবিধো ফলৰ গছৰ লগতে এই নেমুজোপাও লগাইছিল। এটোপ ৰস পৰিলেই ঘৰটো মহমহাই যায়। এইখিনি সময়তে ডাল ভৰি ভৰি লাগে, জোনৰ মাকেও দুটা পইচা পায়। নেমুকিটা উলিয়ালেই বজাৰত থপিয়াথপি লাগে। তাই চাৰিটা নেমু মোনাৰ পৰা উলিয়াই মণিৰ মাকক দিছে।

'এই কেইটা থৈ দে, বজাৰত ওলোৱাৰ পাছত আৰু নাথাকিব।'

'নালাগে দে গোটেইকিটা।' তাই দুটা হাতত লৈছে।

'হ'ব দেচোন, তোক নেমু চাৰিটা দিব পাৰিম, ভঙা হ'লেও মূৰৰ ওপৰত চালি এখন আছে, বেমাৰে ধৰিলেও মূৰৰ ওপৰত মানুহ এটা আছে।'

'দে, তেনেহ'লে।' নেমুকিটা আগবঢ়াই দিয়া মানুহজনীৰ পকা জামু বৰণৰ মুখখনত জিলিকি থকা আধলিমান সেন্দূৰৰ ফোঁটটোৰ তৃপ্তিখিনিলৈ তই অলপ ঈৰ্ষাৰে চালে।

'এই মূঢ়াৱালী, এইফালে আহচোন।' ছোৱালী এজনীৰ মাতটো শুনি তাই মূৰৰ পৰা মুৰিৰ টিংটো নমাই ৰ'ল। ৰাস্তাৰ কিনাৰৰ ঘৰ এটাৰ পৰা মাত দিছে। তিনিওজনী গে'টৰ মুখত থিয় হ'লগৈ। মণিৰ মাকৰ দুযোৰা মূঢ়া তৎক্ষণাত বিক্ৰী হৈ গ'ল। ৰাস্তাত খোজ দি তাইৰ ক'বৰ মন গ'ল, 'বাপেকটো নোহোৱা হ'ল কি হ'ল? মূৰৰ ওপৰত লাওৰ আগ বঢ়াদি বঢ়া ল'ৰা এটা আছে।' মিনতিৰ ক'লা পৰা মুখখন চাই নক'লে।

'কি হ'ল এ মিনতি?' বান্ধি অনা টোমৰ হাঁহ যেন হৈ আছ কিয়?'

'মোৰ বৰ ভয় হৈছে অ' মণিৰ মা।'

'কিহৰ ভয়?'

'তালৈ।'

'তোক খুলি খুলি খালে, তই তাক আকৌ বিছনাত তুলিছ।'

'কোনে ক'লে তাক বিছনাত তুলিছোঁ বুলি?'

'অহা নাই সি তোৰ তালৈ?'

'তাই মোৰ ঘৰত আছিল।' জোনৰ মাকৰ মুখখন গহীন হৈ গৈছে, 'সি আহিলে মই আৰু তোক ৰাখিব নোৱাৰোঁ, মোৰো সংসাৰ এখন আছে।'

'সি আহিলে তই উলিয়াই দিবি, কি দিছে তোক সি? জ্বালাৰ পাছত জ্বালা। দলিয়াই দিবি তাৰ পইচাৰে কিনা বস্তু।'

'মণিৰ মা, সি এইবাৰ আহোঁতে গাত হুঁচ নোহোৱা জ্বৰ লৈ আহিছিল। গোটেই গাত জোকে খোৱা ঘাঁ।'

'ক'ৰপৰা আহিছিল সি?'

'পাহাৰত ট্ৰেইনিং লৈ আহিছিল।

'কিহৰ ট্ৰেইনিং?'

'মানুহ মৰাৰ। মানুহ মৰাৰ হেজাৰটা উপায় সি শিকি আহিছে। সি বোমা বনাই মানুহ মাৰিব, বন্দুক চলাই মানুহ মাৰিব, এশ এটা মানুহ মৰা বুধি শিকি অহা তালৈ মই ভয় নকৰিম?' মিনতিৰ কথাবোৰ জ্বৰ উঠা মানুহৰ দৰে হৈছে।

'মানুহ মাৰি সি কি কৰিব? আন্দোলন কৰি, সেইবোৰে জাকে জাকে মানুহ মাৰি ৰাজপাটত উঠিল, ইহঁতে আকৌ মানুহ মাৰি কি কৰিব?'

'মই নাজানো অ' মণিৰ মা। মাত্ৰ ইয়াকে বুজিছোঁ তাৰ পাৰ্টিৰ মানুহক তেজ লাগে আৰু টকা লাগে। বৰ ভয় সোমাইছে মোৰ।'

'তই তাক এইবাৰো বিছনাত তুলিছিলি নেকি?' জোনৰ মাকে সুধিছে।

'মই দেখোন তোৰ ঘৰতে আছিলোঁ। সি মানুহ মাৰি আহিছিল। তাৰ বেগত সুমুৱাই থোৱা কাপোৰত মই তেজ দেখিছিলোঁ, মানুহ মৰা হাতেৰে...।' তাই যেন এতিয়াও হাতত লৈ আছে এসোপা তেজ লগা কাপোৰ, এটা তেজ লগা কাপোৰ পিন্ধা মানুহ তাইৰ আগত থিয় হৈ আছে। মানুহজনী শেতা পৰি আহিছে।

'সি তোৰ গাত হাত দিব খুজিছিল নে? সেইবাৰ ভোটৰ সময়ত আহোঁতে তোক সি কেইবাৰাতিও নিয়া নাছিল?'

'নিছিল, মই গৈছিলোঁ, মই ভুল কৰিছিলোঁ জোনৰ মা।'

'মই সোধা কথাটোৰ উত্তৰ নিদিয় কিয়?'

'নাই বিচৰা, সেইসোপা বিছনাৰ তলত ভৰাই, হাতত বন্দুক লৈ সি মদ খাই গোটেই ৰাতি লাং খাই পৰি আছিল। বমি কৰি গোটেইখন উটাই দিছিল।'

'দিনত সি ক'লৈ গৈছিল?'

'ক'ব নোৱাৰোঁ।'

'মানুহ মাৰিবলৈ অনা বস্তুবোৰ সি ক'ত থৈছিল?'

'বিছনাৰ তলত সুমুৱাই থোৱা বেগত।'

'দিনত সি...।' মণিৰ মাকৰ মনলৈও মিনতিৰ ভয়খিনি সোমাই আহিছিল।

'ক'ব নোৱাৰোঁ মণিৰ মা, ৰাতি কেইটামান ল'ৰা আহি তাক লৈ গৈছিলহি, মই এটা কথাই বুজিছিলোঁ সিহঁতে টকা আৰু মানুহ মৰাৰ কথা পাতিছিল।'

বজাৰৰ ওচৰ পাই তিনিওজনীৰ মুখলৈ যেন অলপ তেজ আহিল। চিনাকি পৰিবেশ, মানুহেৰে শুকুৰবৰীয়া বজাৰ গম্‌গমাই আছে। তাতে যোৱা মঙ্গলবাৰৰ বজাৰৰ দিনা পুৱা আঠমান বজাতে আকাশ ক'লা কৰি যিজাক বৰষুণ নামিলে, বজাৰখন নবহিলেই।

তিনিওজনী নিজৰ নিজৰ ঠাইত বহিলগৈ। দৰ-দাম, বিক্ৰী, মানুহ-দুনুহৰ মাজত অলপ আগতে সিহঁতক পাই বহা ভয়খিনি ক্ৰমে ক্ৰমে গলি গ'ল।

বেহা সামৰি তিনিওজনী বুঢ়াৰ কাপোৰৰ দোকানৰ ফালে আহিল। মণিৰ মাকৰ বুকুখন ধপ্‌ধপাই আছে। আজি তাই প্ৰথমবাৰৰ বাবে ইমান বেছি পইচাৰ বস্তু এটা কিনিব। বুঢ়াৰ দোকানখন কিবা আৰু খালী খালী লাগিছে। বুঢ়া গাদীৰ এচুকত বহি আছে। সিহঁত তিনিওজনীয়ে বুঢ়াৰ ওচৰতে বহিলগৈ। দোকানখনত কিবা সাৰ-সুৰ নোহোৱা যেন লাগিছে। কিন্তু আজি দোকানখনত আনদিনাতকৈ বিক্ৰীদাৰ বেছিহে আছে। সদায় দেখা মানুহকিটাৰ উপৰিও আৰু কেইবাটাও অচিনাকি মানুহো আছে। কাৰো কাপোৰ দেখুওৱাত আগ্ৰহ নাই। সিহঁত কিজনী অলপ সময় বহি থাকিল। 'কি লাগে?'— চিনাকি প্ৰশ্নটো কোনো এটাৰে পৰা অহা নাই।

'ছাৰ্ট-পেণ্ট এযোৰা চাওঁচোন।' জোনৰ মাকে মাত লগালে। তথাপি কোনো এটা আগবাঢ়ি অহা নাই। আগতে হোৱা হ'লে ব্লাউজ এটা কিনিবলৈ গ'লেও কত প্ৰশ্ন— কি ৰং ল'ব? কি কাপোৰ? কি ছাইজ? কেনেকুৱা হাত? আজি বা কি হ'ল এইগালৰ।

'আজি বিক্ৰী-বাৰ্তা নাই।' এটাই গহীন মাতেৰে চুক এটাৰ পৰা কৈ উঠিল।

'কিয়? দোকান খোলা ৰাখিছ কিয়? নে আনি পইচা নিদোঁ বুলি ভাবিছ?' জোনৰ মাকৰ মাতটো উতলি আহিছে।

'কি লাগে সোনকালে দি দে।' গাদীৰ এচুকত বহি থকা পকাচুলীয়া বুঢ়াই মাত দিলে। বুঢ়াটোকো কিবা বেলেগ বেলেগ লাগিছে। আনদিনাৰ দৰে সিহঁতক বোৱাৰী, ভতিজী বুলি মাতি হাঁহি-তামচা কৰা নাই। জোনৰ মাকে বিক্ৰীৰ বাবে উলিওৱাৰ আগতেই তিনিটা নেমু বান্ধি থৈছিল, বুঢ়াক দিবৰ বাবে। বুঢ়াই হস্কিলে-মস্কিলে তাইক বহুত সহায় কৰিছে, পইচা দিব নোৱাৰিলে বাকীতো কাপোৰ-কানি দিছে। বুঢ়াৰ গোমোঠা চেহেৰা দেখি তাই নেমুকিটা উলিয়াবলৈ সাহস নকৰিলে আৰু মনো নগ'ল। থম্‌থমীয়া দোকানখন সিহঁত এজনীৰো ভাল লগা নাই। তথাপি চাই-চিতি পেন-চোলা এযোৰ লৈ বান্ধি সিহঁত কিজনী যাবলৈ বুলি উঠিল।

উঠোঁতেই সিহঁতে দেখিলে দুখন মটৰ চাইকেলত চাৰিটা ল'ৰা আহি দোকানৰ মুখত ৰ'লহি। সিহঁত কিজনীৰ চকুৰ আগতে লাঠি, দা, লোহাৰ ৰড লৈ বুঢ়াৰ দোকানৰ পৰা প্ৰায় দহ-পোন্ধৰটা মানুহ ওলাই দোকানলৈ সোমাই অহা ল'ৰা চাৰিটাক খেদি গ'ল। মণিৰ মাকহঁত কাপোৰৰ আলমাৰী এটাৰ কিনাৰেৰে থকা দুৱাৰখনেদি সোমাই গৈ গুদাম এটাত সোমালগৈ, গাঠ-গাঠ কাপোৰৰ মাজত সিহঁত চেপেটা লাগি সোমাই পৰিল, খোলা দুৱাৰখন মাৰি ল'বলৈ এজনীৰো সাহ হোৱা নাই।

বুঢ়াৰ মানুহকিটাই দা-কুঠাৰ লৈ খেদি যোৱা দেখি ল'ৰাকিটাই বন্দুক উলিয়াই ল'লে, দুটা ইতিমধ্যে মটৰ চাইকেলত উঠি সেইখিনিৰ পৰা নোহোৱা হ'ল। বাকী থকা দুটাৰ বন্দুকৰ গুলীত বুঢ়াৰ দুটা পুতেক আৰু তিনিজন কৰ্মচাৰী পৰি গ'ল। অলপ আগতে

সিহঁত কিজনী বহি থকা ঠাইখিনিত তেজেৰ ডোঙা বান্ধিলে।

গুদামৰ ভিতৰেদি 'ডকাইত, ডকাইত' বুলি চিঞৰি কেইটামান মানুহ দৌৰি গ'ল। ব্লাউজ আৰু পেটিকোটৰ দ'ম এটা বাগৰি পৰিল। এইটো দ'মৰ গাত লাগি থকা আৰু দুটামান কাপোৰৰ দ'ম সিহঁত কিজনীৰ গাতে বাগৰি পৰিল, কাপোৰবোৰ ফাহ্-ফাহ হ'ল। তিনিওজনী থক্থক্কৈ কঁপিছে। এজনীৰো মুখৰ মাত নাই। হাতেৰে কাপোৰবোৰ আঁতৰাবলৈ চাওঁতে আৰুহে খহি খহি পৰিছে।

আজি বহুত দিনৰ মূৰত মণিৰ মাকক আকৌ সেই পাতলীয়া আন্ধাৰখিনিয়ে মেৰিয়াই ধৰিছে। এবাৰ অলপ পোহৰ দেখে, আকৌ আন্ধাৰ। মানুহজনী এটা শুকান কল-ঠকৰাৰ পুখুৰীত ডুব গৈছে। এই পুখুৰীটোত কোনোবাই জুই লগাই দিব, সৌকিটা মানুহ কাষেদি পাৰ হৈ গ'ল, কোনোবা কেটামান শুকান কল-ঠকৰাবোৰ খুঁচি-খুঁচি চাইছে, দমদমাই জ্বলা একুৰা জুই, এটা বন্ধ ঘৰৰ ভিতৰত দুটা মানুহৰ মৰণ কাতৰ চিঞৰ। পাতলীয়া আন্ধাৰখিনি এবাৰ ডাঠ হৈছে, এবাৰ পাতল হৈছে। মণি, ক'ত আছে মণি? তাই হাতৰ পেণ্ট-চোলাবোৰ খামোচা মাৰি মাৰি ধৰিছে।

বুঢ়াৰ দোকানৰ মানুহকিটাক গুলীয়াই ল'ৰাকিটা মটৰ চাইকেলত উঠিছে। দোকানৰ মানুহকিটাই পাছে পাছে খেদি গৈছে। সিহঁতবোৰে বহি যোৱা মাতেৰে যিমান পাৰে সিমান চিঞৰিছে।

'ডকাইত, ডকাইত।' বাহিৰৰ দোকানবোৰৰ পৰাও মানুহবোৰ ওলাই ওলাই আহিছে। কেউফালে বাঁহত সাপ বা মেকুৰী সোমোৱা কাউৰীৰ দৰে মানুহবোৰে চিঞৰ-বাখৰ কৰিছে। এখন পাণ দোকানৰ আগেদি মটৰ চাইকেলখন পাৰ হৈছে। পাণ-দোকানীজনে পাণ তিয়াবলৈ থোৱা বাল্টিটোকে চলাই থকা ল'ৰাটোৰ গালৈ মাৰি পঠিয়ালে। আকস্মিক আক্ৰমণত মটৰ চাইকেলখন চলাই থকা ল'ৰাটো পৰি গ'ল। পাছৰটোৱে পৰি যোৱা মটৰ চাইকেলখনৰ পৰা জঁপ মাৰি নামি বন্দুক উঠাই থিয় হ'ল। চালকৰ আসনত থকা ল'ৰাটোৱে তাক কিবা কোৱাৰ পাছত সি গুচি গ'লগৈ। বলীয়া হাতী এটাক বাট এৰি দিয়াদি মানুহবোৰে বন্দুক লোৱা ডেকাটোক ৰাস্তা এৰি দিলে। মাটিত পৰি যোৱাটো উঠিব খোজোঁতেই কোনোবা এটাই পৰি থকা পাণৰ বাল্টিটো তাৰ মূৰলৈ মাৰি পঠিয়ালে। ইতিমধ্যে বুঢ়াৰ পুতেক এটা আৰু কৰ্মচাৰী এটা মৰাৰ খবৰ, আৰু বাকীকেইটা ঘাইল হোৱাৰ কথা উত্তেজিত মানুহৰ জুমটোৰ মাজত জনাজনি হৈ গৈছে। মানুহবোৰে খংখিনি বাল্টিৰে মূৰত দুখ পাই থকাটোৰ ওপৰতে জাৰিবলৈ আৰম্ভ কৰিলে। পাঁচ মিনিট হ'ল কি নহ'ল বিভিন্ন ধৰণৰ আঘাতত ল'ৰাটো মৰি থাকিল।

আধা ঘণ্টামানৰ ভিতৰতে পুলিচ আহি পালে। তিনিটা লাচ পুলিচ ভানত উঠাই লোৱা মানুহবোৰে বোবা হৈ চাই থাকিল। ল'ৰাটোৰ হাতত গ্ৰেণেড আছিল। ব্যৱহাৰ কৰিবলৈ সুবিধা নাপালে। মানুহবোৰে আতংকত ইফালে-সিফালে থুপ খাই খাই কথা পাতিবলৈ ধৰিলে। মুহূৰ্ততে জমাজনি হ'ল এইটো এটা নতুন সংগঠন। বুঢ়াক পইচা

খুজিছিল। আজি দিয়াৰ দিন আছিল। কোনোদিনে এই ধৰণৰ ভাবুকি বা অন্যায় দাবীৰ সন্মুখীন নোহোৱা বুঢ়াই নতুন ধৰণৰ ডকাইতকিটাক মাৰিবলৈ দোকানত মানুহ গোটাই থৈছিল। আটায়ে বুজিছে বুঢ়াই এই কাম ভাললৈ নকৰিলে। দূৰত দুখন মটৰ চাইকেল দেখি মানুহবোৰে ফাঁই-ছিটিকা দিলে। 'আকৌ আহিছে', 'আহি গ'ল', আদি চিঞৰ-বাখৰ অকণমান হৈ ৰাস্তাটো শূন্য হৈ পৰিল। ইতিমধ্যে পুলিচ-মিলিটেৰীয়ে ঠাইখিনি ঘেৰি পেলালে।

বুঢ়াৰ অন্দৰ-মহলত কান্দোনৰ ৰোল উঠিছে। সিহঁত কিজনীৰ গাৰ কাপোৰবোৰ কোনোবাই আঁতৰাই দিছে, ইতিমধ্যে সিহঁতে নিজেও বহখিনি আঁতৰাইছে। জোনৰ মাকক মাজত লৈ তিনিওজনী বুঢ়াৰ দোকানৰ পৰা তেজৰ ডোঙা ডেই ওলাই আহিল, সিহঁতৰ শাৰীৰ তলখন তেজেৰে লেট-পেট হ'ল। ৰাস্তাৰ কলত চৰকাৰী পানী আহিছে। জোনৰ মাকে মণিৰ মাক আৰু মিনতিক মূৰে-মুখে পানী ছটিয়াই দিলে, নিজেও নাকে-চকুৱে মাৰিলে। মণিৰ মাকে চকু মেলিছে। তাই খামোচা মাৰি ধৰি আছে গেন্ট-ঢোলা-মোৰা। সিহঁতে শাৰীৰ তলখিনিও ধুই ল'লে। তাৰ পাছত বেগা-বেগিকৈ তাৰ পৰা আঁতৰিব খোজোঁতেই পুলিচ এটাই আহি সিহঁতৰ মূৰিৰ টিনৰ পৰা হাতৰ পইচালে চব খুঁচৰি-খুঁচৰি চাই এৰি দিলে।

ৰৰ খৰকৈ খোজ কাঢ়িছে সিহঁতে। আজি ৰাস্তাবোৰ শূন্য। প্ৰায়বোৰ মানুহেই ঘৰ সোমাইছেগৈ। এটা নতুন আতংকত মানুহবোৰ চেপেটা লাগিছে। সকলোৱে বুজিছে এয়া আৰম্ভণীহে। কিছুমানে বুঢ়াক দোষাৰোপ কৰিছে, খোজা পইচাকিটা দি দিলেই হ'ল, এতিয়া কি হ'ল? কিছুমানে কৈছে ভাল কৰিছে, ভৱিষ্যতে আন মানুহৰ ওচৰলৈ নাযায়। লাখৰ হিচাপত টকা খোজে, উপাৰ্জন কৰকচোন টকা এশ।

বিজাৰ্ভৰ ওচৰ পাই গছৰ ছাঁত সিহঁত অলপ বহিল। প্ৰায় দৌৰি অহাৰ দৰে আহিছিল, বুকু ধপ্‌ধপাইছে, গা ঘামেৰে তিতি জেব্‌জেবীয়া হ'ল।

'এইটো তাৰ লগৰবোৰৰে কাম।' মিনতি মানুহজনী যেন ভয়ত কোঁচ খাই আহিছে। তহঁতে চাবি ইহঁতে আৰু কি কৰিব, মানুহ মৰাৰ হবেক-কিচিম বুধি শিকিছে সিহঁতে। কোব এটা মাৰিলেই মৰা মানুহক মৰাৰ ইমান বুধি।'

'বুঢ়াৰ পৰা টকা বিচাৰিছিল কিয়? কি কৰিব ইমান টকাৰে?' জোনৰ মাকৰ মুখখন কেঁহেৰাজ বৰণৰ হৈছে।

'কি কৰিব?' মানুহ মাৰিবৰ বাবেই সিহঁতক টকা লাগে, ব'ল ব'ল যাওঁ।' মিনতিক কিবা এটাই কামোৰ মাৰি দিয়াৰ দৰে জাঁপ মাৰি উঠিল, 'ব'ল এ যাওঁ।' মিনতিয়ে দৌৰ মৰাদি যাবলৈ ধৰিলে। তাইৰ লগত ইহঁত দুজনীয়ে তাল মিলাব পৰা নাই। অলপ দূৰ গৈ দেখিলে বস্তিৰ ফালৰ পৰা বহুতকেইটা মানুহ এইফালে আহি আছে। বুলেন, জোনৰ বাপেক, মণি, নবীন, জগু, কালী বুঢ়ী। আটাইবোৰৰে মুখবোৰ ক'লা। সিহঁত কিজনীক দেখি কালী বুঢ়ীয়ে হাতযোৰ কৰি প্ৰণাম কৰিলে, 'মা, তই ইহঁতক ৰক্ষা কৰিলি।' জোনৰ

মাক আৰু মিনতিয়েও হাতযোৰ কৰিলে। তাইৰ হাত দুখনো নিজে নিজে যোৰ হৈ গ'ল। মণি আহি মাকৰ ওচৰত থিয় হ'লহি। সি আজিকালি আগৰ দৰে মাকক লেউ-সেউ হৈ গবা মাৰি নধৰে। তাই জানে তাক মানুহৰ আগত গালে-মুখে হাত ফুৰাই দিলে সি আজিকালি ভাল নাপায়। তাই নীৰৱে পুতেকৰ হাতত পেণ্ট-চোলাযোৰ তুলি দিলে। গোটেইখিনি মানুহ গৈ কালী বুঢ়ীৰ চোতালত বহিলগৈ। জোনৰ মাকে কালী মাৰ আগৰ চাকি কিগছ জ্বলাই দিলে। অলপ পাছত আটায়ে দেখিলে মূৰত মস্ত জটা লৈ কালী বুঢ়ী ওলাই আহিছে। বুঢ়ীয়ে আহি কালীমাৰ মূৰ্তিৰ আগত আঁঠু ল'লে।

আঁঠু লৈ মানুহখিনি উঠিবলৈ পালে কি নাপালে কেউপিনে চেপা হাল্লা এটা লাগি গ'ল। আৰ্মি আহিছে। সঁচাকৈয়ে চবেই দেখিলে নদীৰ পাৰত থকা জৰী গছজোপাত ভেজা দি থকা ঘৰটো মিলিটেৰীয়ে ঘেৰি লৈছে। হৰি ভঙুৰাৰ হাত লৰ পুতেকটোক সিহঁতে গাড়ীত উঠাই লৈ গ'ল। ভাল-বেয়া কোনেও একো কোৱা নাই। মাত্ৰ জোনৰ মাকে অলপ ডাঙৰকৈয়ে তাইক ক'লে, 'মণিৰ মা, ভগৱান আছে বুজিছ, ভগৱান আছে।

'এৰা তহঁতি যে বাচি আহিলি।' নবীনে মাত দিলে।

'পাপ কৰিলে শাস্তি আছেই, জোনৰ মা।' তাই কথাকিটা বৰ লাহে লাহে ক'লে।

বুঢ়াৰ দোকানখনলৈ চকু পৰি তাইৰ গাটো কিবা লাগি আছিল। কেনেকৈ উচন গ'ল বুঢ়াৰ পৰিয়ালটো। সেইবাৰ সিহঁত টকা নিবলৈ আহোঁতে মাজুটো ল'ৰা মৰিলে। গোটি খোৱা মানুহ আৰু বুঢ়াৰ মানুহ লগ লাগি সিহঁতৰ এটাও মৰিল। তাৰ এসপ্তাহ গ'ল কি নগ'ল গাদীতে বুঢ়াৰ সৰু পুতেকটোক মাৰি থৈ গ'ল। তাৰ পাছত পুৰা চাৰিবাৰ আক্ৰমণ কৰি বুঢ়াৰ পৰিয়ালৰ ছজনকৈ মানুহ মাৰিলে। বুঢ়া দোকান সামৰি দেশলৈ গ'লগৈ। এতিয়া সিহঁতৰ সংগঠনৰ নাম শুনিলেই মানুহ বাঁহপাত কঁপাদি কঁপে। এখন সৰু চিঠি হাতত পৰিলেই মোটা অংকৰ টকা সিহঁতৰ ভৰিত দি আহেগৈ।

আজি মণিৰ মাকৰ বজাৰত অলপ দেৰি হ'ল। মুঢ়া পাঁচযোৰ আনিছিল। এযোৰ বাকী আছিল। সেইযোৰৰ আশাতে তাই বোন্দাপৰ দি বহি থাকিল। অৱশ্যে মুঢ়াযোৰ বিক্ৰী হ'ল। মিনতি, জোনৰ মাকঁহঁত গ'লগৈ, ঘৰত কেঁচুৱা ছলি এৰি আহিছে। সিহঁতৰ ল'ৰা-ছোৱালীৰ *ঠেনঠেন*-মেনমেন শেষ হোৱাই নাই। তাইৰ হে ল'ৰা বুজনটো হৈছে। চবেই মণিৰ প্ৰশংসা কৰে। এনে ল'ৰা হেনো সাধি সাধিহে পায়। মাকৰ দুখ কিমান বুজে! সি সংসাৰখন ধৰিছে বুলিহে জীৱ দুটা টিকি আছে। কেইটা সৰু ল'ৰাই মাকৰ থালত কি আছে কি নাই চাই? নিজে খোৱাত লাগে, পাৰিলে মাকৰ পৰা লয়হে। মাকজনী গৈ নোপোৱালৈকে কেনেকৈ বৈ থাকেহি আলিমূৰত। পঢ়া-শুনাতো ভাল, ইমান কষ্টৰ মাজতো ল'ৰাটোৱে মন দি পৰিছে। যি কামকে কৰক মনপুতি কৰে। তাৰ নতুন ক্লাছ আৰম্ভ হৈছে, কিতাপ-পত্ৰ লাগে। মুঢ়া কিযোৰ বিক্ৰী কৰি তাইৰ বুকুখন অলপ ডাঠ হ'ল। পইচাকিটা ওলাল যেতিয়া ল'ৰাটোৰ খা-খৰচৰ বাবে চিন্তা নাই। আকৌ বা কেতিয়া বজাৰ বহে! ক'ব নোৱাৰি ক'ত কেনি কি ঘটনা ঘটে! বুঢ়াৰ দোকানৰ ঘটনাবোৰৰ বাবেই কেইটা বজাৰ গ'ল। ল'ৰাটোৱে কণীকিটা বেচিলে বাবেহে চাউলমুঠি ওলাল। এতিয়া মানে চাগৈ সি হাঁহ-মুৰ্গী সামৰিলে। পঢ়াত বহিছেনে? নে চৌকাত জুই ধৰি ভাতমুঠিকে বহোৱাৰ চেষ্টা কৰিছে! কি বা আছে ঘৰত? চাউলৰ টেকেলিটো তাইৰ চকুৰ আগত ভাহি উঠিল, আধাতকৈ কম আছে। থাকক, আজি চাউল নহ'লেও হ'ব। অহা বজাৰতে নিব। সি চাগৈ ভাত বহাইছে, কণী-আলু ভাতত দিছে চাগৈ। দাইল, মিঠাতেল একো নাই। সি ভাততে আলু-কণী দি বাহ্নিবলৈ ভাল পায়, সহজ হয়। তাইৰ ওঁঠত হাঁহি এটা খেলি গ'ল। নে সি চব কাম বাদ দি আলিমূৰত বৈ আছেহি। তাইৰ মনটো পুতেকৰ বাবে আকুলি-বিকুলি কৰি উঠিল। এই বয়সতে ইমান চিন্তা তাৰ মূৰত সোমাইছে। কিটোনো পাইছে সি। একোতে আপত্তি নকৰে, কোনো ধৰণৰ দাবী নাই। তাইৰ পুতেকৰ কাৰণে কিবা এটা কিনাৰ হেঁপাহ

হ'ল। তাৰ কলমটো বেয়া হৈছে, এটা কলম হ'লে পৰীক্ষাত লেখিবলৈও তাৰ সুবিধা হ'ব। তাই বেগাবেগিকৈ নবীনৰ দোকানৰ ফালে খোজ ল'লে।

নবীনে তাৰ কিতাপ-পত্ৰবোৰ প্ৰায় সামৰিয়ে পেলাইছে। তাই ওচৰত থিয় হ'লগৈ।

'আজি অকল দেখোন মামী।' নবীনে তাইক আজিকালি মামী বুলি মাতে। এদিন কথা প্ৰসংগত মণিৰ দেউতাকৰ চহৰৰ ঘৰখনৰ কথা ওলাইছিল। সেইখন ঘৰলৈ নবীনৰ পৰিয়ালৰ কোনোবা এজনী বিয়া হৈছে। সেই সূত্ৰেই তাই নবীনৰ মামী সম্বোধনটো পাইছে।

'ইহঁত কিজনী ল'ৰা-ছোৱালীৰ জেং থকা মাক, সোনকালতে গ'লগৈ। মই মূঢ়া এযোৰৰ আশাত পৰি থাকিলোঁ।'

'মূঢ়া পিছে বিকিলেনে নাই?'

'নিলে, মোৰ ল'ৰাৰ হাতৰ বস্তু পৰি থাকিবনে?' তাইৰ চকুৰে-মুখে গৰ্বৰ হাঁহি এটা বিৰিঙি উঠিল।

'হয় দে, মণিৰ দৰে ল'ৰা কিমানৰ ভাগ্যত জোটে?' নবীনৰ মুখখন ক'লা পৰি আহিছে, 'মামী। মোৰ ভাইটোও মণিৰ দৰে আছিল, পাছতহে তাক পাহাৰৰ জুয়ে মাতিলে।

কি ক'ব কি নক'ব কৰি তাই থিয় দি থাকিল। নবীনে খৰ হাতেৰে তাৰ বেহা সামৰিছে, 'কিবা ল'ব মামী?'

'মণিৰ কাৰণে কলম এটা লাগিছিল।'

কলমটো তাই চাই লয় মানে নবীনৰ ডাঙৰ বেগকিটাত বেহাখন সুমুওৱা হৈ গৈছে। চাইকেলত বেগ তোলাও হৈ গ'ল।

'মামী, হ'লনে?' কলমৰ বাকচটো মাত্ৰ ভৰাবলৈ আছে, তাই এটা ক'লা, এটা নীলা কলম লৈ লিৰিকি-বিদাৰি আছে। শেষত ক'লাটোৱেই ল'লে।

'পইচাকিটা........

'মামী ক'লৈনো লৰ মাৰিব, ঘৰতে ল'ম্‌গৈ।' নবীনে হাঁহিছে।

নবীনে চাইকেলখন ঠেলি ঠেলি নিছে। কাষে কাষে তাই।

'মামী। মুৰিৰ টিংটো চাইকেলতে তুলি দিয়ক।'

'এ নালাগে, তোমাৰ বোজাটো দেখোন বৰ এটা।'

'তোমাৰ ব্যৱসায় কেনে চলিছে?'

'চলি আছে, বজাৰখন ঠিকমতে চলিলে চিন্তা নাথাকে।'

'এৰা বজাৰখন নবহিলেই মূৰত টাঙোন পৰে।'

'বজাৰনো ক'ত ঠিকমতে বহে? কিবা নহয় কিবা এটা লাগিয়েই থাকে।'

'বেংকত যে ডকাইতি হৈছিল, তাৰ পাছতে চাৰিটা বজাৰ মৰা গ'ল।'

'কমখন হ'লনে সেইবাৰ?'

'তুমিও আছিলা নহয় বেংকত।'

'মই কিতাপ-পত্ৰ অনা দোকানখনৰ মালিকৰ ল'ৰাজনে মোক এখন পাছ-বুক খুলি দিছিল, তাৰে মাহেকীয়া কিস্তিটো দিবলৈ গৈছিলোঁ।'

'ডকাইতকিটাই মুখত কাপোৰ বান্ধি আহিছিল?'

'নাই অহা।'

'আপুনিতো বুঢ়াক সংগঠনৰ ল'ৰাই আহি এটেক কৰোঁতে তাতে আছিল।'

তাইৰ কাণত শব্দটো ঝন্‌ঝনাই উঠিল, 'এটেক।', গধূলি হৈ ৰাতিটো আৰম্ভ হৈছে। পূবফালে জ্বলি উঠা একুৰা দপ্‌দপীয়া জুই। তাহি অহা নাগাৰা আৰু শংখৰ শব্দ। দপ্‌দপীয়া জুইকুৰাই গ্ৰাস কৰি আনিছে এলানি ঘৰ। জুইকুৰা এটা শব্দ হৈছে, 'এটেক, এইটেক, আটেক, উটেক...। শব্দটো মানুহজাকৰ মাজত একুৰা জুই হৈ দাউদাউকৈ জ্বলিছে। খুঁটা এটাত মেৰ খাই থকা পোৰা দাগ গাত লৈ থকা সাপ এডাল, দুলি থকা দুটা চকৰ...। তাইৰ গাটো জিকাৰ মাৰি মাৰি উঠিছে।

গধূলিটো নামি আহিছে, জুইৰ তাপ লৈ এটা শব্দ ভাগি ভাগি তাইৰ কাণত ঝন্‌ঝনাই উঠিছে।

'মামী, কিবোৰ যে আমি চাব লগা হৈছে। মই এটা ডেকা ল'ৰাৰ মৰাশ ডেই পাৰ হৈ আহিছিলোঁ, মৰাশ নাছিল মামী, জীয়া মানুহ আছিল, মোলৈ চাই সি কিবা এটা ক'ব খুজিছিল। তাৰ চকুকিটা... তাৰ বুকুৰ পৰা হোলোকা-হেলোকে তেজ ওলাইছিল, তাৰ চকুকিটা ঠিক মোৰ ভাইটোৰ দৰে, মই তাৰ লৰি থকা ওঁঠখনৰ পৰা ওলোৱা শব্দটো শুনিবলৈ কুঁজা হৈছিলোঁ, কোনোবাই মোক গোৰ মাৰি দিছিল, বুট জোতা পিন্ধা ভৰিৰ গোৰ, মামী...' মানুহটো কঁপি কঁপি উঠিছে।

'বেংকত ডকাইতি কৰা ল'ৰাবোৰ আৰু বুঢ়াক ...।' 'এটেক' শব্দটো উচ্চাৰণ কৰিবলৈ গৈ তাই বৈ গ'ল, ঠিক বেলি পৰাৰ পাছত সাপ শব্দটো, আঁউসীৰ দিনা মৰা মানুহৰ নামৰ শব্দটো উচ্চাৰণ কৰিবলৈ গৈ বৈ যোৱাৰ দৰে।

'একেটা পাৰ্টিয়ে, একেই সংগঠনে।'

গধূলি হৈ ৰাতিটো নামি আহিছে। আজি তাইৰ বহুত দেৰি হৈ গ'ল। মণি নিশ্চয় আলিমূৰত বৈ আছে। মাকৰ দেৰি হ'লে মণিৰ অলপ খং উঠে। তাই বুজে তাৰ মাকজনীৰ কাৰণে চিন্তা হয়। আজি আনিবলৈ নোকোৰাকৈ পোৱা কলমটো হাতত ল'লে বাৰু তাৰ মুখখন কেনেকুৱা হ'ব? সি তেও টাউনৰ ফাললৈ আহিব নালাগে। কত ঘটনা হৈ থাকে। সি তাতে বৰ ঘূৰি ফুৰা ল'ৰাও নহয়। স্কুললৈ যায়, ঘৰলৈ আহে। মাত্ৰ বিজাৰ্ডলৈ পাৰিলে সদায়ে যায়। হাবিৰ মাজৰ ডোংটোৰ মাছ, টেঁকীয়া, গছৰ শুকান ডাল, তাকে বিচাৰিতো সি পিট্‌পিটাই থাকে। নালাগে, সি বিজাৰ্ডলৈ আহিব, লাগে খৰিকে কিনিব। হাবিখনত হেনো আজিকালি অচিনাকি ল'ৰা দেখি।

সিইঁত হাবিখন পাৰ হৈছে। শালগছবোৰ পূৰঠ হৈ পৰিছে, চেগুণ, তিতাচঁপা, বনচোমৰ গা-গছবোৰো এটা মানুহে গৰা মাৰিব নোৱাৰা হৈ আহিছে। ঠাইখিনি গমগমীয়া। কৌইবাটাও

জিলীয়ে মাতি আছে। ক'লা হৈ পৰা হাবিখনত জাকে জাকে জোনাকী পৰুৱা জ্বলিছে, নুমাইছে।

'মামী জানেনে নাই? বেংক ডকাইতিৰ আগদিনা সিহঁত ইয়াতে আছিলে বোলে। কোনোবাই কয় গোটেইকিটা আছিলে, কোনোবাই কয় দুটামান আছিলে। মোৰ চকুৰ আগতে বন্দুকে-বাৰুদে শূন্যতে পাক খাই খাই ল'ৰাবোৰ যেনেকৈ গাড়ীখনত উঠিছিল। কম ট্ৰেইনিং আছেনে সিহঁতৰ?'

'টকাবোৰতো চব নিলে।'

'বহুত টকা নিছে। সিহঁতে অকল আমাৰ ইয়াতে বেংক লুটিছেনে? কিমান ঠাইত লুটিলে। আমাৰ ইয়াত মানুহ যেনিবা মৰা নাই। কিমান ঠাইত কিমান মানুহ মৰিল।

'সেই ল'ৰাটো...' ভায়েকলৈ মনত পেলোৱা ল'ৰাটোৰ কথা সুধিব খুজিছে তাই।

'সেইটো সংগঠনৰে ল'ৰা আছিল।'

'সেই ল'ৰাবোৰে কি বিচাৰিছেনো?'

আন্দোলন কৰি সেইটো পাৰ্টিয়ে ৰাজপাট খালে। ইহঁতবোৰক বা কি লাগে। সদায় কাগজ পঢ়া শিক্ষিত ল'ৰা নবীনলৈ তাই বৰ আগ্ৰহেৰে চাই থাকিল। মিনতিয়ে কৈছিল ইহঁতে দেশ স্বাধীন কৰিব খোজে। দেশখন দেখোন এনেই স্বাধীন। নবীনক এইবোৰ সুধিবলৈ তাইৰ লাজ লাগিল।

'আগৰসোপাই বিদেশী খেদি সোণৰ অসম গঢ়িম বুলি ৰাইজক ভুৰুকালে। এইসোপাই কৈছে অসমক ভাৰতৰ পৰা ফালি আনি স্বাধীন কৰিব। চববোৰ একে, চবকে দুহাতেৰে লুটি-পুটি খাবলৈ লাগে, ৰজা হ'বলৈ লাগে। মাজতে আমিবোৰৰ মৰণ।'

'সিহঁত আহি বস্তিৰ ওচৰ চাপিছেহি। নবীন বৈছে। তাই এইখিনিতে সোমাব, সি আগৰ গলিটোৰে। নবীনে লাজ লাজকৈ হাঁহি এটা মাৰিছে। সি কিবা এটা ক'ব খুজিছে।

'মামী! মোৰ বিয়া পাতিছোঁ।'

'হয় নেকি? ক'ৰ ছোৱালী?'

'মই কিতাপ-পত্ৰ অনা দোকানখনৰ মালিকৰ ল'ৰাজনেই ঠিক কৰি দিছে। মই যে কৈছিলোঁ বেংকত পাছ-বুক খুলি দিছিল, তাক মোৰ মাজে মাজে ভাইটোৰ দৰে লাগে।'

নবীনৰ মুখৰ পৰা লাজ মিহলি হাঁহিখিনি নোহোৱা হৈ গ'ল। ভায়েকটোৰ কথা উঠিলেই মানুহটোৰ চকুকিটালৈ চাব নোৱাৰা হৈ আছে। এণ্ডাৰৰ দৰে ক'লা পৰি আছে, চাৱনীটো স্থিৰ হৈ আছে।

মণি দৌৰি আহিছে। কলমটো পাই সি হাঁহি পেলালে। তাক দেখি নবীনৰ চকুৰ পৰা এণ্ডাৰ কিটুকুৰা নোহোৱা হ'ল, পগলা মানুহৰ দৰে চাৱনীটোৰ ঠাইত এটা হাঁহিৰ জিলিকনি। মেটমৰা চাইকেলখনৰ বাবে নবীনে মণিক গাত হাত ফুৰাই মৰম কৰিব পৰা নাই। কিন্তু তাৰ গোটেই গাটোত মণিৰ বাবে মৰমে ঠাহ খাই উঠিছে। কিমান ভাল পাইছিল সি মাউৰা ভায়েকটোক। ঘাট-মাউৰা ল'ৰাটোৰে নিজ হাতে তুলিছিল জনম দিয়ো যাক মৰা ল'ৰাটোক।

তাইৰ বুকুখন কিবা কৰি আছিল। তাইক টোপ এটা নপৰাকৈ ৰখা সেই মানুহটো। কিমান মানুহ নোহোৱা হ'ল। তাই ঘপকৈ মণিক ধৰি কৈ পেলালে, 'মণি, তই আৰু বিজাৰ্ভলৈ যাব নালাগে।'

'কিয় মা?'

'নালাগে যাব।' তাইৰ মাতটো ভয়ত কঁপি আছে।

'নালাগে দিয়া যাব, তালৈ বেয়া মানুহ আহে।' নবীনে মণিক কাঠ-পেঞ্চিল এডাল দিছে। সিহঁতে গৈ থকা নবীনক অলপ সময় চাই থাকিল।

'কোন বেয়া মানুহ বিজাৰ্ভলৈ আহে মা? মণিয়ে মাকৰ পৰা মুৰিৰ টিংটো লৈছে।

'দুহাতেৰে লুটি-পুতি খাব খোজা মানুহ কিছুমান।'

মণিয়ে মাকৰ কথাষাৰ বুজা-নুবুজাৰ মাজত মূৰ দুপিয়ালে।

'লুটি-পুতি কেনেকৈ খাইনো মা?' ল'ৰাটোৱে চিন্তা কৰিছে, 'সেই যে কাপোৰৰ দোকানীজনক মাৰিলে, তেনেকৈয়ে নহয় নে মা?'

তাইৰ পুতেকৰ মুখত এইবোৰ কথা ভাল লগা নাই।

'তই কিবা খালিনে নাই মণি?'

'নাই খোৱা মা, একেলগে খাম বুলি বৈ আছোঁ।'

মাক-পুতেক দুইটাই গাত গা লগাই ভিতৰলৈ সোমাই গ'ল।

২১

বস্তিখন বিজার্ভৰ ফালে বঢ়াৰ ঠাই আৰু নাই। বাঢ়িছে ইটো ফালে। পথাৰবোৰ আধাকঠা, একঠা মাটি লৈ সজা সৰু সৰু জুপুৰী ঘৰেৰে ভৰি পৰিছে। সেইখিনিতেই একঠা একচনীয়া মাটিত বুঢ়া দৰ্জীৰ ঘৰ। মানুহটোৰ ডেকা কালতো একেটা নামেই আছিল, বুঢ়া কিয় বা মানুহটোৰে বুঢ়া দৰ্জী নামটো পালে ক'ব নোৱাৰি। দুটা কাৰণ হ'ব পাৰে। মানুহটোৱে বুঢ়া মানুহৰ কাপোৰ চিলাই। বুঢ়া দৰ্জীয়ে চহৰৰ চাৰিআলিত দোকান থাকোঁতে বুঢ়া মানুহৰ পাঞ্জাবী, ফটুৱা বা পিছফালে দুটা দীঘলে দীঘলে ভাঁজ দিয়া ধুতীৰ লগত পিন্ধা চার্ট, বুঢ়ী মানুহৰ দীঘল ৰছী বা টিপ বুটাম লগোৱা ব্লাউজ আদিৰ দেখাৰ অৰ্ডাৰ পাইছিল। সেইখিনি সময়তে বুঢ়া দৰ্জীৰ বিয়াও হৈছিল। ছোৱালীজনী দৰ্জীতকৈ বাৰ-তেৰ বছৰৰ সৰু, দেখাতো ৰছকীজনী। কাপোৰ চিলাই কৰি কৰিয়ে চাগে দৰ্জীৰ ৰাজহাড়ডালে অলপ ডিঙিৰ তলতে ভাঁজ এটা ধৰি গৈছে। সেইবাবে বয়সতকৈ অলপ বেছি বুঢ়াই দেখি। বুঢ়া দৰ্জীৰ হাতৰ নহয়, বজাৰৰ ফুল-পাত কটা, চুম্‌কি বহুৱা, দ' ডিঙিৰ, হাত চুটি ব্লাউজৰ পৰা ৰঙা শাৰীৰ আঁচল পিচলাই-পিচলাই তাই যেতিয়া ডেকা ল'ৰাৰ লগত কথা পাতিব তেতিয়া যেন বুঢ়া দৰ্জীৰ বয়সটো আৰু বাঢ়ি যায়। বুঢ়া দৰ্জীৰ সেই সময়ত উপাৰ্জন ভাল আছিল। ঘৈণীয়েকক তিনি বেলা ভালকৈ খুৱাইছিল, প্ৰতিটো বজাৰ বাৰে তাই ব্লাউজ, শাৰী, পাউদাৰ-স্ন কিনিছিল। তাইৰ ভৰপূৰ গাটোত নিজে পিচলাই নিদিলেও শাৰীৰ আঁচল পিচলি পিচলি পৰিছিল। ৰূপৰ পায়েল পিন্ধি খোজ কাঢ়ি যোৱা তাইক দেখি তিৰোতাবোৰে কৈছিল, 'বাজী নহয়, এনেকুৱা গা হ'বই।' মতাবোৰে চকুৰে চেলেকি পেলাব খুজিছিল তাইৰ কেঁচুৱাৰ মুখ নলগা, গাত কাপোৰ ৰাখিব নোখোজা শৰীৰ।

তাই বজাৰলৈ যাওঁতে দৰ্জীৰ দোকানত সোমাই গৈছিল, আহোঁতেও লগৰ কিজনী লৈ দোকানত সোমাই বুঢ়া দৰ্জীৰ পৰা পইচা লৈ দোকানৰ পৰা চাহ-জিলাপী খাইছিল। বজাৰৰ পৰা অনা মাছকিটা দেখুৱাই ঘৰলৈ সোনকালে ভাত খাবলৈ মাতিছিল গিৰীয়েকক। সকলোৱে দেখিছিল দিনৰ দিনটো সাজি-পাৰি ইঘৰ-সিঘৰ ঘূৰি ফুৰা মানুহজনীয়ে গধূলি হোৱা মাত্ৰেই ঘৰ চাপিছিল। গৰম ভাত ৰান্ধি, গৰম পানী কৰি তাই বাট চাই থাকিছিল লাহে লাহে অহা এজন বেঁকা মানুহলৈ। মানুহটো ওলাই নোযোৱালৈকে হাজাৰ মাতিলেও তাই ঘৰৰ বাহিৰ নহৈছিল। কোনো কোনোৱে কয় তাই কেতিয়াবা দৰ্জীক ভাত খুৱাই দিয়ে, গা ধুৱাই দিয়ে। কেতিয়াবা কেতিয়াবা কোনোবা কোনোবাই দেখিলেও জাৰকালি ৰ'দত বহুৱাই বুঢ়া দৰ্জীৰ বেঁকা দেহা তাই তেলেৰে মালিচ কৰি দিছে, ভৰিৰ নখ কাটি দিছে, গৰমকালি তাই ঘৰলৈ ঘূৰি অহা মানুহটোক বিচি আছে। হাঁহিচম্পা মানুহজনী মাত্ৰ

এটা কথাতে কালী গোসাঁনী হয়। কোনোবাই যদি কয় পেটত কেঁচুবা দিব নোবাৰা মতাক লৈ তাই কিয় আছে, কিমানে তাইক পালে ধন্য মানিব, তাইৰো কোলা ভৰিব। এইষাৰ কথা ক'লেই তাইৰ জঁক উঠে, চুলি মেলি বাউলী হয়। কথাষাৰ শুনিলেই তাই য'তে আছে ততে বহি পৰে, চুলি আঁজুৰি আঁজুৰি কওঁতাজনক আক্ৰমণ কৰে, কথাৰ ঠিক নোহোৱা হয় চকু ৰঙা পৰি আছে, চুলি ডাল ডাল হয়।

'মোৰ মতা জোৱান নহয়, তহঁতৰ কেইটা জোৱান মতাই মোক ৰখাৰ দৰে তহঁতক ৰাখিব পাৰিছে... তহঁতৰ ঘৰত একবেলা ভাত নাই, মোৰ ঘৰত তিনিবেলা মাছ-ভাত... চাগে মোৰ বাকছত কেইখন নতুন কাপোৰ... মোৰ বুঢ়া মতাই মোক বাচ্চা দিব নোৱাৰে, তহঁতৰ জোৱান মতাক বিছনাত তুলি যিমান পাৰ ছলি ফুকাই থাক, মোক দেখি কিয় জ্বলি মৰ?'

সেইজনী দৰ্জীৰ বৈণীয়েক ফুলে আজিকালি ঘৰতে মদ বনাই বেচে। সৰহভাগেই তাইৰ ঘৰত মদ খাবলৈ যোৱাতকৈ তাইৰ লগত চুপতি মাৰিবলৈ যায়। ফুলক কিয় দৰ্জীয়ে মদ বেচিবলৈ দিব লগা হ'ল সেয়াও এক কাহিনী। ভেতিয়া কেলানী, বুলেনহঁত নিজা নিজা ঘৰতে আছিল, আৰম্ভ হৈছিল অসম আন্দোলন। মানুহে বুজা-নুবুজাৰ মাজতে ল'ৰাহঁতৰ তেজ-ঘাম চাইছিল। সেইখিনি সময়তে আন্দোলন কৰা ল'ৰাবোৰে স্বাবলম্বিতাৰ শপত লৈছিল। বুঢ়া দৰ্জীৰ দোকনৰ ওচৰতে এখন দৰ্জীৰ দোকান বহিল। দোকান মানে দুটা মেচিন আৰু এজাক ল'ৰা। আচলতে মেচিনত বহা ল'ৰাজনক ফুলহঁতে চিনিয়ে পাই, বস্তিতে থাকে, স্কুল এৰি অ'ত ত'ত ঘুৰা-পকা কৰি আছিল। অলপ দিনৰে পৰা এইজাকৰ লগত লৈছে। তাক মাকে বুঢ়া দৰ্জীৰ দোকানত থৈছিল। এমাহমান থাকিল। কাম শিকাত একো আগ্ৰহ নাই। শেষত দৰ্জীয়ে তাক অৰ্ডাৰ অনা, কাপোৰ দি অহা কামত লগালে। তাতো গোলমাল কৰিলে। সেইকন অভিজ্ঞতাৰে সি মেচিনত বহিছে। বুঢ়া দৰ্জীয়ে সিহঁতৰ আলেখ-লেখ চাই থাকিল। ল'ৰাবোৰে কাপোৰ চিলোৱা অৰ্ডাৰ যেন পালে। বিভিন্ন কাপোৰেৰে সিহঁতৰ আলমাৰী ভৰি গ'ল। এদিন ল'ৰাবোৰে বৰচণ্ডীয়া কাপোৰ এসোপা বুঢ়া দৰ্জীৰ দোকানত দি গ'লগৈ, চিলোৱাৰ বাবে সময় দিলে। কাপোৰসোপা লৈ মানুহটো বেছি বেঁকা হৈ পৰিল। কেনেকৈ কি কৰে? বুঢ়া মানুহৰ বাবে কামিজ চিলোৱা মানুহটোৱে এই পিচল বৰচণ্ডীয়া কাপোৰবোৰ কি কৰে? কি কৰে দগধা কাপোৰবোৰ? কি কৰে? সময় পাৰ হৈ গ'ল, দাবী-ধমকি খাইয়ো মানুহটোৱে কাপোৰত হাত নিদিলে। এদিন গোটেইগালে আহি দোকান-পাট ভাঙি, মেচিনকিটাও লণ্ড-ভণ্ড কৰি, সিহঁতে এইবাৰ বুঢ়া দৰ্জীৰ গাত হাত দিলে। মানুহটো মূৰ্চ্ছা যোৱা দেখি মৰিল বুলি গোটেইবোৰে গুচি গ'লগৈ। পুৰা দুদিন এৰাতিৰ পাছত বুঢ়া দৰ্জীয়ে জান পালে। জানহে পালে, বাজহাড়ৰ বিষে মানুহটো জৰমাৰ খুৰাই পেলালে। মানুহটোৱে পানী এগিলাচো তুলি খাব নোৱাৰা হ'ল। হাত থৰ্‌থৰ্‌কৈ কঁপে। তাৰ পাছৰ পৰাই ফুলে ঘৰতে মদ বনাই বেচে। তাই মদ বেচা সময়খিনি হ'ল গধূলি। বুঢ়া দৰ্জীৰ ঘৰ মানুহেৰে ৰাতিটোলকে ভৰি

থাকে। শেষ মানুহটো নোযোবালৈকে দর্জী বহি থাকে। কঁপা কঁপা হাতেৰে ফুলক সহায় কৰে। দর্জীয়ে এটা কামেই বেছিকৈ কৰে, পইছা লয় আৰু হিচাপ কৰি ভঙনীয়া পইচা ঘূৰাই দিয়ে।

আজি ফুল ফেলানীহঁতৰ সৈতে বজাৰলৈ আহিছে। দর্জীৰ কাৰণে ঔষধ নিব আৰু নিজৰ বাবেও কিবা টুকি-টাকি বস্তু কিনিব। মণিক মাক, ফুল, কালী বুঢ়ী, মিনতি, জোনৰ মাক আটাইকেউজনীয়ে হাতৰ টালি-টোপোলা চম্ভালি খৰ খোজেৰে ৰাস্তাত উঠিল। মণিৰ মাকৰ হাতত মূঢ়া, মূৰত মুৰিৰ টিং, কালী বুঢ়ীৰ হাততো কঁকালটো ভাঁজ লগাই কেঁচুৱা লোৱাদি লোৱা এটা মুৰিৰ টিং, মিনতিৰ মূৰৰ পাচিত জিলমিল, ভেদাইলতা, মানিমুনি, মধুসোলেঙৰ মুঠি, জোনৰ মাকৰ হাতৰ মোনাত গৰম মচলাৰ পেকেট। এইটো কাম জোনৰ মাকে নতুনকৈ লৈছে। সৰহকৈ ইলাচী, দালচেনি কিনি সৰু সৰু পেকেট কৰি বেচে। জোনৰ দেউতাকৰ হাপানিৰ টান বৰ বেছি হৈ আহিছে। বজাৰলৈ যাবই নোৱাৰে। জোনৰ মাকে চাৰিওফালে কৰিও টানিব নোৱাৰা হৈছে।

আটাইকেউজনী নিজা নিজা ভাবনাত বিভোৰ। যোৱা বজাৰখনত দোপাল-পিটা বৰষুণ দিলে। আটাইকেউজনীয়ে লোকচান ভৰিছে। মিনতিয়ে এপাচি শাক পেলাই দিব লগা হ'ল। বৰষুণত ঘৰে ঘৰে বেচিবলৈও নিব নোৱাৰিলে। কাকনো দিয়ে? বস্তিৰ ঘৰে-ঘৰে এইবোৰ শাক তোলা থাকে। এচিচা তেলেৰে সাদিন চলা মানুহবোৰে ক'তনো শাক বিধে বিধে ভাজি খাব? তাইৰ চকুত শাকপাচি ভাহি উঠিল। ৰিজাৰ্ভত পিন্‌পিনাই-পিন্‌পিনাই বিচাৰি অনা শাকবোৰ তেনেকৈ পেলাব লগা হোৱাত তাইৰ মনটো কিবা হৈ গৈছিল। আজিকালি আগৰ দৰে ৰিজাৰ্ভলৈ যাবলৈও ভয় লাগে। কেতিয়াবা একোজাক ল'ৰা পাহাৰৰ পৰা নামি আহি এৰাতি বা দুৰাতি ইয়াতে থাকি যায়হি। সিহঁতবোৰ সাধাৰণতে ৰিজাৰ্ভৰ ভিতৰফালে থাকে, নদীৰ পাৰত এৰাতি বা দুৰাতি থাকি ভাগ ভাগ হৈ নোহোৱা হয়। তাই যোৱাটো বজাৰৰ আগদিনা টেঁকীয়া বিচাৰি বিচাৰি নদীৰ পাৰ পাইছিলগৈ। সেইখিনিৰ পৰা মানুহ সাধাৰণতে আৰু বেছি আগুৱাই নাযায়গৈ। পাহাৰলৈকে বিয়পি পৰা হাবিখন ঠিক নদীৰ পাৰৰ পৰাই জয়াৰ হ'বলৈ আৰম্ভ কৰিছে। পাহাৰৰ পৰা নামি সিহঁতবোৰ নদীৰ সিটো পাৰেই থাকেহি। ৰিজাৰ্ভত সোমালেই তাইৰ কি হয় জানো নদীৰ পাৰটোৱে তাইক হিৰহিৰাই টানি দিয়ে। এবাৰ নদীখন চাই নাহিলে তাই শান্তি নাপায়। সেইদিনাও গৈছিল। দুটা মানুহে গবা মাৰি ধৰিব নোৱাৰা শিমলু কিজোপাৰ তলে তলে এডৰা টেঁকীয়া। ভয় ভয়কৈ তাই আগুৱাই গৈছিল। মানুহে কয় শিমলু কিডালৰ তলতে এটুকুৰা ঠাই বৰ পৰিষ্কাৰ হৈ থাকে, কেনোবাই কোনোবাই সেইখিনিৰ পৰা ৰাজহাঁহৰ দৰে মাত শুনে। কালী বুঢ়ীয়ে প্ৰায়ে কয় বস্তিৰে ৰাউতা নামৰ মানুহ এটাক সেই পৰিষ্কাৰ ঠাইখিনিতে নীলা কৰি পেলাইছিল। সেইখিনিতে কাৰোবাক কাৰোবাক এডাল প্ৰকাণ্ড সাপে খেদিছে বোলে। ৰাজহাঁহৰ দৰে মাত মতা, বাঁহৰ চাবিওকাষে পৰিষ্কাৰ কৰি ৰখা সেইহাল হেনো কুকুৰা-ডাঁহী সাপ। তাই টেঁকীয়াখিনি চাই থাকোঁতে মনত পৰিছিল, মানুহৰ সাৰি-শব্দ

পালেই খেদি অহা কুকুৰা-ডাঁহী সাপহাললৈ। তাইৰ হাত উদংল'ৰাটোৰে কণী এটা খাম খামকৈ আছে। তাই ঘপকৈ ঢেঁকীয়াডৰালে সোমাই গ'ল। বগৰী এজোপা নে দুজোপাই জানো আকাশীলতাই ছানি বেৰা এখন জেন হৈছে। বেৰাৰ কাষখন পৰিষ্কাৰ। তাই দৌৰি দৌৰি সেইখিনিৰ পৰা আঁতৰি আহিছিল। কুকুৰা-ডাঁহী সাপ নহয়, ল'ৰা এটাই হাতত বন্দুক লৈ খেদি আহিছিল। সি চিঞৰি চিঞৰি নহয়, গোটা মাতেৰে লাহে লাহে কৈছিল, 'আমি কাইলৈকে যামগৈ, খবৰদাৰ কাৰোবাক যদি কিবা ক'ব।' তাই দৌৰিছিল। মানুহ বহিবলৈ লোৱা পাতল হাবিখিনি পাই তাই ৰৈছিল। পাছদিনা বস্তিত ওলাইছিল মিনতিয়ে কাল নাগহাল দেখিলে। কালী বুঢ়ীয়ে তাইৰ হৈ চাকি দিছিল।

'মিনতি, তোক কাল নাগহালে খেদিছিলে?

'খেদা নাই।'

'ওলাই আহিছিল?'

'কিমান দীঘল?'

'ক'লা নে মুগা?'

'তোৰ ভয় লাগিছিল নহয়?'

'এহাল নে এটা?'

'ফেট তুলি আছিল?'

'তই ৰাতি সপোন দেখা পাইছিলি?'

আটাইকেউজনীয়ে মিনতিক ওপৰা-ওপৰিকৈ প্ৰশ্ন সুধিবলৈ লাগিল। মিনতি মনে মনে আছে। ভয়ত তাইৰ চকুৰ মণিকিটা গোল হৈ গৈছে।

'তাই বৰ ভয় খাইছে।'

'কাল নাগ যদি যোৰা বান্ধি থকা দেখিছে।'

'তাইৰ মুখখন চা-চোন।'

'এৰা, কোনোবাই যেন বগা-নিকা ছোৱালীজনীৰ মুখত ছাইহে সানি দিলে।'

'তাই যদি চুবা গাবে...'

'সেই গোন্ধে গোন্ধে....।'

'সেইহাল দেখিলে ভিৰোতাৰ গাব...'

মিনতিক প্ৰশ্ন সুধিবলৈ বাদ দি সিহঁত কিজনীয়ে কথা পাতি পাতি ইজনীয়ে সিজনীৰ কাষ চাপি গাত গা লাগি আহিল। মিনতিৰ দৰে সিহঁতৰ মুখবোৰতো ছাই সনা যেন হৈ পৰিল।

প্ৰথমতে মণিৰ মাকে শুনিলে, মূৰৰ পৰা মুৰিৰ টিংটো নমাই মানুহজনী অলপ ৰ'ল। তাইক দেখি আটাইকেউজনী ৰ'ল। তাৰ পাছতে কালী বুঢ়ীয়ে শুনিলে। তাৰপাছতে আটাই কেউজনীয়ে শুনিলে চহৰৰ পৰা একে লেঠাৰিয়ে ফটকা ফুটাৰ দৰে শব্দ। গাঁঠি নোখোলাকৈয়ে যেন একপাতি জলকীয়া ফটকাত কোনোবাই জুই লগাই দিছে। মাত্ৰ শব্দটো অলপ বেছি

গোটা। কিহৰ শব্দ বুলি বৈ থাকোঁতেই সিহঁত কিজনীয়ে দেখিলে চহৰৰ ফালৰ পৰা এজাক মানুহ হুৰাহুৰি লগাই দৌৰি আহিছে। কোনেও একো সুধিব লগা হোৱা নাই, মানুহজাকে হাত তুলি তুলি চিঞৰি আহিছে।

'একেবাৰে শেষ।'

'মৰাৰ পাছতো গুলীয়াই আছিল।'

'আমেৰিকাৰ ষ্টেনগান।'

'পুলিছে ঘৰ ঘেৰিয়ে আছিল।'

'ডিমাপু আছিল।'

'টাউনৰ বেপাৰীবোৰৰ মুখিয়াল আছিল।'

'সভাপতি আছিল।'

'এতিয়া চব বেপাৰীয়ে হয় বেপাৰ এৰিব, নহয় সিহঁতৰ ভৰিত ধৰিব।'

'গাড়ীয়ে-গাড়ীয়ে আৰ্মি নামিছে।'

'কাৰ্ফিউ লাগিব।'

নবীন আহিল তাৰ কিতাপ, বহীৰে ওফন্দি থকা চাইকেলখন লৈ, আধা ভৰোৱা পোহাৰখনৰ পৰা এটা এটাকৈ ৰাস্তাত থলৰ-থলৰকৈ বস্তু পৰি পৰি আহিছে। সি গৈ মাত্ৰ বস্তুবোৰ নমাইছিলহে।

জগু আহিল ৰঙা চাহ আৰু নাৰিকলৰ লাড়ুৰ পোহাৰ সামৰি।

ৰমাকান্ত আহিল সেউজীয়া মটৰৰ পাচিটো লৈ। পাচিটো ভাঙি মটৰবোৰ পৰি পৰি ৰাস্তাত চিন এটা দি আহিছে।

বজাৰলৈ যোৱা মানুহবোৰ এটা এটাকৈ চববোৰ উভতি আহিল। মানুহজাক বাহ ভঙা কাউৰীৰ দৰে হৈছে।

ইহঁত কিজনীয়ে ৰাস্তাতে থুপ খাই বৈ আছে। হঠাৎ মিনতিৰ জানো কি হ'ল। ইমান পৰ মনে মনে থকা মানুহজনী হঠাৎ জকি উঠিল। খ'ৰে পাচি ত'তে পেলাই তাই কাপোৰ কোঁচাই বস্তিৰ ফালে লৰ ধৰিলে। তায়ো কাউৰীৰ দৰে ৰমলিয়াই থকা মানুহজাকৰ লগত দুহাত তুলি মিলি গ'ল।

'মই চব জানিছিলোঁ, চাই থাক, আৰু হ'ব, চব মৰিবি, কোনো বাচি নাথাক।'

আটাইকেউজনীয়ে মিনতিৰ পাছ ল'লে। অতপৰে নিবোকা হৈ থকা মানুহজনীৰ মুখৰ ভয়ংকৰ শব্দকেইটা শুনি কেউজনীৰে মনত পাক খাই ফণা মেলি দুলি উঠিল একোডাল কালনাগ। আটাইকেউজনী বাউলী হৈ উঠিল নিজাসন্তান, গিৰীহঁত আৰু ঘৰবোৰক লৈ।

ভঙা কাউৰী বাহ হেন হোৱা বস্তিখনত সিহঁত কিজনী ৰমলিয়াই থকা কাউৰী একোজনী হেন হৈ সোমাই পৰিল।

## ২২

মণিৰ মাকে কেইবাদিনৰো পৰা ভাবি আছে, বুলেনৰ তাৰ পৰা আহিবগৈ। হৰি ভণ্ডুৰাৰ পুতেকটো আজিকালি অনবৰতে তাৰ তাতে বহি থাকে। সেইপাতৰ কাৰণেই তাই বুলেনৰ তালৈ যাবলৈ বেয়া পায়। কি বা ইমান কথা তাৰ বুলেনৰ লগত। যোৱা বজাৰটো মাৰ খালে, মুৰি যেনে টিঙত আছে তেনেই আছে। আজি বিশেষ কাম নাই। বহুত দিনৰ মূৰত তাই আজি আজৰি সময় অলপ পাইছে। মূৰটো আঁচুৰি তাই শুদা হাতখনকে মুখখনত হাত ফুৰাই ওলাই গ'ল। মণি কিজানি ক'ৰবাত আছেগৈ। সি আজিকালি সময় পালেই আলিমূৰৰ সিং গেৰেজত থাকেগৈ। সি বোলে কৰ্তাৰ সিঙৰ ল'ৰাটোৰ পৰা গাড়ী চলাবলৈ শিকিছে। মূৰত পাগুৰি বন্ধা ল'ৰাটো কেইবাদিনো মণিক বিচাৰি আহিছে। ওখ-ডাঙৰ ল'ৰাটোৰ হাঁহিটো তাইৰ ভাল লাগে। ইমান কম বয়সতে ইমান দায়িত্ব চম্ভালিব পাৰিছে, বাপেকৰ হাতৰ বিদ্যা গোটেইখিনি শিকিছে। তাই মণিক গাড়ী চলোৱা দেখা নাই, শুনিছেহে। শুনিলে তাইৰ বৰ ভয় লাগে। গাড়ী এখন চলোৱা ধেমালি কথা নেকি? ৰাস্তা ভৰ্তি গৰু-গাই, মানুহ, ৰিক্সা-ঠেলা, গাড়ীৰ লাইন। তাৰ মাজে মাজে বৰ এটা হৈ উঠিছে বুলিয়েই মণিয়ে গাড়ী চলাই ফুৰিবনে? পাগুৰি বন্ধা ল'ৰাটোৱে তাক হেনো গাড়ীৰ কামো শিকাইছে। প্ৰায়ে আবেলি সি কাপোৰত তেল-মবিল লগাই ঘৰলৈ আহে। তাই একো কোৱা নাই। শিকক হাতৰ বিদ্যা এটা আৰু তাইৰ মণিয়েনো কি বেয়া কামত হাত দিয়ে? আটায়ে কয় মণি এচপৰা সোণৰ টুকুৰা। পুতেকৰ গহীন মুখখনলৈ মনত পৰি তাইৰ মুখখন অলপ সময় ৰবৰ্ষুণৰ পাছৰ বেলিৰ পোহৰকণৰ দৰে উজ্জ্বলি থাকিল। অহাবাৰ সি মেট্ৰিক দিব। তাক কলেজত পঢ়ুৱাব লাগিব। যেনেতেনে পঢ়ুৱাব, মূঢ়া সাজিব, মুৰি ভাজিব, কঁথা চিলাব। তাইনো আজিকালি কোনটো কাম নাজানে? দুৱাৰখন মাৰি তাই মুখখনত এনেই হাত দুখন ফুৰাই ল'লে। কিনো অভ্যাস জানো তাইৰ এইটো? তাইৰ গালত লাগিল এটা খহটা স্পৰ্শ। 'তগৰ ফুল হেন লাগে অ' বুলি কৈ লাজুক হাঁহি এটা মাৰি হাত দুখন ওঁঠৰ ওচৰত লৈ থাকিবলৈ ভাল পোৱা মানুহটোৱে যদি এই পচা আঁহত পাত হেন হাত দুখন দেখিলেহেঁতেন, কি ক'লেহেঁতেন বাৰু? মন নোহোৱা তাইৰ আজৰি হাত দুখন সেই ঢেগুণ পাত হেন ধপলা হাত দুখনে আলফুলে তুলি ধৰিলেহেঁতেন, দুখন ওঁঠৰ তপত স্পৰ্শ। স্পৰ্শটো তাইৰ গালে বগাই গ'ল, গোটেই মানুহজনীক জোকাৰি পেলালে। বন্ধ কৰা দুৱাৰখনতে আঁউজি তাই বৈ থাকিল। তৰংগৰ পাছত তৰংগ। দুৱাৰখনত ভেজা দি তাই কঁপি উঠিল।

'কি কৰিছে মামী?' চাইকেলৰ পৰা নমাকৈয়ে সি চিএৰ এটা মাৰি গ'ল।

তাইৰ নবীনৰ মাতষাৰ, তাৰ হাঁহিটো একো চকুত নপৰিল। পৰিল মাত্ৰ চাইকেলৰ পেডেল মাৰোঁতে পেণ্টৰ মাজেদি প্ৰকট হৈ পৰা তাৰ কলাফুলকিটা। পেডেল মৰা ল'ৰাটোৰ কলাফুলকিটা নোহোৱা হ'ল। এইবাৰ তাই প্ৰায় দৌৰ মৰাদি গৈ কালী বুঢ়ীৰ চোতালৰ কালী মূৰ্তিৰ আগত দীঘল দি পৰিলগৈ। তাইৰ চকুৰ পানীৰে কালী বুঢ়ীয়ে মচি থোৱা দেৱীৰ আগৰ ঠাইখিনি সেমেকি উঠিল। ক্ৰমে ক্ৰমে তাইৰ শৰীৰৰ তৰংগবোৰ গলি গ'ল। অলপ সময় আঁঠুকাঢ়ি তাই কালী মূৰ্তিটোলৈ চাই থাকিল।

কালী বুঢ়ীয়ে ওলাই আহি প্ৰথমতে মণিৰ মাকক ধৰিব নোৱাৰিলে। বুঢ়ী দিনে দিনে দুৰ্বল হৈছে। বুঢ়ীয়ে অস্পষ্ট বগা কিবা এটা দেখিলে। বুঢ়ীয়ে অলপ পাছত মাতষাৰ শুনি বুজি পালে, এইজনী মণিৰ মাক। বুঢ়ী ওচৰ চাৰি গ'ল। ওচৰ পাই মণিৰ মাকক এনেদৰে আঁঠু লৈ থকা দেখি অলপ আচৰিত হ'ল। কোনোদিনে মানুহজনীক দেৱীৰ আগত সেৱা লোৱা দেখা নাই। বুঢ়ীয়ে গৈ মণিৰ মাকক নিৰ্মালী দিলে। মণিৰ মাকক নিৰ্মালী দিয়া বুঢ়ীৰ হাতখন কঁপিছে। বুঢ়ীৰ যিখিনি উপাৰ্জন হয় তাৰে এজনী মানুহ চলি যায়। কিন্তু বুঢ়ীয়ে শেষ পাইটোলৈকে জমায়। বছৰেকীয়া কালী পূজাখন বুঢ়ীয়ে যোৱা বছৰ পাতিব নোৱৰিলে, এইবাৰ পাতিবই পাতিব। মণিৰ মাকে জানে বুঢ়ীয়ে কিমান কষ্টেৰে পূজাখনৰ কাৰণে পইচা জমাইছে। জীৱনটোত যিখিনি আৰ্জিলে আটাইখিনিতো কালীমাৰ নামতে দিলে। মণিৰ মাকে তাইৰ মূৰত নিৰ্মালী দিয়া বুঢ়ীৰ হাতখনত অলপ সময় ধৰি থাকিল। এই মানুহজনীক কোনে জীয়াই ৰাখিলে? এই মাটিৰ মূৰ্তিটোৱে? বুঢ়ীয়ে কেতিয়াবা দেখিছিল নে ডেকা ল'ৰাৰ চাইকেল চলাই যোৱা এহাল কলাফুল? বুঢ়ীৰতো এটা মণিও নাছিল। তাই অলপ সময় বুঢ়ীৰ ঘিউ বৰণীয়া কোঁচ-মোচ খোৱা ছাল এখনেৰে মেৰাই থোৱা হাড় কিডাল পৰম মমতাৰে বুকুৰ ওচৰত ধৰি থাকিল। এই মুহূৰ্তত তাইৰ ভাব হ'ল পৃথিৱীত এই হাতখনতকৈ আৰু শক্তিশালী বস্তু একো নাই। তাইৰ মনটো লাহে লাহে শান্ত হৈ পৰিল।

'মায়ে তোৰ মঙ্গ'ল কৰিব'। কালী বুঢ়ীয়ে হাতখন তাইৰ মূৰৰ ওপৰত থ'লে। তাৰ পাছত বুঢ়ী এৰি অহা চৌকাত বহিলগৈ। আজি বুঢ়ীয়ে চিৰাৰ লাডু বনাইছে। অলপ দিনৰ পৰা বুঢ়ীয়ে কঁথা চিলাব নোৱাৰা হৈছে, উমানে উমানেও নোৱাৰে। কঁথা চিলাব নোৱাৰা হোৱাৰে পৰা বুঢ়ীয়ে চিৰাৰ লাডু, মুৰিৰ লাডু বনায়। জগুৰ ঘৈণীয়েকে আজিকালি বেছি কাম কৰিব নোৱাৰা হৈছে। তাইৰ বেমাৰটো বাঢ়ি আহিছে। জগুৱে তাইক ওঠৰ বছৰ বয়সতে বিয়া কৰাই আনিছে। সেই তেতিয়াৰ পৰাই তাই নাৰিকলৰ এগাল এগাল লাডু বনাই আহিছে, জগুৱে লাল চাহৰ সৈতে বজাৰত পোহাৰ পাতি আহিছে। এতিয়া মানুহটোৱে কৰে কি? মানুহজনীৰ আজিকালি নাৰিকল কৰিব পৰা ক্ষমতা নাই। দেহাই নাটানে। কালী বুঢ়ীয়ে সুবিধাটো লৈছে। জগুৱে নাৰিকল কিনি গুচাই, ফালি বুঢ়ীক দি থৈ যায়, বুঢ়ীয়ে লাডুখিনি বনাই থয়। আজিকালি মণিৰ মাক আৰু আচৰিত নহয়। বুঢ়ীয়ে কালী পূজাৰ বাবে পইচা সাঁচিছে। যিখিনি পইচা জমা হৈছিল তাৰে প্ৰতিমাৰ খৰচো নহয়গৈ।

তাইৰ চকুৰ আগত ভাহি উঠিল মাজনিশা বুঢ়ীয়ে কালীৰ প্ৰতিমাৰ আগত পৰি কান্দি থকা ছবিখন। টান মানুহজনীয়ে এনেকৈ কন্দা দেখি তাইৰ কিবা লাগি গৈছিল। পূজা পাতিব নোৱাৰি বুঢ়ীৰ কিবা মূৰৰ ঠিক নোহোৱা হেন হৈছে। ঘৰৰ ভাৰাৰ বাবে যিদৰে তাগাদা দিয়ে, জগুক সিদিনা পইচাকিটা দিয়া এদিন দেৰি কৰাৰ বাবে কেনেকৈ খেংখেঙাই উঠিলে। কুঠুনী বুঢ়ী এজনীৰ দৰে অনবৰতে পইচা গণি থাকে। তাই জানে বুঢ়ীয়ে এবাৰ ৰান্ধি তিনিবাৰ খায়। এনেই কম খাই, এতিয়া চৰায়ে খোৱাৰ দৰে খুটিয়াইহে। বুঢ়ীলে এবাৰ চাই তাই ওলাই গ'ল। বুলেন আৰু সুমলাক এবাৰ চাই আহিবগৈ। বুলেনৰ ল'ৰাটোৰ কাৰণে পলিথিনৰ পেকেট এটাতে মূৰি কেইটামান ল'লে।

বস্তিখন চাওঁতে চাওঁতে ভৰি পৰিল। তাই আহোঁতেও ইমান থেপা-থেপী ঘৰ নাছিল। এতিয়া ইটোৰ লগতে লাগি সিটো ঘৰ হৈছে। কালি ৰাতি বৰষুণ দিছিল। পুৱাই বতৰ ফৰকাল কৰি ৰ'দ ওলাইছে। তাই লাহে লাহে খোজ কাঢ়িছে। ক'ৰবাত কুলী এজনীয়ে মাতিছে। বহুত দিনৰ মূৰত কুলীয়ে মাতিছে। কথাষাৰ মনতে ভাবি তাইৰ হাঁহি উঠি গ'ল। কুলীয়ে বাৰু কিয় নামাতিব? তাইৰহে শুনিবলৈ সময় ক'ত? বিহু আহিলেই। মণিক গামোচা এখন দিব লাগিব। তাইৰ হঠাৎ হেঁপাহ হ'ল, তাই চব কাম বাদ দি এখন তাত লগাব। সেই ঘৰটোত আম গছজোপাৰ ছাঁত বহি তাই এযুতি গামোচা লগাব। কাক কাক দিব সেই গামোচা? আচৰিত কথা। আমগছৰ ছাঁত তাতশাল থকা সেই সেউজীয়া ঠাইখনৰ এজন মানুহো তাইৰ চকুত ভাহি নুঠিল। আনকি চেগুণ পাতৰ দৰে ধপলা হাতৰ মানুহজনো, অলপ আগতে তাইৰ ফাটি যোৱা হাতখন ওঁঠত লৈ তাইক বিতত কৰা মানুহজনো তাইৰ চকুৰ আগলৈ নাহিল। আহিল এজাক ঠেকছিগা মানুহ, জাত-পাতৰ চিন নোহোৱা মলিন মানুহ এজাক আহি তাইৰ পৰা এখন এখনকৈ গামোচা হাত পাতি ল'লেহি। জোনৰ মাক, মিনতি, কালী বুঢ়ী, ফুল, জগু, জগুৰ বেমাৰী ঘৈণীয়েকজনী, বুলেন, সুমলা, নবীন, ৰত্নাৰ মাক আনকি কঁপা কঁপা হাত ভৰিৰে বেঁকা হৈ বুঢ়া দৰ্জীও আহিল। তাইৰ মন গ'ল সেই ৰঙাকৈ মচা পাকঘৰটোত ফুটছাইত তেঁতেলীপাত দি সোণ হেনকৈ মচা কাঁহৰ কাঁহীত গোটেইজাককে বহুৱাই পিঠা-লাডু যাচিব। কিমান তৃপ্তিৰে চিৰা-দৈ খাব মানুহখিনিয়ে। মণি কেঁচুৱা থাকোঁতে গাখীৰেৰে বুকুখন টন্‌টনাই বিষাই যোৱাৰ দৰে তাইৰ বুকুখন টন্‌টনাই বিষাই উঠিল। কুলীজনীয়ে মাতিয়েই আছে।

'ক'ত যাব অ মণিৰ মাক?' জোনৰ মাকে বগা সমান দাঁত পাৰি উলিয়াই হাঁহি এটা মাৰিছে। গা-ধুই আধলিমান ফোঁট লোৱা ক'লা মানুহজনী পকা জামু এটাৰ দৰে জিলিকিছে। সদায় চোৱাৰ দৰে আজিও তাই মানুজনীলৈ মুগ্ধ হৈ চালে। গাটো কেনে ধুনীয়া মানুহজনীৰ, মুখখন কেনে গঢ়িত। তাই গিৰীয়েকক পিঠিত কিবা এটাৰে মালিচ কৰি আছে। বহু দিন হ'ল মানুহটোৱে হাটে হাটে এন্দুৰ মৰা, পইতাচোৰা মৰা দৰব বিক্ৰী কৰা এৰি দিছে। আলিমূৰৰ দোকানখনৰ পৰা চাউল আধাকেজি আনিবলৈও মানুহটোৰ কষ্ট হয়।

'আহ।' মানুহজনীয়ে তাইক মাতিলে।

'নাযাওঁ দে আজি, বুলেনৰ তাৰ তঁৰা আহোঁগে।' তাই ঘূৰি চালে ওখ-পাখ স্বাস্থ্যবান গাভৰুজনীয়ে চোতালত কেঁচুৱা এটাক তেল মালিচ কৰি থকা যেন লাগিছে। তাইৰ নাকত এটা গোন্ধ লাগিল। জোনৰ মাকৰ চোতালৰ ইলাচী নেমুজোপা ফুলিছে চাগে। ন-পানী পাইছে, এতিয়াতো নেমু, ৰেবাব চবৰোৰ ফুলাৰ সময়।

'ক'ত যাব ঐ মণিৰ মাক, ৰহ বুলিছোঁ নহয়।' মাতটো শুনি তাই ঘূৰি চালে, মিনতি। মূৰত এচৰিয়া কাপোৰ লৈ নদীলৈ গৈছে। অলপ পাছে পাছে তাইৰ ল'ৰাটো হাতত চাবোন আৰু বাল্টি। গঢ়িত নাক-মুখৰ ভকুভকীয়া বগা ল'ৰাটো কেনে মৰম লগা। তাই ল'ৰাটোৰ হাতত মুৰি এমুঠি দিলে। মুৰিকিটা পাই সি হাঁহি পেলালে। তাই তাক আৰু কেইটামান মুৰি দিলে। সিহঁতকেইটাই নদীৰ ফালে খোজ ল'লে।

চাইকেলত নাৰিকল এদ'ম লৈ জগু তাইৰ কাষেদিয়ে পাৰ হৈ গ'ল। সি পুৱাই চাগে গাঁৱলৈ নাৰিকল বিচাৰি গৈছিল। কেনেবা আছে সেই বেমাৰী মানুহজনী? সিদিনা মিনতিয়ে কৈছিল বেছি হৈছে হেনো বেমাৰটো। তাইৰ চকুৰ আগত ভাহি উঠিল দুভৰিৰ মাজত ওলমি থকা এটুকুৰা ৰঙচুৱা মাংস, শুকাই চিৰাল ফটা দিয়া পথাৰৰ দৰে এহাল চকু, কাণত গুম্‌গুমাই উঠিল এষাৰ কথা, 'মৰা মৰদ মনত লৈ চব কৰিব পাৰি, মোৰ দৰে জীয়া মতা...।' কেনেবা আছে বৰষুণ নপৰা মাটিৰ দৰে সেই শুকান মানুহজনী? তাই বুলেনৰ ঘৰলৈ যোৱা গলিটোৰ পৰা ফালৰি কাটি গৈ আন এটা গলিত ভৰি দিলে। দুই-তিনিটা মানুহ একেলগে শাৰী পাতি পাৰ হ'ব পৰা গলিবোৰৰ দুইকাষে নলা। সৰু সৰু ঘৰবোৰত মাটি ঘৰটো থিয় দিব পৰাতকৈ আৰু অকণমানহে থাকে। বেয়া পানীখিনি লোৰ এটা কাটি অহা-যোৱা কৰা বাটটোলৈ বোৱাই দিয়ে। ৰাস্তাৰ দুইকাষে নলাবোৰত উটি আছে ভাত, মাছৰ কাঁইট, পাচলিৰ বাকলি, বিভিন্ন ৰঙৰ প্লাষ্টিকৰ মোনা, ব্যৱহৃত নিৰোধ, মালা ডি বড়িৰ পেকেট। তাই নলাকিটালৈ নোচোৱাকৈ খোজ ল'বলৈ যত্ন কৰিলে। অলপদূৰ গৈ তাই ঢোকা দিয়া ঘৰ এটাৰ মুখত ৰ'লগৈ। মচি-কাচি থোৱা ঘৰটো কি হ'ল? চোতালখনত ঢেঁকীয়া গজিছে। বেৰাবোৰ খহি পৰিছে। ভুল হ'ল নেকি? মচি খোৱা বাৰাণ্ডাত লাল চাহ আৰু নাৰিকলৰ সন্দেশ খুউৱা শুকানী মানুহজনীৰ ঘৰ এইটোৱে নহয় জানো? হ'বইতো লাগে। ঘৰটোৰ চালতে লাগি থকা বগৰী গছজোপাতো ঠিকেই আছে। এইজোপা বগৰীৰে কিমান আচাৰ শুকানী মানুহজনীয়ে কৰি দিলে জগুৱে কিমান বেচিলে। সেই টেঙা-মিঠা-জলা আচাৰৰ জুতি তায়ো পাইছে, এইটো ঘৰেই। তাই সোমাই গ'ল। জেওৰা-জপনা নাই, তামোলৰ ঢকুৱা বাঁহ এডালত আঁৰি থি বা বেৰৰ নামত সাজিছিল তাৰো এফাল বহি গৈছে। ঢকুৱাবোৰ খহি ধূপ খাই পৰি এঠাইত দ'ম হৈ আছে। উঁয়ে ধৰিছে, আধা ঢকুৱা ইতিমধ্যে মাটি হৈ গৈছে, বাকীখিনিও খুব সোনকালে মাটি হৈ পৰিব। ঢকুৱাখিনিৰ কাষেদি তাই ভিতৰলৈ সোমাই গ'ল। কোনো সাৰি-শব্দ নাই। ভেজা দি থোৱা দুৱাৰখনৰ ওচৰতে এদ'ম নাৰিকল। বোধহয় তাই দেখা জগুৰ চাইকেলত বান্ধি অনা সেইখিনি নাৰিকলেই। গোটেই ঘৰটোতে এটা পচা পচা গোন্ধ।

'কোন?' এটা দুৰ্বল মাত শুনি তাই চক খাই উঠিল।

'মই, মণিৰ মাক।'

'এইফালে আহ।'

ইফালে-সিফালে চাই তাইৰ ঢোকা দি ৰখা ঘৰটোৰ পাছফালে পৰি থকা ফটা কঁথাৰ স্তূপ এটা চকুত পৰিল। তেল-চিকতি লগা, চিলোবাৰ পৰা পানী নপৰা কঁথাখিনিৰ পৰাই কিজানি এই পচা পচা গোন্ধটো ওলাইছে। তাই দেখিলে দুৰ্বল মাতটো কঁথাৰ দ'মটোৰ মাজৰ পৰাই ওলাইছে। তাই গৈ ওচৰত থিয় দিলেগৈ। কঁথাবোৰত তেজ-পূঁজৰ দাগ লাগি আছে। তাৰ মাজৰ পৰা মানুহজনীয়ে মাত দিলে।

'মণিৰ মাক, কোন মণিৰ মাক?' মানুহজনী কঁথা দ'মৰ মাজত বহিছে। তাইৰ নাকত লাগিল এটা দুৰ্গন্ধ, মানুহজনীৰ জকা হেন গাটোৰ পৰাই গোন্ধটো ওলাইছে।

'তোৰ বেমাৰ... মিনতিয়ে ক'লে, তাই কিবা কথাকিটা উচ্চাৰণ কৰিব পৰা নাই, লাগি লাগি ধৰিছে। মানুহজনীয়েও তাইৰ কথাবোৰ ধৰিব পৰা নাই।

'তোক দেখা নাই বহুত দিন, জগু...।'

মানুহজনীয়ে হাত এখন দাণ্ডি জোৰেৰে লৰাই উঠিল, যেন এডাল শুকান অমিতা পাতৰ ঠাৰি বতাহত লৰি উঠিল, এতিয়াই ভাঙি দুটুকুৰা হ'ব।

'মণিৰ মাক, তই মোৰ বিচাৰ ল'বলৈ আহিছ?' তাই ভালকৈ দেখিলে, গাঁতত বহা চকুহালৰ পৰা পানী বাগৰি আহিছে।

'কি খবৰ ল'বি এই মৰা দেহাৰ? চা মোৰ কি হৈছে?' মানুহজনীৰ তেজ-পূঁজ আৰু ঘাঁৰে ভৰা ওলমি পৰা জৰায়ুটো কাপোৰৰ মাজেদি ওলাই পৰিছে। তাই সেইফালে চোৱা দেখি মানুহজনীয়ে দাগলগা শাৰীখনেৰে ঢাকিবলৈ চেষ্টা কৰিলে।

'ডাক্তৰ, হস্পিতাল...' তাই মানুহজনীক চিকিৎসাৰ কথা সুধিব খুজিছে।

'যন্তৰ দি আৰু এইটো সুমুৱাব নোৱাৰে। উঠাই দিব লাগিব। হস্পিতালৰ মাইকী ডাক্তৰণীজনীয়ে মোক খুব গালা-গালি কৰিলে। কৰিলে কি হব? এইটো উঠাবলৈ বহুত টকা লাগিব, ক'ত পাম ইমান টকা? বুজিছ মণিৰ মাক, মোৰ ভিতৰটোত চব পচি গৈছে। খালী তেজ আৰু পূঁজ, কি দুৰ্গন্ধ।' তাই ক'ব নোৱাৰাকৈয়ে নাকত হাত দিছে।

ভৰিৰ শব্দ শুনি দুইজনীয়ে ঘূৰি চালে। জগু, সি ভিতৰ সোমাই কাপোৰ সলাইছে। তাই আৰু মানুহজনীয়ে চুপ-চাপ চাই থাকিল, সি এযোৰ চাফা কাপোৰ পিন্ধিছে, তাৰ পাছত ওলাই গ'লগৈ। পাছফালে বহি থকা মানুহ দুজনীৰ অস্তিত্বই সি অনুভৱ কৰিলে। সি ওলাই যোৱাৰ পাছতে মানুহজনীয়ে লৰা-চৰাকৈ বহিল। পচা গোন্ধটো ভেকেটকৈ নাকত লাগিল।

'মই মৰা হ'লেও ভাল আছিল। তই জাননে এইবোৰ বেমাৰত কিমান দিনত মানুহ মৰে?'

'ডাক্তৰণীক...' তাই চিকিৎসাৰ কথাটো আকৌ উলিয়াব খুজিছে।

'ডাক্তৰণী দিদিয়ে কি কৈছে জান মণিৰ মাক?'

'কি কৈছে?'

'কৈছে মোৰ এই বেমাৰ কিয় হ'ল।'

'কিহৰ কাৰণে হ'ল?'

'সেই ওঠৰ বছৰৰ পৰা মই প্ৰতি ৰাতিয়ে ত্ৰিশটালৈকে নাৰিকল ৰুকিছোঁ, পটাত পিচিছোঁ, সন্দেশ-লাড়ু বনাইছোঁ। মাইকী ডাক্তৰণীয়ে তাক খুব বকা-বকি কৰিলে।'

'ঠিকেই কৰিছে, মণিৰ মাকৰ হঠাৎ মনত পৰিল মিনতিয়ে কোৱা কথাষাৰ। সি হাতত পইচা পালেই ড্ৰাইভাৰণীৰ তালৈ যায়। সি হেনো এদিন ফুলৰ তাত মদ খাবলৈ গৈ তাইৰ হাতত চৰ খাইছে। মিনতিয়ে জগুৰ নাম শুনিলেই টিকিচি-বিকিচি কৰি উঠে। সি হেনো আজি-কালি যাৰে তাৰে লপা-থপা খাই ফুৰে। তাইৰ মিনতিৰ বিকটোৱা ওঁঠ দুখনৰ পৰা সৰি পৰা শব্দকেইটা মনত পৰিল। বজ্জাতে ঘৈণীয়েকক খটুৱাই খটুৱাই বেমাৰ কৰিলে, এতিয়া তাৰ, কণীগুটিৰ খজুৱতি বেছি হ'ল।' তাই আকৌ ক'লে, 'ভাল কৰিছে ডাক্তৰণীয়ে'।

'তেনেকৈ নক'বি মণিৰ মাক। সি মৰদ মানুহ, তাতে জোৱান মৰদ। সি বুলিহে এজনী অনা নাই। ভাত ৰান্ধিব নোৱাৰিলে, সি মোলৈ কিবা-কিবি থৈ যায়। এয়া চা মণিৰ মা'। তাই এটা সৰু ব্ৰেড কাপোৰৰ তলৰ পৰা উলিয়াইছে। 'তাক মই কি দিব পাৰিছো, না পাৰিছোঁ সংসাৰ চলাব, না দিব পাৰিছোঁ বিছনাৰ সুখ।'

তাইৰ জকা হেন মানুহজনীৰ কথাকিটা শুনি গাটোত লাই-সৰিয়হ ফুটা যেন লাগিল। ঠিক মিনতিৰ দৰে মুখখন বিকটাই তাই হঠাৎ ক'ব নোৱাৰাকৈয়ে কৈ উঠিল, 'তোক খটুৱাই খটুৱাই মাৰিলে, এতিয়া তাৰ... ।' তাই বৈ গ'ল।

'তই কি ক'ব খুজিছ বুজিছোঁ মণিৰ মা, সি জোৱান মৰদ, মণিৰ মা, জোৱান মৰদৰ খালী বিছনা।' মুখখন ভাঁজ লগাই কান্দি উঠা মানুহজনীলৈ চাই তাইৰ কিবা বিতৃষ্ণা লাগি গ'ল, ঠিক মিনতিৰ তাৰ কথা ক'লে জিলিকি উঠা মুখখনত ছাই লগাৰ দৰে।

'ল'ৰা-ছোৱালী কিটা ক'ত গ'ল?' তাই প্ৰসংগ সলনি কৰিব খুজিছে।

'কি কৰিব আৰু? এটা ভাঙা-চুৰাৰ ব্যৱসায়ত নামিছে, এটাই ৰড্ডি বোটলে, এটা...।' মানুহজনীয়ে কথাবোৰ কওঁতে হেফাইছে। 'কি কৰিব, মা হ'ল এটা মৰা শ।'

'বাপেকে কি কৰে? সি চাব নোৱাৰে?'

'তাৰ কথা তেনেকৈ নক'বি, সি দুইহাত আঁজুৰি কৰিছে বাবেহে এসাঁজ খাবলৈ পাইছোঁ।'

হঠাৎ তাই উঠিল, যাওঁ বুজিছ, বুলেনৰ তাৰ পৰা আহোঁ। তাই মুৰিৰ টোপোলাটো তাইৰ হাতত দি মনে মনে ওলাই আহিল। পচা গোন্ধটোৰ লগত ক'ৰবাত মিহলি হৈ গ'ল এটা সস্তীয়া আতৰৰ গোন্ধ। জগুৱে কাপোৰত সানি গৈছে। তাইৰ ওঁঠখন মিনতিৰ দৰে ভাঁজ লৈছে, ভাঁজ লোৱা ওঁঠকিটাত পিৰ্‌পিৰাই আছে সেই শব্দকেইটা। তাই নলাৰ ফালে চাই পিককৈ থুই এথোপা পেলালে। অলপ শান্তি লাগিল।

ৰত্নাৰ মাকে পিৰালীতে বহি বাঁহৰ শলি চাঁচি আছে। তায়ে মাত লগালে।

'কি কৰিছ' ৰত্নাৰ মা?'

'কি আৰু কৰিবি, শলি দুডালমান চাঁচিছোঁ।'

'যোৱা বজাৰটো মাৰ খালে।

'মই বাছষ্টেণ্ডতে গৈ দুযোৰ বেছি আহিলোঁ। কোনোমতে চাউলকিটা আছে।'

'মণিয়ে সিঙৰ গেৰেজত কাম কৰি চাউলৰ খৰচটো উলিয়ালে বাবে লঘোণত নপৰিলোঁ।

'তই হ'লি বেটাৰ মা।' ৰত্নাইঁতৰ ঘৰটোৰ পৰা ওলাই অহা বুঢ়া মানুহটোৱে মাত দিলে। বুঢ়াৰ হাতত এমোনা ঠোঙা। মানুহটোৰ মাতত পৃথিৱীখনৰ তিতা, 'মোৰ এটা বেটা থকা হ'লে মই কি বুঢ়া দেহাৰে এইবোৰ কৰিব লাগিলেহেঁতেন?' বুঢ়াই ঠোঙাৰ মোনাটো ওপৰলৈ দাঙি ধৰিছে। তাইৰ কাষেদিয়ে বুঢ়া ওলাই গ'লগৈ।

'ৰত্নাৰ মা, বুঢ়াই ঠোঙা বনাবলৈ চকুৰে মনেনে?'

'চকুৰে চব মনে, খাব পাৰে, শুব পাৰে, কি কৰিব নোৱাৰে? মা-বেটীক গালি পৰাৰ টাইমত বুঢ়াৰ মাত শুনিবি, জোৱান মানুহে তাৰ লগত নোৱাৰিব। কামৰ সময়ত তাৰ বেটা নাই।'

'ঠোঙা কোনে বনালে?'

'কোনে আৰু মই।'

'ৰত্না।' ৰত্নাৰ কথা তাই কিবাকিবি শুনি আছে। বেছি ভাগ সময় তাই ড্ৰাইভাৰণীৰ ঘৰতে থাকে। জোনৰ মাকে কৈছিলে চাকৰণী খাটে। খাটক, চাকৰণীকে খাটক। তাইৰ কাণত বাজি উঠিল এটা তীক্ষ্ণ মিহি সুহুৰি, গাড়ী এখনত আঁউজি থকা এটা মানুহ আৰু মাইকীৰ কামানিৰে খাই থকা বুলি গালি পাৰি পাৰি এজনী মানুহে লৈ যোৱা এটা মদাহী। সেইখন ঘৰত, সেইজনী মানুহৰ লগত...।

ৰত্নাৰ মাকে একো মতা নাই, একমনে শলি চাঁচি আছে।

'বুকুৰ বিষটো?' তাই মানুহজনীৰ গাটোৰ কথা, বিষাই থকা বুকুখনৰ কথা সুধিব খুজিছে। মানুহজনীয়ে একো উত্তৰ দিয়া নাই। তায়ো একো নকৈ সেইখিনিৰ পৰা আঁতৰি আহি'ল।

ড্ৰাইভাৰণীৰ ঘৰটো পাৰ হ'লেই পাক এটা ঘূৰি বুলেনৰ ঘৰ। ড্ৰাইভাৰণীয়ে নতুন ঘৰ তুলিছে, নতুন ঘৰৰ টিঙত টিভিৰ এণ্টিনা বন্ধা, শুনিছে ৰঙীন টিভি, ডাঙৰ আইনাৰ দামী টিভি। বুঢ়া দৰ্জী বা নবীনৰ ঘৰত থকা সক ক'লা-বগা টিভি নহয়। নতুন ঘৰৰ আগত ড্ৰাইভাৰৰ বগা ৰঙৰ গাড়ী।

ড্ৰাইভাৰণীৰ বস্তিৰ ভিতৰতে ভাল অৱস্থা। ড্ৰাইভাৰণীৰ ঘৰৰ পৰা গানৰ শব্দ ভাহি আহিছে, ডাঙৰ আইনাৰ ৰঙীন টিভিৰ পৰাই চাগে। সেইখিনি ঠাই তাই তলমূৰকৈ পাৰ হৈ গ'ল। কিয় জানো তাইৰ ভাব হ'ল কোনোবাই যেন তাক লুকাই-লুকাই চাই আছে। তাইৰ

ডিঙিটো শুকাই অহা যেন লাগিল।

বুলেনে বেৰাত লগোৱা ভোতোৰা গছবোৰ বাঢ়ি এখন কুকুৰা এটাও সৰকিব নোৱাৰা সেউজীয়া বেৰা হৈ পৰিছে। কাঠ লিচুডালো ডাঙৰ গছ এজোপা হৈ পৰিল। গছজোপাত সৰু সৰু ফুল ধৰিছে। বুলেনৰ ঘৰৰ চোতালত তাই নতুন গছ এজোপা দেখিলে। এজোপা ফণি-মনসাৰ গছ ডাল-পাত মেলি প্ৰায় মাজ চোতালতে বাঢ়ি আহিছে। গছজোপাৰ চাৰিওফালে এখন বেৰা। দেখিলেই গম পাই বুলেনৰ হাতৰ কাম। গছজোপাৰ গুৰিটো মচি-কাচি থোৱা আছে, এগছ চাকিও জ্বলি আছে। বুলেন হৰি ভঙুৰাৰ পুতেকৰ সৈতে বহি আছে। তাই সোমাই গ'ল।

'আহ কুৰমানী', বুলেনে তাইলৈ কাঠৰ টুল এখন আগবঢ়াই দিলে।

'সুমলা ক'ত? ভালে আছেনে?'

'কিনো ভালে থাকিব, ভগা গছ, আকৌ শিপা মেলিবনে?'

কমলা ৰঙৰ দখনা এখন আধা চোঁচোৰাই, আধা পিন্ধি সুমলা ওলাই আহিল। তাইৰ মূৰৰ দীঘল চুলিকোছা নাই। কদম-চাট দি কাটি দিছে।

'চুলিখিনি, চুলিখিনি কাটি দিলি কিয়?'

'ওকণী হৈছিল।'

'এইখন কাপোৰ তাই কেনেকৈ পিন্ধিব? বজাৰৰ পৰা মেক্সী এটা আনি...।'

তাইৰ কথা শেষ হ'বলৈ নাপালে। বুলেনে গৰ্‌গৰাই উঠিল, 'পিন্ধিব লাগিব, জাতৰ কথা আছে, নিপিন্ধিলে হ'বনে?'

'বিজাতিৰ পোছাকবোৰ পিন্ধিব নালাগে। এতিয়া চব বড়ো মানুহে নিজৰ পোছাক পিন্ধিব লাগিব।' ভঙুৰাৰ পুতেকে তাইৰ গাৰ ক-অপাৰেটিভৰ সস্তীয়া শাৰীখনলৈ কেৰাকৈ চাইছে।

'কুৰমানী, তয়ো এইবোৰ এৰ, নিজা পোছাক পিন্ধ।'

'নিজা পোছাক?' কি কয় বুলেনে? বুলেন ইমান বেলেগ হৈ গৈছে।

'তোৰ গাত বড়োৰ তেজ, তই কিনাৰাম বড়োৰ নাতিনী।'

তাই অবাক হৈ বুলেনলৈ চাই থাকিল।

'ডাঙৰ আন্দোলন হ'ব। অসম আন্দোলনতকৈয়ো ডাঙৰ হ'ব, আমি নিজৰ ৰাজ্য লৈহে এৰিম।' হৰি ভঙুৰাৰ পুতেকটোৰ কথা ক'লে চকুটো পকা অণ্ঠাৰ দৰে ৰঙা হৈ পৰে।

'আন্দোলন হ'ব?'

'হ'ব।' বুলেনৰ মাতটো ফণি-মনসা গছডালৰ দৰে গুঙাল।

'আকৌ গোলমাল হ'ব?' তাইৰ কাণত বাৰে বাৰে বাজি উঠিল এটা বেঙা মানুহৰ মাত, 'মূল নাই, চকু নাই'। তাই কেনেকৈ পাহৰে সেই বেঙা মানুহটোৰ গেঙনিৰ দৰে মাতটো? 'দাদু.... দিদা, শিমলু গছৰ তলত, বুনাবুনিৰ মূল....লতা লতা তেজ।'

'হ'ব, গোলমাল, বন্ধ, চব হব, আমি ৰাজ্য লৈহে এৰিম।' হৰি ভণ্ডুৰাৰ পুতেকৰ চকুত তাই দাউদাউকৈ জ্বলি অহা একুৰা জুই দেখা পালে।

'এইবোৰ নহ'লে, এইবোৰ নকৰিলে নহয়নে?'

'নহয়, দেখিলি নহয় সিহঁতে কি কৰিলে, বিদেশী খেদিম বুলি গাদী ল'লে। কোৰোণাৰে ধন চপাইছে সিহঁতে। আমাৰ কি হ'ল? কি পালোঁ আমি? মোৰ ঘৰ-দুৱাৰ শেষ কৰিলে সিহঁতে, মোৰ মানুহজনী পাগলী কৰিলে। লাগিবই লাগিব, নিজৰ ৰাজ্য লাগিবই।'

হৰি ভণ্ডুৰাৰ পুতেক গ'লগৈ। সি যাওঁতে তাইৰ গাৰ শীৰীখনলৈ আকৌ এবাৰ চাই গ'ল।

'তই সেই মিনতি নে চিনতি জহৰা ফুকুৰাজনীৰ লগ নল'বি।' বুলেনৰ মাত সক হৈ আহিছে, 'পকা খবৰ পাইছোঁ, তাইৰ গাত জহৰা দিয়া সেইটোৰ লগবোৰৰ এগালে ছাৰেগুাৰ কৰিব, সিও কৰিব। তাৰপাছত চাবি জহৰা ফুকুৰা বেঙীজনীৰ বিছনাত গোটেইবোৰ মৰাশত শগুণ পৰাদি পৰিবহি। তোক কৈ থ'লোঁ।

তাই সেপ ঢুকিছে। সুমলা আহি সিহঁতৰ আগত থিয় হৈছেহি। তাইৰ গাৰ দখনাখন খুলি গ'ল। গাত মাত্র পেটিকোটটো। পেটিকোটটোত বগা বগা চেকা, বুলেনে দখনাখন তাইৰ গাত মেৰিয়াই দি ৰছী এডালেৰে বান্ধি দিলে। তাইৰ গোটেই পৰিবেশটো আনকি বুলেন আৰু দখনা পিন্ধা সুমলাকো কিবা অচিনাকি যেন লাগিল।

'যাওঁ যে, মণি আহিবই, ভাতমুঠি বহাই দিওঁগে', ঘপকৈ উঠি তাই বুলেনৰ ঘৰৰ পৰা ওলাই আহিল।

'কুৰমানী! গছজোপাত সেৱা এটা কৰি যা।' বুলেনৰ মাতটো নুশুনা ভাও জুৰি তাই ওলাই গ'লগৈ।

কিয় জানো তাইৰ মনটো বৰ বেয়া লাগিল। চাৰিওফালে যেন লক্লক্কৈ বাঢ়ি উঠিল, কাঁইটীয়া গুণ্ডাল ফণি-মনসাজোপা। তাই যেনিয়ে যাব তেনিয়ে পাতবোৰে আবৰি ধৰে। কেনেকৈ কেনি যায় তাই?

## ২৩

মণি গা ধুই আহিলেই। সি আজিকালি পুৱাই পুৱাই স্কুললৈ যায়। দশম মানত উঠাৰ পৰাই পুৱা স্কুলত কচিং ক্লাছ কৰে। অহাবাৰ মেট্রিক দিব। কেনেকৈ যে সময়বোৰ পাৰ হৈ গ'ল। মণি স্কুল পাৰ হ'লে কলেজত পঢ়িব। হ'ব, তাইৰ মণি ডাঙৰ মানুহ হব। সি গা ধুবলৈ যাওঁতেই হবিচীয়া বেঙেনা দুটামান ছিঙি চৌকাৰ ওচৰতে থৈ গৈছে। গছজোপা সিয়েই পিৰালী কানতে লগাই থৈছিলে। ক'ৰপৰানো গুটি আনিলে সিয়ে জানে। সি গোজা মাৰি থ'লেই গছ হয়, ফল লাগে। বগা বগা বেঙেনাকিটা ভাতত দি লোণ-তেল অকণ দি পিতিকা কৰি খাবলৈ সি বৰ ভাল পায়। এদিন মণিৰো এখন ঘৰ হ'ব, চাৰিওফালে গোজা মাৰিলেই ফল হোৱা হাতখনেৰে লগোৱা গছ-গছনিৰ ছাঁ আৰু তাই? তাই গছৰ তলত বহি থোলোকা ল'ৰা এটাক কোলাত লৈ সাধু ক'ব। চৰাইৰ সাধু, মেকুৰীৰ সাধু, ৰজা-ৰাণীৰ সাধু। ভাতত দিবলৈ বুলি অন্যমনস্কভাৱে বেঙেনাকিটা ধোওঁত চুপহীটোৰ জোঙা জোঙা কাঁইটবোৰে বুঢ়া আঙুলিতে বিন্ধি দিলে। কাঁইটো কাঁইট একোটা বগৰী গছৰ কাঁইটৰ দৰে। তাইৰ আঙুলিৰ পৰা টপটপকৈ তেজ পৰি চাদৰখনত চেকা এটা লাগি গ'ল। মুখেৰে চুপি তাই তেজ বন্ধ কৰিলে। মণি আহে মানে তাইৰ ভাতো হ'ল, বেঙেনা পিতিকাও হ'ল।

মণি যোৱাৰ পাছত তাই মুৰিৰ খোলাত বহিল। কাইলৈ বজাৰ বাৰ। মুঢ়াকেইটাৰ কাম কৰি থাকোঁতেই সময়খিনি গ'ল। আজি দিনটো বহিলেই হৈ যাব। মণিলৈ ৰন্ধা ভাত এমুঠি খাই লৈছে। সি আহিলে আৰু এমুঠি বঢ়াই দিব। মাগুৰী ধানৰ মুৰিখিনি ফুলি ফুলি উঠিছে।

'কুৰমানী, কুৰমাণী এ।' বুলেনৰ মাত। কিনো অসময়ত আহিল মানুহটো। মুৰিৰ খোলাখননো এৰে কেনেকৈ?

'আহ এ কুৰমা, ইয়ালৈকে আহ।' তাই বহি থকা পীৰাখন বুলেনলৈ আগবঢ়াই দি মুখখন চাদৰৰ আঁচলেৰে মচি ল'লে। বুলেনে হাতত খবৰ কাগজেৰে নুৰিয়াই কিবা এটা আনিছে। সি আহিলে শুদা হাতে নাহে, মণিলৈ বুলি কিবা এটা আনেই। কথা-বতৰা পাতি, চাহ-তামোল খাই যাবৰ সময়ত লাহেকৈ টোপোলাটো থৈ যায়, 'এয়া মণিৰ কাৰণে আনিছিলোঁ দে।' কলপাতেৰে মেৰোৱা লাই এমুঠি, লাও এচিটা, কল চাৰিটা, সৰু মাছ কেইটামান।

সি আজি আহিয়ে কাগজেৰে নুৰিয়াই অনা টোপোলাটো খুলিলে। এখন সেউজীয়া ৰঙৰ দখনা, পাতলিত সৰু সৰু হালধীয়া লতা। বুলেনৰ মাতটোত ফণি-মনসাৰ হুল,

'বাছি থাকিবৰ মন আছে যদি এইখন পিন্ধিবি।'

'কি এইখন?'

'দেখা নাই?' সি কাপোৰখন মেলি ধৰিলে।

'এইবোৰ ৰঙীন কাপোৰ, তই কিয় পাহৰিছ কুৰ্মা? মণিৰ দেউতাক...।'

'বড়ো মানুহৰ মাজত এইবোৰ নিয়ম নাই।'

'কোনোদিনে নিপিন্ধা কাপোৰখন...।'

'নিপিন্ধিলে নাই, ভাললৈ বুলি কৈছোঁ, কৈ থ'লোঁ মই।'

'কুৰমা, তোৰ হৈছে কি?' তাইৰ মাতটো কান্দোনৰ দৰে শুনাইছে।

'কি হৈছে মোৰ ঘৰত গৈ চাগৈ।'

'সুমলাৰ কিবা হৈছে। বেছি জ্বৰ উঠিছে?'

বুলেন হন্‌হন্‌কৈ ওলাই গ'লগৈ। কি কৰোঁ কি নকৰোঁকৈ তায়ো মুৰিৰ খোলা সামৰি বুলেনৰ পাছ ল'লে। কি বা হ'ল মানুহজনীৰ? জ্বৰ উঠি ল'ৰাটোকে কিবা কৰিলে নেকি? সি ঘূৰি চাই তাইক দেখি ৰ'ল।

'কুৰমানী, তয়ে ক আমাক এনেকৈ অত্যাচাৰ কৰিলে আমি সুকীয়া ৰাজ্য বিচাৰি কি কৰিম। মই ভঙুৰাৰ পুতেকৰ পাৰ্টিত সোমাইছোঁ।

'এই পাৰ্টিয়ে কি কৰিব?'

'আমাৰ কাৰণে ৰাজ্য আনিব।'

'সেইখন ৰাজ্যত তহঁত অকলে থাকিবি নে আনকো দিবি?'

'কাকো নেখেদোঁ, মিলি-জুলি থাকিব লাগিব, আমাৰ ৰাজ্যত আমাৰ কথা মানি চলিব লাগিব।'

'সেইটো পাৰ্টিয়ে নিজে অকলে খাম বুলি ৰজা হ'ল, তহঁতে বা অকল খাম বুলি কি কৰ।' মণিৰ মাকে হাঁহিছে।

'কুৰমানী, এইবোৰ হাঁহি-তামচাৰ কথা নহয়। বহুত সহিলোঁ আৰু নোৱাৰোঁ। বুলেনৰ খঙাল মুখখন দেখি তাই মনে মনে গৈ থাকিল। বুলেনৰ ঘৰৰ চোতালত বহী মাৰি পকাই থোৱা ৰঙা দখনা এখন গাৰ পৰা আঁজুৰি আঁজুৰি সুমলা বহি আছে। সুমলাতো ঠিকেই আছে। তেনেহ'লে কাৰ কি হ'ল? ল'ৰাটোও স্কুললৈ গৈছে। তাই প্ৰশ্নবোধক চিন চকুত লৈ বুলেনলৈ চালে। বুলেনে ফণি-মনসাজোপাৰ তলতে বহি মাটিত ভুকুৱাই আছে। অদ্ভুত খঙত মানুহটো ক'লা পৰি গৈছে। তাইৰ তাক একো সুধিবৰ সাহ হোৱা নাই। তাই কাৰাওখনত বহিবলৈ বুলি ভিতৰ সোমাই যাব খুজি শুনিলে এটা গেঙনিৰ শব্দ। তাই ভুমুকিয়াই চাই দেখিলে এজনী তেৰ-চৈধ্য বছৰীয়া ছোৱালী গাত কাপোৰ এখন লৈ শুই আছে কাষতে বুকুত মেখেলা পিন্ধা আদহীয়া মানুহ এগৰাকীয়ে ছোৱালীজনীক মূৰত বিচি আছে।

'কি হৈছে তাইৰ?'

মানুহজনী মনে মনে আছে।

'কিবা অসুখ হৈছে। মেলেৰীয়া?'

বুলেন সোমাই আহিল, খঙত মানুহটো কঁপি আছে। তাৰ খংখিনি যেন বিধ্বংসী জুই একুৰা, তৎক্ষণাত চকুৰ পচাৰতে ইখন চালৰ পৰা ইখন শুকাই কনকনীয়া চাললৈ জঁাপ মাৰি গৈছে। মানুহগৰাকীৰ মুখখনো খঙত ৰঙা পৰি আহিল, 'চা, তহঁতৰ চৰকাৰৰ পুলিচে মোৰ এই কুমলীয়া ছোৱালীজনীক কেনেকৈ কাউৰী-শগুণে খোৱাদি খালে।' মানুহজনীয়ে ছোৱালীজনীৰ অচেতনপ্ৰায় দেহাটোৰ পৰা কাপোৰখন আঁতৰাই দিলে। তাই চিঞৰ মাৰি উঠিল, বুকুৰ মাংস খবলা-খবলে উঠি গৈছে, গোটেই গাতে দাঁতৰ দাগ, যৌনাংগত এখন কাপোৰ গুঁজি থোৱা আছে।

'পুলিচে, আমাৰ চৰকাৰৰ পুলিচে? আমাৰ চৰকাৰ...' তাই মানুহজনীক কিবা এষাৰ কথা ক'ব খুজিছিল, চৰকাৰৰ লগত তাইৰ সম্পৰ্ক কি? তাইৰ চৰকাৰ বুলি কিয় কৈছে মানুহগৰাকীয়ে? মানুহজনীয়ে তাইলৈ চাই আছে। কিয় চাইছে এনেকৈ? তাইৰ গাত কি দোষ? তাই লাহেকৈ বাহিৰলৈ ওলাই আহিল। বুলেনো আহিল। সি বেৰাৰ পৰা দা এখন উলিয়াই মাটিতে ঘপিয়াই আছে।

'দেখিলি কুৰমানী, মোৰ এই পৃথিৱীত আপোন বুলিবলৈ এই পেহীজনীয়েই আছিল, ভতিজাজনীয়ে কৈছিল ইয়াতে থাকি কলেজ পঢ়িব, তাইৰ পঢ়াৰ বৰ বুধি আছিল।'

'পুলিচে কিয়?'

'গাঁৱত আন বহুত মানুহৰ লগত তায়ো গৈছিল প্ৰছেচন কৰি।'

'কিহৰ প্ৰছেচন?'

'আন্দোলনৰ সময়ত যেনেকৈ তহঁতৰ মানুহ গৈছিলে।'

'পুলিচে আমাৰ ছোৱালীবোৰক নেফা-নেফ কৰিলে। ক' কুৰমানী, তয়ে ক' এইখন চৰকাৰৰ হুকুম নাথাকিলে সিহঁতৰ কোনটো কুকুৰৰ ইমান সাহ হয়?' বুলেনে দাখন মাটিত এনেকৈ ঘাপ এটা মাৰিলে যে মাটিত কাপ খাই লাগি ধৰিলে।

'কিহৰ কাৰণে প্ৰছেচন কৰিব লগা হ'ল?'

'নিজৰ ৰাজ্যৰ কাৰণে এই কুকুৰবোৰৰ লগত আমি আৰু নাথাকোঁ, চাবি, তই চাই থাকিবি নিজৰ ৰাজ্য আমি লৈহে এৰিম, এজনীক আধামৰা কৰিলি, আৰু কিমান আছে চাই থাকিবি, হৰি ভঙৱাৰ পুতেক পাহাৰলৈ গৈছে, সি বোমা বনাবলৈ শিকি আহিব। সিহঁত ঘূৰি আহিলে চাবি, চব চাৰখাৰ হ'ব।'

'ওঁ' বৰ সৰুকৈ তাই শব্দটো উচ্চাৰণ কৰিলে।

'কুৰমানী, চা তোৰ গাত বড়োৰ তেজ আছে বাবেহে এইবোৰ কৈছোঁ। তোক আকৌ এবাৰ কওঁ, নিজা পোছাক পিন্ধিবি, একো নহয়। নহ'লে চাবি জুইত জাহ যাবি।'

সুমলাই দখনাখন ইতিমধ্যেই আঁজুৰি আঁজুৰি খুলিলে। তাই সিহঁতৰ ফালে আগুৱাই আহিছে।

'কুৰমা, তই শৰণীয়া, সুমলা কোচ মানুহ, তহঁতেনো নিজা ৰাজ্য বিচৰা পাৰ্টিত কিয় সোমাইছ?'

'মোৰ ভতিজাজনী কি আছিল? তাই মোৰে তেজৰে নাছিলনে? তাই কি কৰিছিল? লগৰ লগত পৰি কি হৈছে চাবলৈ গৈছিল। আৰু সুমলাক মই বিয়া কৰাইছোঁ, তাইৰ পেটত মোৰ ল'ৰা দিছোঁ।'

সুমলাই দখনাখন দীঘলকৈ মেলি চোঁচোৰাই আহিছে, এটা গাঁঠিত এটুকুৰা লাগি আছে। তাই এতিয়া ভাত খাব। ভাত নিদিলে অলপ পাছতে মানুহজনীৰ জ্বৰ উঠিব।

'মই যাওঁ দে, মুৰিৰ বালি চেঁচা পৰিল, আজি মুৰিকিটা ভাজিব নোৱাৰিলে পেটত গামোচা।' তাই অকশমান হাঁহিছে, 'বুজিছ কুৰমা, মই তহঁতৰ চব কথা নুবুজোঁ কিন্তু এটা কথা বুজিছোঁ পেটৰ ভাতমুঠিৰ যোগাৰ কৰা বৰ টান কাম। যি কৰ কৰিবি, আমাৰ ভাতমুঠি যোগাৰ কৰা ৰাস্তাটো নামাৰিবি।'

যাবলৈ বুলি জপনাৰ ওচৰ পাই তাই দেখিলে বুলেনে কলপাতেৰে মেৰিওৱা টোপোলা এটা দিছে, 'মেচকা টেঙা এমুঠি আছে, মণিক ৰান্ধি দিবি।' টেঙা শাকমুঠি মুঠা মাৰি ধৰি তাই বুলেনলৈ চালে, 'কুৰমা, ঘৰ এখন উচন হওঁতে এৰাতিও নালাগে, পাতোঁতে...।' কিয় জানো তাইৰ চকুৰ পৰা এটোপ পানী বাগৰি আহিল। খৰখৰকৈ তাই ৰাস্তাত উঠিল।

বস্তিৰ মানুহবোৰে দেখোন লৰা-ধপৰা কৰি এটা বিশেষ গলিৰ ফালে লৰ ধৰিছে। কি বা হ'ল? মানুহবোৰ চিঞৰ-বাখৰ কৰি থকা নাই, গোমোঠা মাৰি আছে। ভয় নাখালে হোৱাই-নোহোৱাই কাজিয়া-পেচাল, হাঁহি-তামচা কৰি থকা মানুহজাক এনেকৈ নাথাকে। কি বা হ'ল? ক'ত বা কি হ'ল?

সৌজনী লাতুৰ মাক। একেই চেহেৰা, জলৌ-জপৌ চুলি, অপৰিপাটি কাপোৰ, লেতেৰা হাত-ভৰি। আজি লাতুৰ মাকো মনে মনে খোজ লৈছে। তাই চহৰত হাজিৰা কাম কৰে। কাম মানে কাপোৰ ধোৱা, চোতাল সৰা, বাচন মজা। তাইৰ জলহ চেহেৰাটো দেখি কোনেও ভিতৰৰ কামত নলগায়। কিন্তু তাই মানুহজনীহে জলহ, তাই ধোৱা কাপোৰ, তাই মজা বাচন দেখিলে মানুহে তাইক আকৌ মাতে। উৎসৱে-পাৰ্বণেও তাইক মতা মানুহ আছে। ককায়েক-বৌৱেকৰ সংসাৰত এচুকত পৰি থকা লাতুৰ মাকক গিৰিয়েকে বিয়াৰ পাঁচমাহৰ পাছতে এৰি গৈছে। ককায়েকৰ লগতে একেলগে কাম কৰা কাঠমিস্ত্ৰী আছিল। বোধহয় বিহাৰী মানুহ আছিল। লাতুৰ মাকে নিজে ৰান্ধি-বাঢ়ি খায়। তাইৰ এটাই কথা, বৌৱেকে তাইৰ এই অৱস্থা কৰিলে। তাইৰ গিৰীয়েক ভাল মানুহ আছিল। বাৰে বাৰে তাই কৈ থাকে সি কিনি দিয়া এখন শাৰী দুপাতমান খাক, সি দেখুওৱা চিনেমা কিখন, সি দিয়া সঁচা সোণৰ আঙুঠিটো, সি কিনিব বুলি কোৱা মাটিখিনি, সাজিম বোলা ঘৰটো। একমাত্ৰ বৌৱেকে কথা লগাই লগাই তাৰ মন ভাঙিলে। তাইৰ ল'ৰাই মামাৱক-মামীয়েকৰ ঘৰত থাকে, তাতে খোৱা-বোৱাও কৰে। মামীয়েকৰ ল'ৰা-ছোৱালী নাই। মামাৱকৰ লগত যোগালী কৰে। দিনটো ৰাঙা মাৰি, কাঠ কাটি আহি সি মাকৰ বক-বকনিতকৈ মামীয়েকৰ

হাঁহি এটা মাৰি আগবঢ়াই দিয়া পানীগিলাচ ল'বলৈ ভাল পায়। মাকৰ চালি ঘৰত কম তেলৰ, পানী ছটিয়াই ভজা আলুভজা, ৰেচনৰ চাউলৰ ভাততকৈ মামীয়েকৰ হাতৰ মাছৰ জোলেৰে ভাত খাবলৈ ভাল পায়। মোমায়েকৰ লগত মিস্ত্ৰী কাম কৰোঁতে গৃহস্থই কিবা কাম এনেকৈ কৰ, তেনেকৈ কৰ বুলি বুজাই থাকিলে, 'ইমান মাথা মাৰ্‌ব নৰি দে' বুলি গোঙোৰা মাৰি উঠা সি বেছি কথা ধৰিব নোৱাৰে। মামাক দুই-তিনিদিনৰ কাৰণে ঠিকাদাৰৰ লগত দূৰলৈ কাম কৰিবলৈ গ'লে 'মোৰ ভয় লাগে, মোৰ লগতে শুবি আহ' বুলি মাকৰ চালি ঘৰৰ পৰা মাতি অনা মামীয়েকৰ লগত ফেনৰ বতাহ লৈ শুবলৈ ভাল লাগে। ভাল লগাৰ অনুভূতি, ভৰপেট ভাত, দিনটোৰ পৰিশ্ৰম। লাতু নাক ডাকি টোপনি যায়। কেতিয়াবা মামীয়েকে দাঁত কৰচি উঠে, 'এই পাগলীজনীৰ পৰা অকণমান শুবও নোৱাৰি।' সি সাৰ পাই উঠে। মাকে চালিঘৰত বকি থাকে, 'ৰাক্ষসী, চব খালে তাই মোৰ, মোৰ ল'ৰাক যাদু কৰিলে, মোৰ মানুহটোক খেদালে।' লাতুৰ মাকে কেতিয়াবা কান্দি উঠে, 'মোক এই ৰাক্ষসীয়ে শেষ কৰিলে।' মামীয়েকে তাৰ গাত হাত ফুৰাই দিয়ে, 'শুই থাক, পাগলী মানুহ, পুৱাই কামত যাব লাগিব।' ভাল লগাৰ অনুভূতিৰ মাজে মাজে মানুহ এজনীৰ কান্দোন। তাৰ ভাল নালাগে, খং উঠে। তাৰ মাজতে গধুৰ টোপনিয়ে হেঁচা মাৰি ধৰে। সি তাৰ প্ৰিয় কথাষাৰ 'ইমান মাথা মাৰ্‌ব নৰি' বুলি কৈ নাক ডাকিবলৈ আৰম্ভ কৰে।

আজি লাতুৰ মাকেও বকা-বকি কৰা নাই, তল মূৰ কৰি খোজ লৈছে। কিহে বা তাইৰ মুখখন বন্ধ কৰিছে। আচৰিত কথা, তাইৰ কাষে কাষে মামীয়েকো। সাপ-নেউল একেলগে। সৌটো লাতু আৰু মোমায়েক, লগতে সিহঁতৰ মিস্ত্ৰীৰ পাৰ্টিটো। জগুও অহিছে। নবীনো। ৰত্নাৰ বাপেক আনকি ড্ৰাইভাৰো কোবাকুবিকৈ এটা বিশেষ গলিৰ ফালে খোজ লৈছে। তাই বস্তিৰ মানুহৰ এই চেহেৰাটো কেবাবাৰো দেখিছে। কিবা এটা হ'লে ল'ৰাই-ছোৱালীয়ে উবুৰি খাই পৰে। ড্ৰাইভাৰ-ড্ৰাইভাৰণীৰ কাজিয়া, জগুক মিনতিয়ে মৰা চৰটো, হৰি ভঙুৰাৰ মাটি বিক্ৰী কৰি পোৱা টকাৰে গাহৰি মঙহ-লাওপানীৰ খানাত বাপেক-পুতেকৰ লাগি যোৱা হুৰা-হুৰি— এনেবোৰ ঘটনাই মানুহখিনিক গোট খুৱাবলৈ যথেষ্ট। কালী বুঢ়ীৰ জটা গজি জক উঠা, জোনৰ মাকে হাপানীৰ শ্বাস টানি টানি নীলা পৰি কাঠ যেন হৈ পৰা গিৰীয়েকক তেল মালিচ কৰি কৰি হাঐ-বিঐকৈ কন্দা, নবীনে সৰু টিভি এটা অনা— এনেবোৰ ডাঙৰ ঘটনা ঘটিলে কথাই নাই। কল্‌কলাই কল্‌কলাই মানুহবোৰ আহি ঠিক ঠাইত গোট খায়হি। তৎক্ষণাত কাৰণটো জনা-জনি হৈ যায়।

'কালী বুঢ়ীৰ জক উঠিছে, আজি জটা আঁঠুৰ ওচৰ পাইছেহি।'

'নবীনে টিভি আনিছে, আনিবই, কিতাপৰ বেপাৰ কৰি কম পইচা পাইনে?'

'কৰুণাৰ বাপেক মৰিল, তিৰীটোৱে কি কৰে? অত জোৱান তিৰী।'

'লাতুৰ মাকে ননদিক কোবালে, নহয় অ' ননদিয়ে হে বৌয়েকক ফলা খৰিৰে কোবালে... পাগলী মানুহ... নহয় এ পাগলী... বৌয়েকেই কৰিলে।'

কাৰণটোৰ নিজা নিজা ব্যাখ্যা আৰম্ভ হৈ যায়।

আজি ওলোটা হৈছে। মানুহবোৰ কিবা গোমোঠা মাৰি আছে। কোনেও মুখ খুলিব বিচৰা নাই। কিবা ভয় খাইছে মানুহবোৰে। বুঢ়া দৰ্জী আৰু ফুলৰ ঘৰৰ ওচৰে-পাঁজৰে মানুহবোৰ বৈ গৈছে। তাত মিনতি, জোনৰ মাক আগতেই বৈ আছেহি। মিনতিৰ ওচৰ চাপি তাইক সুধিলে, কি হৈছে। মিনতিয়ে মানুহৰ ফাঁকে ফাঁকে তাইক লৈ আগুৱাই গ'ল।

বুঢ়া দৰ্জী আৰু ফুল সিহঁতৰ চোতালত আগৰ বাস্তাত কাণত ধৰি, আঁঠু কাঢ়ি বহি আছে। চোতালত লণ্ড-ভণ্ড হৈ পৰি আছে ফুলৰ মদ বনোৱা সঁজুলিবোৰ। বুঢ়া দৰ্জী যেন আৰু বেঁকা হৈ গৈছে। মাটি চোওঁ চোওকৈ আছে মূৰটো। চোকা ৰ'দত মানুহটো ছিঙি পেলোৱা টেঙেচি টেঙাৰ আগ এটাৰ দৰে লেৰেলি গৈছে। এনেই বেমাৰী মানুহ। ফুলৰ চকুত পানী আৰু খং। তাই কাণত ধৰি ধৰিয়ে গিৰীয়েকলৈ চাই আছে। বুঢ়া দৰ্জীৰ যেন মূৰটো আচন্দ্ৰাই কৰিছে, কেউফালে যেন ধোঁৱা-ধোঁৱা দেখিছে। মানুহবোৰে থৰ লাগি চাই আছে। কোনেও একো কোৱা নাই। হঠাৎ মণিৰ মাক আগুৱাই গ'ল, তাই ফুলৰ মূৰত হাত দিলে। তাইৰ চকুলৈ চাই ফুলে দেখিলে চকুহালত পানী। এইবাৰ ফুল ৰ'ব নোৱাৰিলে। আঁঠু কঢ়াৰ পৰাই তাইৰ ভৰি দুটাত ধৰি হাউ-মাউকৈ কান্দি উঠিল, 'মণিৰ মাক, মই কিয় মদ বনাওঁ ক, সি কিয় মেচিনত বহিব নোৱাৰা হ'ল ক, ক মণিৰ মা এই বেমাৰী মানুহটোৰ কি দোষ? যি কৰিছোঁ মই কৰিছোঁ মোৰ শাস্তি দে, বেমাৰীটোক কিয়? কিমান যতন কৰি মানুহটোক বচাই ৰাখিছোঁ।'

বুঢ়া দৰ্জীয়ে বেঁকা হাড়ডাল যিমান পাৰে উঠাই কেঁৰা চকুৰে ফুললৈ চালে। চাৱনীটো কেঁৰা যেন লাগে, আচলতে বেঁকা ডিঙিটোৰে সি চাবলৈ দিগদাৰী পায়। চকুহাল মৰা মাছৰ দৰে ঢেলা পৰি আছে। ফুলে তাইৰ ভৰিটো এৰি দিয়া নাই, 'তই জনা-বুজা মানুহ, পাৰিলে মোৰ মানুহটো বচা, দেখা নাই তাৰ মুখখন। সি মৰিলে মই কাৰ লগত থাকিম এ মণিৰ মা।'

'চুপ থাক, মদ বনাবি আৰু এতিয়া কান্দোন জুৰিছ।' মটৰ চাইকেলত অহা দুটা ল'ৰাই ফুলক ধমকিয়াই উঠিল। চৰেই দেখিলে ল'ৰাকিটাৰ কঁকালত টিক্‌মিকাই আছে অস্ত্ৰ।

'শুন, মদ যদি কোনোবাই বেচ বা বনাব, বা জুৱাৰ আড্ডা বহাব, কি হ'ব জানই।'

এটাৰ পিস্তল কঁকালৰ পৰা ওলাই শ্ৰেংক ফায়াৰ কৰিলে, মানুহবোৰ হৰমূৰকৈ আঁতৰি গ'লগৈ, কোনো শব্দ নাই, মাটি খহাৰ দৰে মানুহৰ লডাবোৰ খহি পৰিল। বৈ আছে কেৱল তাই। ফুলে তাইৰ ভৰি দুটা এৰি দিয়া নাই।

ল'ৰা দুটাই মটৰ চাইকেলৰ পৰা নামি সিহঁতৰ ওচৰলৈ আহিছে। তাই লাহে লাহে মাত দিলে, 'মানুহটো বৰ বেমাৰী, তাক ছাঁত থাকিবলৈ দিবনে?'

'মদ বনোৱাৰ সময়ত সিতো বেমাৰী নাছিলে।'

'মদ মই বনাওঁ, মোৰ শাস্তি দিয়ক, বেমাৰী মানুহটোক নহয়।'

'চুপ থাক তই।'

ফুল মনে মনে আছে।

'বেমাৰী মানুহটোৰে ছাঁত আঁঠু কাঢ়িলে কিবা হ'ব নেকি?' তাইৰ স্নিগ্ধ মুখখনলৈ এক ধৰণৰ কঠোৰতা আহিছিল।

'উঠ, ছাঁলৈ যা, ঐ মাইকী, তয়ো যা।'

'নাযাওঁ মই, বেমাৰীটোকে দে।'

বুঢ়া দৰ্জী উঠিব পৰা নাই। তাই গৈ দৰ্জীৰ বেঁকা দেহাটো ধৰি ধৰি ছাঁত বহুৱাই দিলেগৈ। তাই কঁকালত পিস্তল লোৱা ল'ৰাকিটালৈ নোচোৱাকৈয়ে ফুলৰ ঘৰলৈ সোমাই গৈ এগিলাচ পানী আনি বুঢ়াক দিলে। চাদৰৰ আঁচল তিয়াই তাই বুঢ়া দৰ্জীৰ মুখ মচি দিলে।

'ল'ৰাকিটা যাবলৈ ওলাইছে, মটৰ চাইকেলৰ শব্দ হৈছে। আকৌ বন্ধ হৈছে। ল'ৰা এটা তাইৰ ওচৰ চাপি আহিছে। তাইৰ অনুভৱ হৈছে শুকান কল-ঠৰুৱা থকা গাঁত এটাত তাই পোত গৈ আছে, এতিয়াই জুই দিব, গাত লাগিবহি একুৰা দমদমীয়া জুই। তাই যেন মণিক কাষ চপাই আনিছে। 'মণি।' অস্ফুটভাৱে তাই সঁচাকৈয়ে মণিৰ নামটো উচ্চাৰণ কৰিলে।

'আপুনি আমাৰ মানুহ হৈ এই বাৰে-বঙলুৱাবোৰৰ হৈ কিয় ওকালতি কৰিবলৈ আহিছে।' ল'ৰাকিটাৰ মাতত এক ধৰণৰ সম্ভ্ৰম থাকিলেও মাতটো বেছ কঠিন।

'চাব কিন্তু এই বাৰে-বঙলুৱাবোৰ ইয়াৰ পৰা চব উঠিব লাগিব। উলুৰ লগত বগৰীও পুৰিব।' ইটো ল'ৰাৰ মাতটো সিটোতকৈয়ো নিষ্ঠুৰ।

'মানুহবোৰ ক'লৈ যাব?' তাইৰ মাতটো কান্দোনৰ দৰে শুনাইছে। মটৰ চাইকেলৰ শব্দত তাইৰ মিহি মাতটো নোহোৱা হ'ল। ল'ৰাকিটালৈ তাই চাই থাকিল। ইহঁতে কি কৰিব খুজিছে। সিহঁতৰ স্বাধীন দেশত কোন থাকিব? আৰু বুলেনহঁতৰ নিজা ৰাজ্যত। কি কি ভাগ কৰিব সিহঁতে? মূৰৰ ওপৰৰ আকাশখন? নদীখনৰ পানী? গছবোৰ? মাটি? নে মানুহবোৰ? তাই আৰু কালী বুঢ়ী? সুমলা আৰু মিনতি? জোনৰ মাক আৰু জাগুৰ ঘৈণীয়েক কালী বুঢ়ী আৰু ফুল? কেনেকৈ ভাগ কৰিব? কাটি টুকুৰা-টকুৰ কৰি? নদীৰ বান্ধ দি? মাটিবোৰ গড়খাৱৈ মাৰি? গছবোৰ বগৰাই লৈ? ইখন ৰাজ্যৰ পৰা সিখন ৰাজ্যলৈ সিহঁতে উৰি যাবলৈ দিবনে চৰাইৰ ঘৰমুৱা জাক? উজাই আহিবলৈ দিবনে মাকৰ সৈতে মাছৰ পোনা বাহ? ভাহি যাবলৈ দিবনে ফুলৰ সুবাস? এইজোপা গছৰ ফুলৰ ৰেণু সিজোপা গছলৈ কঢ়িয়াবলৈ দিবনে ভোমোৰাক?

তাই ঘৰ পালেহি। বেলি মূৰৰ ওপৰ পালেহিয়ে। গোটেই কামবোৰ পৰি আছে। মুৰিখিনি ভাজিব লাগে, কাপোৰবোৰ ধুব লাগে, ভাত ৰান্ধিব লাগিব, কোনটো এৰি কোনটো আগতে ধৰে? আকাশখনৰ গুৰিত ক'লা ডাৱৰ জমা হৈছে। বৰষুণজাকৰ কথা ধৰিব নোৱাৰি। এতিয়াও আহিব পাৰে, ৰাতিও আহিব পাৰে। কাপোৰ কেইখন নুগুকালে ৰব দিগদাৰী হ'ব। চাদৰখনত পুৰাই বেঙেনা ছিঙিবলৈ গৈ দাগ লগাই ল'লে। তেজৰ

দাগটো সোনকালে নুধুলে নাযাবই, সামৰণ বুলিবই, বজাৰলৈ গাত লৈ যাবলৈ সেইখনেই আছে। নদীলৈ যাবলৈ সময় নাই, আৰু নদীলৈ এচৰিয়া কাপোৰ নিবলৈ তাইৰনো কানি কেইখন আছে।

তাই কালী বুঢ়ীৰ কলৰ পাৰলৈকে চাদৰখন আৰু সৰু-সুৰা কাপোৰকিটা লৈ গ'ল। শিল পাৰি মণিয়ে কলৰ পাৰখন বৰ ভাল কৰি তুলিলে। মণিৰ কথা ভাবিলেই তাইৰ কেৱল গৰ্ব হয়। শিলটোত তাই চাদৰখনৰ চেকা লগা আঁচলটো মেলি ল'লে। দাগটো বহলকৈয়ে লাগিছে। কাপোৰ ধোৱা চাবোনটুকুৰা দাগটোত ঘঁহিবলৈ লৈ তাই অলপ সময় ৰ'ল। এইটো তাইৰ তেজৰ চেকা। কাৰ কাৰ তেজ মিহলি হৈ আছে এই চেকাটোত?

তাইৰ আইতাক মৌজাদাৰৰ জীয়াৰী ৰত্নমালাৰ?

তাইক ককাক হাতী মাউত কিনাৰাম বড়োৰ?

মাকজনীৰ তেজত কাৰ তেজ বেছি আছিল? ৰত্নমালা নে কিনাৰামৰ? নে দেউতাক মিঠাই কাৰিকৰ ক্ষীতিশ ঘোষৰ তেজ তাইৰ তেজত বেছি আছে!

আৰু সেইজন মানুহ? তাইৰ কোলাত কেঁচুৱা দিয়া মানুহজনৰ তেজ সেন্দূৰ হৈ তাইৰ শিৰত জিলিকি থকা নাছিলনে?

আইতাক ৰত্নমালাৰ কৰ্দমণিধাৰ।

ককাদেউতাক কিনাৰামৰ মাকে বোৱা দখনাখন।

মাকৰ সোণৰ কাজ কৰা শাখা কেইপাত।

মণিৰ বাপেকে ল'ৰাটো হওঁতে কিনি দিয়া ভমকাফুলীয়া মুগাৰ কাপোৰযোৰ।

কি পিন্ধিব তাই? কি ল'ব তাই। কৈশ্যেই শাখা কিপাত বাচি থাকিবৰ মন থাকিলে খুলিবলৈ কৈছিল। বুলেনে কৈছে বাচি থাকিবৰ মন আছে যদি দখনাখন পিন্ধিব লাগিব। বন্দুক লোৱা ল'ৰাকেইটাই কৈছে যাবে-বঙলুৱা মানুহৰ লগত থাকিলে বাচি থাকিব নোৱাৰিব। কেনেকৈ বাচি থাকিব তাই?

মেঘচটা উঠি আহিছে। বৰষুণজাক ৰাতিলৈ নাথাকিবও পাৰে। অলপ পাছতে আহিলে মুৰিখিনি ভজা আৰু নহ'ব। চালখনত ভাল ফুটা এটা হৈছে, অলপ বৰষুণ পৰিলেই হৰহৰাই পানী পৰে। আজি মুৰিখিনি ভজা নহ'লে, কাইলৈ বজাৰ আছে। তাই খৰখৰকৈ চাদৰখনত চাবোন মাৰি থুকুচি পেলালে। তেজৰ দাগটো উঠি গ'ল। কেঁচা তেজৰ দাগ, বেছি সময় হোৱা নাই, সহজে চেকাটো উঠি গ'ল।

তাই কাপোৰকিটা মেলি মুৰিৰ খোলাত বহিলগৈ।

বাচি থাকিবলৈ তাই এতিয়া এই কিচিকা কাপোৰখনেৰে গা ঢাকি প্ৰথমতে মুৰিখিনি ভাজিব লাগিব। পাৰিলে মৃত্যু দুটাৰ কামো শেষ কৰিব লাগিব। মণি অলপ পাছতে আহিব, ভাতকিটাও বহাব লাগে। তাইৰ পাকঘৰৰ পৰা মুৰি ভজাৰ গোন্ধটো কেউফালে বিয়পি পৰিল।

ৰাতি হোঁ-হোঁৱাই ধুমুহা মাৰিছিলে। মাজনিশাৰ ফালেহে বন্ধ হৈছিল। কালী বুঢ়ীয়ে ৰাতিটো হাৰিকেনটো জ্বলাই বহি আছিল। কিহে যে পাইছে বুঢ়ীজনীক, পইচা এটা খৰচ কৰিবলৈ টান পোৱা হৈছে। মূৰত এটাই চিন্তা দুবছৰ মাৰ পূজা পাতিব পৰা নাই, এইবাৰ পাতিবই। এনেও কম খায় বুঢ়ীয়ে, আজিকালি চৰাই এজনীৰ সমানহে খায় চাগৈ। দুটামান ভাত বহাব, আলু এটাতো পইচা খৰচ কৰিবলৈ টান পায়। ৰিজাৰ্ভৰ হাবিত গৈ পৰিলে কচু-ঢেঁকীয়া এমুঠি গোটাব, নোৱাৰিলে ক'ৰ খাৰকণৰ পাত, নৰসিংহ বা ভেদাইলতাৰ পাত একশ বাটি ভাতমুঠি খাব। তাকো ৰান্ধিব এবাৰ। ঘৰৰ খুঁটানো ক'ত বদলাব বুঢ়ীয়ে। পচা খুঁটাৰে হালি পৰা ঘৰটোত অলপ বতাহ মাৰিলেই বুঢ়ীয়ে হাৰিকেন জ্বলাই ৰাতি বহি থাকে। সেইজনী বুঢ়ীক চাই কোনোবাই শুই থাকিব পাৰিব? তায়ো পৰা নাছিল। তাহাঁতৰ ঘৰটোৰ খুঁটাবোৰ মণিয়ে এদিন বুলেনক লৈ সলাই পেলাইছিল। তাই বুঢ়ীকো কৈছিল। আলু এটা, দাইল এপোৱাত খৰচ কৰিবলৈ টান পোৱা বুঢ়ীয়ে বাঁহৰ খুঁটাত পইচা খৰচ কৰিব?

সেইখিনি সময়ত ধুমুহা কমিছিল। মণিয়ে-তায়ে গৈ বুঢ়ীক মাত দি আহি শুবলৈ যো-জা কৰিছিল। মণি বিছনাত পৰিল কি নপৰিল হ'ল নহয় জগা কাঠ। কালী বুঢ়ীৰো বোধহয় টোপনি আহিছিল। তাইহে বিছনাত পৰি আছিল। তাইৰ ভাত ঘুমতীটো ভাল মতে হ'লেই একে টোপনিতে নিশা পাৰ কৰি দিয়ে। মাজতে টোপনি ভাঙিলেই ভাৰস্তৰ চিন্তাই হেঁচা মাৰি ধৰে। সেই দিনাও ধৰিছিল। ৰাতি চাগৈ এটা-ডেৰটামান বাজিছিল। মিনতিয়ে আহি দুৱাৰত টুকুৰিয়াইছিলহি।

'মণিৰ মা, উঠ এ, দুৱাৰখন খোলচোন, শুই আছ নেকি? উঠচোন এ মণিৰ মা।' মিনতিৰ মাতটো ক্ৰমে অধৈৰ্য হৈ পৰিছিল।

তাই সাৰ পায়ে আছিল। চাদৰখন গাত পাক মাৰিবলৈকে দিয়া নাছিল মিনতিয়ে।

'মণিৰ মা এ, উঠচোন, উঠ।'

তাইৰ অকণমান খং উঠিছিল। 'গৈছোঁ ৰ', কিনো ইমান লৰালৰি লগাইছ।' তাইৰ চিন্তাও হৈছিল, কি বা হ'ল মাজনিশাখন? তাইৰ ঘৰৰ আগতে কদম এজোপা আছে। বতাহত সেইজোপাৰে ঠাল-ঠেঙুলি পৰিল নেকি তাইৰ ঘৰত? নে ল'ৰাৰে অসুখ হৈছে। দুৱাৰখন খুলি দেখিলে ল'ৰাটো হাতত ধৰি মিনতি ৰৈ আছে। আন্ধাৰতো ল'ৰাটোৰ বগা টুপটুপীয়া মুখখন জিলিকি আছে। সদায় ভাব হোৱাৰ দৰে আজিও তাইৰ ভাব হ'ল ল'ৰাটোৰ মুখত এটা হাঁহি থকা হ'লে। একেবাৰে নাইহে ল'ৰাটোৰে। মিনতিৰ মুখখন

শেতা পৰি আছে। তাই একো নুসুধিলে। দুৱাৰখন খুলি ভিতৰলৈ মাতিলে, 'আহ।' মিনতি সোমাই আহিল।

'ভাত খালি?'

'নাই।'

'ইয়াক কি দিছ?'

'একো দিয়া নাই।'

তাই পুৱাৰ কাৰণে সদায়ে চৰুত অলপ ভাত থয়। আজিও আছে। পিয়াঁজ এটা কাটি তেল-নিমখ দি থাল এখনতে ভাতকিটা বাঢ়ি তাই মিনতিৰ মুখলৈ চাই থাকিল। ল'ৰাটোৱে দুগৰাহমান খাই টোপনিত ঢলি পৰিল। মিনতিয়ে থাল চুচি ভাতকিটা খালে। শুই পৰা ল'ৰাটোক তাই মণিৰ কাষতে শুৱাই দিলে। বাগৰ এটা সলাই মণিৰ আকৌ টোপনি গ'ল।

মিনতিয়ে বেৰত আঁউজী বস্তাটোতে বহি আছে। তাই ওচৰ চাপি গ'ল। দুইজনী নীৰৱে অলপ সময় বহি থাকিল। মিনতি ঘপকৈ উঠি বহিল।

'আহ।' মিনতি মুৰি ভজা চালিখনৰ পিনে গৈছে। তায়ো মণিয়ে চিঞাহীৰ বটল এটাত সাজি দিয়া টিপ চাকিটো লৈ তাইৰ পিছ ল'লে। মিনতিয়ে বেৰাত হেলান দি বহিছে। চাকিটো থৈ তায়ো বহিল। কেনেখন কৰিছে এইজনীয়ে। কি বা হৈছে! তাইৰো বুকুখন কঁপি উঠিল। মিনতিয়ে চাকিটো নুমুৱাই দিলে। বাহিৰত ধুমুহা বৰষুণৰ পাছত জোন উঠিছে। মুৰি ভজা চালিখনৰ ভঙা বেৰাৰে অলপ অলপ জোনৰ পোহৰ সোমাই আহিছে।

'সি আহিছে?'

'নাই অহা।'

'তেনেহ'লে ৰাতি ঘৰ এৰি আহিছ কিয়? ঘৰৰ ওপৰত গছ পৰিছে?'

'নাই পৰা।'

'ঘৰত কোন আছে এতিয়া?'

'তাৰ লগ চাৰিটা।'

'কেতিয়া পালেহি?'

'ধুমুহাজাক মাৰি থাকোঁতেই।'

'কেইটা আহিছে বুলিলি?'

'চাৰিটা।'

'কি কৰি আছে?'

'শুই আছে।'

'ভাত ৰান্ধি খুৱালি?'

'নাই, ভাত খাবৰ অৱস্থা নাই সিহঁতৰ।'

'কিয়?'

'আটাইকেউটাৰে বেমাৰ, দুটাৰ গ্ৰহণী, তেজকে হাগিছে, দুটাৰ গাত জ্বৰ।' 'মণিৰ মা!

এইবোৰ বস্তিত ডাঙৰ হোৱা ল'ৰা নহয়, গাঁৱৰ বোকাপানী খচা ল'ৰাও নহয়। ভাল বস্তু খাই সুখত ডাঙৰ হোৱা ল'ৰা। ইহঁতবোৰে ডাঙৰ চাকৰী কৰি আৰামত থাকিব পাৰিলেহেঁতেন। কি বিচাৰি ফুৰিছে ইহঁতে?'

'কেতিয়াবা মানুহক জুৱে মাতে, পানীয়ে মাতে, পাহাৰে মাতে। ইহঁতকো মাতিছে। নোযোৱাকৈ থাকিব নোৱাৰে।'

'ল'ৰাকিটাক জোকে খাই গাটো আই ওলোৱা মানুহৰ দৰে কৰিছে, ভৰি ফুলি ফাটি তেজ ওলাই গৈছে। আহিয়ে মই দিয়া নিমখীয়া ৰঙা চাহ আৰু মুৰি খাই লাং খাই পৰিছেহি।'

'ক'ৰ পৰা আহিছে সিহঁত?

কব নোৱাৰোঁ কিন্তু এটা কথা ঠিক যে বহুত দূৰৈৰ পৰা আহিছে।'

'তোৰ ঘৰলৈ কিয় আহে সিহঁত। তাৰ কাৰণে?'

'অকল তাৰ কাৰণেই নহয়, এবাৰ আহিল, ভাত এমুঠি পালে, শুবলৈ পালে, আহে আৰু। বিৰ্জাৰ্ভৰ গাতে লগা কাৰণে ইয়াত সোমাবলৈও ভাল পাই, পাহাৰৰ পৰা নামিয়ে বিৰ্জাৰ্ভেদি মোৰ ঘৰ সোমাব পাৰেহি।'

'তই কিয় সিহঁতক আহিবলৈ দিয়? মিলিটেৰীয়ে পালে থেঁতালি পেলাব।'

মিনতি মনে মনে আছে।

'নক'ৱ কিয়? সিহঁতক কিয় ঘৰ সোমাবলৈ দিয়?'

তাই একেধৰণে গোঙোৰা মাৰি বহি আছে।

'তাৰ লগৰ কাৰণে। তাৰ খবৰ আনিব বুলি? কিয় ইমান টান, তোৰ তালৈ? কি পাইছ তাৰ পৰা? মৰিবি তই, তাৰ কাৰণেই এদিন মৰিবি।'

মিনতিৰ পৰিচিত ভংগিমা, কোব খোৱা সাপৰ দৰে মানুহজনীয়ে ফোঁচ্‌ফোঁচাই উঠিল, 'তাৰ কথা কিয় আনিছ? সি কি কৰিলে মোক? তহঁতৰ হিংসা, চবৰে হিংসা, তাৰ দৰে মানুহ এটাই তহঁতক চকু তুলিয়ে নাচাব। সি মোক ভাল পাই, তাৰ ছলি মোৰ কোলাত। তহঁতৰ হিংসা।'

মিনতিৰ এইবোৰ কথা চিনাকি কথা, তাই বিশেষ একো উত্তৰ নিদিলে। মিনতি অলপ শান্ত হৈছে। তাইৰ মুখত গভীৰ চিন্তাৰ ছাপ।

'বুজিছ মণিৰ মা, সিহঁতবোৰৰ কিবা ডাঙৰ বিপদ হৈছে।'

'পুলিচ-মিলিটেৰীয়ে খেদিছে?'

'সিহঁতে পুলিচ-মিলিটেৰীলৈ ভয় নকৰে।'

'কি হৈছে?'

'মই কথাবোৰ ভালকৈ ধৰিব পৰা নাই।'

'কেনেকৈনো বিপদ হৈছে বুলি গম পালি?'

'সিহঁত আহি সোমোৱাৰ পাছত মই সিহঁতক গৰম পানী কৰি দিলোঁ। সিহঁতে মুখ-

হাত ধুলে।'

'গৰম পানী কিয় দিলি? ব'হাগ শেষ হ'বৰ হ'ল।'

'সি আহিয়ে কয় 'অকণমান গৰম পানী দেচোন অ মিনতি।' আগতেও কৈছিলে, মই চহৰৰ মানুহঘৰত থাকোঁতেও সি আহিয়ে সদায় গৰম পানী খুজিছিল।'

'সেইকাৰণে তাৰ লগকিটাকো দিলি।' মিনতিৰ মুখত তাৰ কথা শুনিলে সদায় গা বিজ্‌বিজাই উঠাদি আজিও উঠিলে। কৈ লাভ নাই। তাই তাৰ কাৰণে জুইতো জাঁপ দিব পাৰিব।

'তাৰ পাছত নিমখ চাহে-মুৰিয়ে দিলোঁ। হাগনী হোৱা দুটাক ডালিমৰ কলি দুটা পুৰি ৰস অলপ অলপ দিলোঁ। সিহঁতে ক'লে 'আপুনি শুই থাকক, আমি ৰাতি নৌ পুৱাওঁতেই যামগৈ' মোৰ বিছনাখন সিহঁতক এৰি মই জুহালৰ ওচৰতে বহি আছিলোঁ, ল'ৰাটো বস্তা এখনতে শুৱাই দিছিলোঁ। মোৰ ল'ৰাটো দেখি সিহঁতৰ এটাই কি কৈছিল জান?'

এতিয়া তাই তাৰ কথা ক'ব। ঠিকেই তাইৰ মুখখন ৰঙা হৈ আহিছে, 'ই একেবাৰে জিতদাৰ দৰে হৈছে।' মিনতি অলপ সময় মনে মনে বৈ আছে। তাইৰ বুকুত কিজানি ৰাতি হোৱা ধুমুহাজাক হোঁ-হোঁৱাই বলিছে।

'তাৰ পাছত কি হ'ল? তই কিবা বিপদৰ কথা কৈছিলি?'

'সিহঁতৰ মাজত তৰ্কা-তৰ্কি হৈছিল।'

'কি লৈ হৈছিল?'

'মই চব কথা বুজা নাই।'

'তথাপি।'

'প্ৰথমতে সিহঁতে কোনোবা বিদেশী পাৰ্টি এটাক গালি পাৰিলে। সেই বিদেশৰ পাৰ্টিটোৱে সিহঁতক বন্দুক-বোমা চলাবলৈ শিকায়? পাৰ্টিটোৱে হেনো বহুত টকা বিচাৰিছে। সেইবোৰ টকা দিবলৈকে সিহঁতে হেনো চাহ-বাগানবোৰৰ পৰা পইচা তুলিছে।'

'সেইটোনো কি বিপদৰ কথা হ'ল? বন্দুক-বোমা চলাব পৰা চব পাৰ্টিয়ে পইচা তোলে। দেখা নাই বুঢ়া-দোকানীক কেনেকৈ মাৰিলে।'

'মই কৈছোঁ নহয় চব কথা বুজা নাই। কিবা গঁড়ৰ খড়্গৰ কথা কৈছিল, বিদেশী পাৰ্টিটোৱে দুটা গঁড়ৰ খড়্গ বিচাৰিছিল। সিহঁতৰ এটাই কইবা বোলা ঠাই এটুকুৰাত দুটা গঁড় মাৰি হেনো সিহঁতৰ লীডাৰক দিছিল। এই কথাটো লৈ সিহঁতৰ ল'ৰাবোৰৰ হেনো সিহঁতৰ ল'ৰাবোৰৰ হেনো বৰ খং। সিহঁতে বিদেশী পাৰ্টিৰ কাৰণে কিবা দেৱাগচ নে কি এটা বস্তু অনা-নিয়া কৰিছিল। সেই লৈয়ো খং। বন্দুক চলাবলৈ শিকাম বুলি কৈ সিহঁতৰ হতুৱাই বেংক ডকাইতিও কৰাইছিল। বিদেশী পাৰ্টিৰ কাৰণে ইমান কৰাৰ পাছতো হেনো সিহঁতে নুফুটা বোমা-বন্দুকহে দিলে।'

'বিদেশী পাৰ্টিয়ে সিহঁতক মাৰিব নেকি?'

'নহয় চাগে। কিন্তু এটা কথা ঠিক সিহঁতৰ নিজৰ মাজতে ভাগ ভাগ হৈছে। কিছুমানে

পাৰ্টি এৰি আহিব।'

'পাৰ্টি এৰি দিলে পুলিচ-মিলিটেৰীয়ে একো নকৰিব?'

'জানো ক'ব নোৱাৰোঁ।'

'সি কি কৰিব?'

মিনতি মনে মনে আছে।

'তই সোধা নাই?'

'সুধিছিলোঁ।'

'কি ক'লে?'

'সিয়ো পাৰ্টি এৰি আহিব।'

'আহিলে কি হ'ব?'

'নাজানো।'

'সি আহিব বুলি জানি তোৰ ভাল লাগিছে?'

তাই মনে মনে আছে।

'সি ঘূৰি আহিলে তোক আৰু ল'ৰাক লৈ যাব?'

মিনতি চুপ-চাপ।

'তই তাক আকৌ বিছনাত তুলিবি?'

তাই মনে মনে আছে যি আছেই।

'সি তোক টকা-পইচা দিব?'

নাই, তাইৰ কোনো মাত-বোল নাই।

'তই কি আশা কৰি আছ?'

তাইৰ মুখৰ টু শব্দ এটা নাই।

এইবাৰ মণিৰ মাক জক্‌জকাই উঠিল। 'মুখত নিবোকা চামোনে বাহ ল'লে। মই কৈ থৈছোঁ। তোক সি কুঁহিয়াৰ চোবোবাদি চোবাব, সিতাটো এৰি থৈ যাব। কুঁহিয়াৰৰ চোবোবা সিতাৰ দৰে তই পৰি থাকিবি। মই কৈ থ'লোঁ।'

তাইৰ মুখৰ পৰা কোনো শব্দ নোলাল।

বাহিৰখন পোহৰ হৈ আহিছে। চৰায়ে মাতিছে। কাউৰী এটাই কা-কাকৈ কাৰেদিয়ে উৰি গ'ল।

'যাগৈ যা, সিহঁত গ'লগৈ। ময়ো বাগৰ এটা মাৰি লওঁ।'

শুই থকা ল'ৰাটো কোলাত তুলি মিনতি গ'লগৈ, একেদৰে মনে মনে, মুখেৰে শব্দ এটা নকৰাকৈ। তায়ো মণিৰ কাষতে বাগৰ দিলেগৈ, নিঃশব্দে।

মণিৰ মাকৰ পোহাৰখন আজি সোনকালে শেষ হ'ল। মূঢ়া কিযোৰ এজন মানুহেই লৈ ল'লে। মুৰি খিনিও শেষ হ'ল, কলমদানি ধানৰ গোট গোট মুৰিকেইটা যাৰে চকুত

পৰিলে সিয়েই নিলে। আজিকালি মাণিয়ে বাঁহ-বেতৰ সৰু-সুৰা বস্তু মূঢ়াৰ লগতে বনাই দিয়ে, এই কলম-পেঞ্চিল থোৱা বাঁহৰ চুঙা, সৰু সৰু খৰাহী, সৰু ফুল তোলা কৰণী, সেইকিটাও গ'ল। বাকী থাকিল খৰাহী দুটা। আজি জোনৰ মাক, মিনতি এজনীও নাই অহা। তাইৰ আৰু বজাৰত খৰাহীলৈ বহি থাকিবৰ মন নগ'ল। ৰাতিটো মিনতিৰ লগত টোপনি ক্ষতি হৈছে। গাটো কিবা ৰাই-জাই কৰি আহিছে। তাই যাবলৈ ওলাল। মূৰটো কামুৰি আছে। ৰঙা চাহ একাপ পোৱা হ'লে। ইহঁত কিজনী থকা জগুৰ দোকানত চাহ একাপ খাব পাৰিলেহেঁতেন। নবীন বজাৰৰ পৰা ওলোৱা বাটটোতে বহে। তাইক দেখি মাত দিলে—

'মামী, বজাৰ সামৰিলেইনে?'

'তেনে বুলিয়েই ধৰা।'

'খৰাহীকিটা বৰ বঢ়িয়া হৈছে, চাওঁচোন।'

তাই নবীনৰ কিতাপ-বহীৰ দ'মটোতে খৰাহীকিটা থ'লে।

'কোনে সাজিলে? মণিয়ে?'

'আৰুনো কোনে সাজিব?'

'বাও কিডাল চাচোন, কেনে ফুল তুলি তুলি বান্ধ দিছে। এটা মোকেই দি যাওক।'

তাই বহিল। আজিকালি তাই য'তে-ত'তে জোনৰ মাকহঁতৰ দৰে হাত-ভৰি মেলি বহিব পাৰে। চাহ খাব পাৰে, ডাঙৰ মাতেৰে দৰা-দৰি কৰিব পাৰে। কোনো ধৰণৰ সংকোচ নাই।

'ল' তেনেহ'লে।' তাইৰ মুখৰ পৰা তুমি-তামাবোৰ নোহোৱা হৈ গৈছে। তই-টোকাৰীয়েহে জিভাৰ আগত নাচি থাকে।

'দিয়ক মামী, দুইটাই দিয়ক, ঘৰত আলু-পিয়াঁজবোৰ মাটিয়ে-বালিয়ে বাগৰি থাকে।'

'বৰ সংসাৰী হৈছ, কথাটোনো কি?'

নবীনে হাঁহিলে।

'এটা কাম কৰ, খৰাহীৰবাবদ পইচা নালাগে, মণিৰ বহীকে দি দে, হিচাবত মিলিলে ৰবৰে-পেঞ্চিলেও দিবি।'

'চাহ একাপ খাওক মামী।'

নবীনৰ এই আপোনা-আপুনি, তুমি-তামাবোৰ তাইৰ কাণত কিবা অভজা লাগিছে।

'নবীন এ, চহৰৰ বাবুবোৰৰ দৰে কথাবোৰনো মুখলৈ আন কিয়?'

তাইৰ কথাবাৰ বহখিনি জোনৰ মাকৰ যেন লাগিছে।

'হ'ব দে মামী।'

তাইৰ মুখৰ হাঁহিটো বৰ মুকলি।

'চাহ খুবাৰ যদি সোনকালে দে, ঘৰলৈ গৈ বাগৰ মাৰিবলৈ লাগিব, চকুহাল পুৰি টানি টানি আনিছে।

'ৰাতি শোৱা নাই? গোটেই ৰাতি মুৰিকে ভাজিলিনে মামী?'

সক ল'ৰা এটাই চাহ দি গ'লহি। ভৰিহাল মেলি তাই শব্দ কৰি চাহত সোহা মাৰিলে।

'মিনতি আহিল মৰিবলৈ। ঠিক ধুমুহা জাকৰ পাছতে।'

'কিয় আহিছিল তাই ৰাতিখন? ধুমুহাত ঘৰত তামোল পৰিলে নেকি? মই তাইক কৈছিলোঁৱে এজোপা নে দুজোপা তামোলত ফাঁট মেলি আছে, বতাহ এজাক মাৰিলেই ভাগিব।'

'ঘৰত আচলবিধ তামোলেই ভাগিছিল। এডাল দুডাল নহয় গোটে গোটে চাৰিডাল।'

নবীনৰ মাত সক হৈছে, 'আকৌ আহিছিল?'

তাই মনে মনে আছে।

'এইজনী মৰিব চাবি।'

'ক'লে তাই মা-কালীৰ মূৰ্তি ধৰে।'

'গ'লনে নাই?'

'পুৱাই গৈছেগৈ।'

তাইৰ নবীনক মিনতিয়ে কোৱা কথাবোৰ এটা এটাকৈ ক'বৰ মন গ'ল। সুধিবৰ মন গ'ল। কেনেকৈ সোধে? এইটো ল'ৰা আহিল, পে'ন এটা কিনিলে। সক ল'ৰাটোৱে-মানুহজনীয়ে বৈয়ে আছে, বহী লাগে। বুঢ়া মানুহ এজন আহি বৈছেহি, তেওঁ চাৰ্টৰ জেপৰ পৰা কাগজ এখন উলিয়াই চছমাজোৰ নাকৰ অলপ তললৈ নমাই পঢ়ি চাইছে। নিশ্চয় কিতাপ কিনিব। তাইৰ বহীকিখন দিবলৈকে ল'ৰাটোৱে আহৰি পোৱা নাই। খবৰ কাগজ দিয়া ল'ৰাটোৱে কাগজ এখন উলিয়াই নবীনৰ দোকানত দলিয়াই থৈ গ'ল। এই কাগজ দিয়া ল'ৰাটোক চাই তাই সদায়ে একধৰণৰ আমোদ পায়। চাইকেলৰ পৰা ল'ৰাটো নানামে। উঠি উঠিয়ে আগৰ বাস্কেটটোৰ পৰা কি যে এক কায়দাৰে খবৰ কাগজ উলিয়াই য'ত দিব লাগে তাতে দি যায়, চায়ে ভাল লাগে। তাই সদায়ে ভাবে এই নুৰিয়াই লোৱা কাগজখন দোকানখনত নপৰিব, জাবৰৰ দ'মটোত পৰিব বা ষাঁড়গৰুটোৰ গাতে পৰিব। নাই, ঠিক দোকানখনৰ গাদীতে পৰেগৈ। নবীনে কাগজখন মেলি ধৰিছে, মণিয়ে বৰ কৈ আছে তাইক খবৰ কাগজ লৈ দিবলৈ। কোনটো সাহতনো তাই মাহেকত দিবলগীয়া ধৰা-বন্ধা খৰচ এটা টেঁটুত আঁৰি লয়? বজাৰখন চলি থাকিলে যেন-তেন। যিহে দিন-কাল পৰিছে। কোনদিনা কি হ'ব ক'ব নোৱাৰি। কেতিয়াবা পুৰণা খবৰ-কাগজ পালে দুই এখন তাই মণিলৈ লৈ যায়। বৰ হেঁপাহেৰে সি কাগজকিখন পঢ়ে। এইবাৰ এখন খবৰ কাগজ মণিক লৈ দিব লাগিব।

নবীনে কাগজখন মেলি ধৰিলে। প্ৰথম পৃষ্ঠাতে ডাঙৰ ডাঙৰ আখৰেৰে চাহ বাগিচাৰ কোনোবা পাল এজনক হত্যা, চাহ বাগিচাৰ ক্লাবত গুলীচালনা, কোনোবা এজন জৈনৰ গুলী লাগি মৃত্যু। তাইৰ বুকুখন সিৰিক্ কৰি গ'ল। মিনতিয়ে কোৱা কথাবোৰ মনত পৰিলে। তেনেহ'লে টকাৰ কাৰণেই এইবোৰ মানুহক মাৰিছে।

নবীনৰ গ্ৰাহক কিজন গৈছেগৈ। তাইক বহী দুখনমান বান্ধি দিলে। টোপোলাটো লৈ তাই যাবলৈ বুলি উঠিল।

'যাওঁ দে।'

'যাগৈ মামী।'

'খবৰ কাগজত এইবোৰ দেখোন অকল মানুহ মৰাৰে কথা।'

'বুজিছু মামী, এইবাৰ সিহঁতে বেয়া ঠাইত হাত দিলে।'

নবীনে আপুনি-আপোনা বাদ দিয়া দেখি মানুহটো তাইৰ বেছি আপোন-আপোন লাগিছে। এইটো মানুহক যেন চব কোৱা যায়। চব সোধা যায়।

'কিবা হ'ব নেকি?' বেঙা এটাই তাইৰ ওচৰে-পাঁজৰে ভেকেটা-ভেকেট গোন্ধ লৈ ঘূৰিবলৈ ধৰিলে, মানুহটোৱে ঠোটাই আহিল, 'মলি মা, মূল নাই, চকু নাই...।

'হ'ব মামী, কিন্তু এইবোৰ ওপৰে-ওপৰে সলনি হ'ব। আমাক বেছি দিগদাৰী নিদিব।' নবীনে হাঁহিছে, 'আমাৰ নো কি? বজাৰখন মাত্ৰ বহি থাকিব লাগে...'

'এৰা অ', বজাৰখন বহিলেই আমাৰ ভাল, নবহিলেই বেয়া।'

তাই বহী দুখনৰ টোপোলাটো মুৰিৰ টিঙৰ ভিতৰলৈ সুমুৱাই ল'লে। তাৰ পাছত হুনহুন্‌কৈ খোজ ল'বলৈ ধৰিলে।

আজি বতৰটো ফৰকাল কাৰণে চাগৈ দূৰৰ পাহাৰটোৰ নীলা শাৰীটো ওলাই পৰিছে। আটাইতকৈ ওখ পাহাৰটোৰ টিঙত ওলাই থকা বগাখিনি নাই ওলোৱা। পাহাৰটো চাই চাই তাই খোজ ল'লে। বৰ লৰা-লৰি নাই। আজি সোনকালেই বজাৰখন সামৰিব পাৰিলে। তাইৰ মনটো পাতল পাতল লাগিল। হাল্‌কা মনটোত আচৰিত ধৰণেৰে আজি কোনো সোমাব পৰা নাই। অলপ আগতে লগ পাই অহা নবীন, বজাৰৰ ইমানবোৰ মানুহ, মণি, মিনতি, জোনৰ মাক, কালী বুঢ়ী— কোনো নাই। আনকি চেগুণ পাতৰ দৰে ধপলা হাতৰ মানুহটোও নাই। তাইৰ মনটো জুৰি কেৱল এশাৰী নীলা পাহাৰ, ওখ-চাপৰ।

পাহাৰবোৰত চাগৈ খেতিপথাৰ আছে, মানুহেৰে ভৰা গাঁও-চহৰ আছে। হাবি-জংঘল আছে। সেই হাবিবোৰতে থাকে মিনতিৰ ৰাজকোঁৱৰ? আৰু সেই ল'ৰাবোৰ? ক'ত থাকে সিহঁত? পাহাৰটোৰ পৰাই নামি আহে, ৰিজাৰ্ভেদি সোমাইহি মিনতিৰ ঘৰত, জোকে খাই গাবোৰ আই ওলোৱা মানুহৰ দৰে হৈ থাকে, তেজ হাগনী হয়, জ্বৰত ক'ব নোৱাৰা হৈ থাকে। ভালঘৰৰ ভাল বস্তু খাই ডাঙৰ হোৱা ল'ৰা, ডাঙৰ চাকৰী কৰি আৰামত থাকিব পৰা ল'ৰা সেই পাহাৰটো পাৰ হৈয়ে সিহঁত আন এটা পাহাৰলৈ যায়। তাতে সিহঁতক বিদেশী পাৰ্টিটোৱে বন্দুক-বোমা চলাবলৈ শিকায়। সেই পাৰ্টিটোৰ লৈতে সেই তাতে সিহঁতৰ খৰিয়াল হয়। বহুত টকা বিচাৰে, খড়্গা বিচাৰে আৰু বে-আইনী বস্তু ইকাল-সিকাল কৰিবলৈ দিয়ে। সৌ পাহাৰটোৰ কোনফালেদি সিহঁত নামি আহে, সৌ চাপৰটোৰেদি বগাই জোণ্ড মূৰৰটোত উঠে? নে দীঘলীয়াটোৰেদি বগাই সৌ গোল মূৰৰটোৰেদি নামি আহে? সিহঁতে খবৰ কাগজত লেখা মানুহবোৰ মাৰে। আকৌ উভতি যায়।

বেলিটো পৰোঁ পৰোঁ হৈছে। জোঙা টিঙৰ পাহাৰটোত ৰ'দ পৰিছে। চাপৰটো ক'লা ছাঁ। গোল টিঙৰ পাহাৰটোত ছাঁ, দীঘলীয়া শাৰীটোত পোহৰ। পোহৰটোৰ ৰং সলনি হৈছে। বগাৰ পৰা হালধীয়া হৈছে। ছাঁ পৰাকিটা আৰু ক'লা হৈছে। ক'লা ঠিক নহয়, বৰষুণ এজাক অহাৰ আগে আগে আকাশখনে যি বৰণ ধৰে, কজলা বুলিবও পাৰি।

পাহাৰটোলৈ চাই তাই গৈয়ে থাকিল। অলপ দূৰ গৈ তাইৰ হঠাৎ খেয়াল হ'ল কেতিয়া ৰিজাৰ্ভ পাৰ হ'ল, কেতিয়া বস্তিলৈ সোমোৱা ৰাস্তাটো পাৰ হ'ল তাইৰ খবৰেই নাই। তাইক পাহাৰে মাতিছিল? পাহাৰে মানুহক সঁচায়ে মাতে। সিহঁতক মাতিছে। বুলেনহঁতক মাতিছে।

আজি তাইকো পাহাৰে মাতিছিল। অদ্ভুত এক ভয়ত তাই শিয়ৰি উঠিল। তাই ঘূৰিল আৰু শৰীৰৰ সমস্ত শক্তিৰে জোৰ দি খোজ কাঢ়িবলৈ ধৰিলে। যিমান সোনকালে পাৰি ঘৰ পাবগৈ লাগে।

কালী বুঢ়ীয়ে পূজা পাতিছে। প্ৰতিবছৰে পাতি অহা পূজাখন মাজতে পাতিব নোবাৰি বুঢ়ী আধা-পাগলী হৈ পৰিছিল। পাই পাইকৈ পইচা গোটাইছে বুঢ়ীয়ে। বস্তিৰ মানুহো উৎসাহিত হৈ পৰিল। জগুহঁতে গধূলি গধূলি কাম-কাজ সামৰি কালী পূজাৰ সাহাৰ্য তুলি ফুৰিছে। জগু মহাদেৱ হয়, গাত ভস্ম সানি হাতত ডম্বৰু লৈ তাণ্ডৱ নৃত্য কৰে, সি এডাল জটা যোগাৰ কৰিছে আৰু এখন বাঘৰ ছালৰ দৰে ছাপ মৰা লুঙী। লুঙীখন অলপ ফিচিকিছে। সি সেইখন সামৰণ কৰি থৈ দিয়ে, মহাদেৱৰ নাচটো নাচিবৰ বাবে। আজি দুবছৰৰ মূৰত লুঙীখন উলিয়াইছে। ফটাখিনি বেমাৰী ঘৈণীয়েকজনীয়ে জুপি-জুপি চিলাই দিছে। গাত ভস্ম সানি, মূৰটোত জটা বান্ধি, বাঘ ছালৰ লুঙী পিন্ধি মহাদেৱ হৈ ওলাই যোৱা গিৰীয়েকক চাই তাই বৰ তৃপ্তি পাইছে। মানুহটোৰ চব গালি-গালাজ পাহৰি গৈছে, পাহৰি গৈছে তাইক কৰা কদৰ্থনাবোৰ, তাৰ দোষবোৰ। ঘৰৰ পৰা ওলাওঁতে সি তাইৰ আগত ডম্বৰুটো বজাই অকণমান নাচি গ'ল। তাৰ মুখতো বহু দিনৰ মূৰত তাই হাঁহি দেখিলে।

কালী হৈছে বুঢ়ী নিজেই। পেট্ৰমাক্সকে আদি কৰি বুঢ়ীৰ আছেই। বস্তিৰ ভিতৰতে ঘূৰিছে, ঘৰে ঘৰে যায়, পদূলিত ঠিয় হয়। তাৰ পাছতে ঢাক বাজে, কাঁহ বাজে, তালে-তালে মহাদেৱৰ নৃত্য। তাৰপাছত কালী মাটিত, ওপৰত মহাদেৱৰ ভৰি। ঘৰে ঘৰে গৃহস্থই যি পাৰে দিছে, চাউল, দাইল, আলু-বেঙেনা-লাও, পা-পইচা। পা-পইচা কম, চাউল-দাইল-পাচলি বেছি।

তাই চাই আছে। পাতল দেহাটোৰে উশাহ টানি টানি কালী বুঢ়ী ঘূৰি ফুৰিছে। টোপনি নাই, খোৱা নাই। তাই চব চাই আছে। এখন কালী পূজা পাতিবলৈ ইমান আয়োজন কৰিব লাগে। প্ৰসাদৰ কাৰণে বুট-মগু-কল-নাৰিকল, ভোগৰ কাৰণে চাউল-দাইল-তেল, এইবোৰ বাৰু লাগে। কিন্তু এই যে পাঁচবিধ গুৰি লাগিলে, পাঁচৰঙৰ গুৰি, বগা ৰঙৰ তণ্ডুল চূৰ্ণ, ৰঙা ৰঙৰ কুসুম ফুল চূৰ্ণ, পীত ৰঙৰ হৰিদ্ৰাচূৰ্ণ, শ্যাম বৰ্ণ, কৃষ্ণ বৰ্ণ। বুঢ়ীৰ মুখতে তাই এইবোৰ শুনিছে। গোটেইখন পিতৃপিতাই বুঢ়ীয়ে এইবোৰ গোটাই ফুৰিছে। পাঁচবিধ শস্য তায়ে বজাৰৰ পৰা বুঢ়ীক গোটাই দিছে। ধান, যব, বগা সৰিয়হ, তিল, মগু, মণিয়ে গোটাই দিছে পাঁচবিধ গছৰ পাত— আম, বট, পাকৰী, বকুল, জৰী; নবীনে গোটাই দিলে পাঁচবিধ গছৰ ছাল— জামু, শিমলু, বকুল,বগৰী, বেল। যোগাৰ চাই চাই তাই আচৰিত হৈছে। বুঢ়ীজনীৰ কি কষ্ট হৈছে, সঁচাকৈয়ে যেন মানুহজনীৰ গাত মা-কালী লম্ভিছে। ক'ৰ পৰা অলপ দূৰ খোজ কাঢ়িলেই ফোপনী উঠা বুঢ়ীজনীয়ে ইমান শক্তি পাইছে। ভাবি ভাবি অন্ত নাপাই তাই। তাই এটা কাম কৰিবলৈ লৈছে। পুৱাই বুঢ়ীক

মাতি আনি সিহঁতৰ লগত ভাত এমুঠি খুৱাই দিলে। নাখাই নাখাই বুঢ়ীৰ পেট শুকাল। কেঁচুৱা এটাইও ইয়াতকৈ বেছি ভাত খাব পাৰে।

কালী পূজালৈ মাত্ৰ এটা দিন আছে। সেইদিনাই চহৰ জুৰি আৰম্ভ হ'ল এটা ডাঙৰ শোভাযাত্ৰা। অসমখনক দুভাগ কৰাৰ দাবী লৈ হাজাৰ হাজাৰ দখনা আৰু আৰনাইৰে চহৰখন ভৰি গ'ল। হাইস্কুল ফিল্ডত ডাঙৰ সভা হ'ল। ইমান ডাঙৰ শোভাযাত্ৰা, ইমানবোৰ মানুহ, ইমান ডাঙৰ মিটিং চহৰখনৰ মানুহে দেখা নাছিল এটা বজাৰ বাৰ মৰা গ'ল। অৱশ্যে তাই মুৰি ভজা নাছিল। বুঢ়ীৰ পূজাৰ কামত লাগি আছিল। বেছি লোকচান নহ'ল। মণিৰ মূঢ়াকেইটাও পূৰা হোৱা নাই।

ৰাতিলৈ পূজা আৰম্ভ হ'ল। বুঢ়ীয়ে নিজে খিচিৰি ৰান্ধিবলৈ ল'লে। মগু, দাইল ভাজি, তাতে পাচলি দি কেঁচা জলকীয়া ফালি ফালি বুঢ়ীয়ে ডাঙৰ টৌত তিনি টৌ খিচিৰি ৰান্ধিলে। তাই, মিনতি, জোনৰ মাকহঁতে কাটি-বাছি, লাগনি হৈহে দিলে। মাজনিশা বুঢ়ীৰ গাত মা লম্ভিল। কালী মাৰ আগত বুঢ়ীয়ে দাঁতেৰে তিনিযোৰ পাৰৰ মূৰ ছিঙি তেজ দিলে। আটায়ে বুঢ়ীৰ সেৱা ল'লে। তাই বুঢ়ীৰ এই মূৰ্তিটো কোনো দিনে চাব পৰা নাছিল। আজিও পৰা নাই। তাই ঘৰৰ পিৰালীত বহি আছিল। হুলস্থূল শুনি গৈ দেখিলে কালীৰ ভৰিৰ তলত বুঢ়ী পৰি আছে। ইতিমধ্যে ভোগ বিলোৱা আৰম্ভ হৈ গৈছে। বুঢ়ী উবুৰি খাই কালীৰ ভৰিত পৰি আছে। চিনাকি দৃশ্য। সদায়ে জক উঠাৰ পাছত বুঢ়ী এনেকৈ কালী মাৰ আগত পৰি থাকে। অলপ পাছতে উঠি বহে। ভোগ লৈ কেউপিনে হৈহাল্লা আৰম্ভ হৈ গৈছে। টৌৰ খিচিৰি প্ৰায় শেষৰ ফালে, হঠাৎ তাইৰ ভাব হ'ল বুঢ়ী আজি বেছি সময় কালী মূৰ্তিৰ আগত পৰি আছে। তায়ে সদায় জক উঠাৰ পাছত আধামৰা বুঢ়ীক নি পানী মাৰি মুখ-হাত ধুৱাই মুখৰ আগত তুলি ধৰে এগিলাচ পানী, অথবা অকণমান চাহ, এটুকুৰা ব্ৰেড বা এমুঠি মুৰিৰে সৈতে। আজি বুঢ়ী উঠা নাই। তাই ওচৰ চাপি গ'ল। বুঢ়ীৰ গাত হাত দি তাই চিঞৰ মাৰি উঠিল। বুঢ়ী থৰঙা হৈ পৰিছে। আটাইবোৰ মানুহে বুঢ়ীক সেৱা কৰিলে। মানুহখিনিৰ মনত বুঢ়ী আৰু কালী মাৰ মূৰ্তিটো সেইখিনি সময়ত অদ্ভুতভাৱে একে হৈ পৰিল। বুঢ়ীৰ ঠৰঙা গাটো এবাৰ চুই চাবলৈ হেতা-ওপৰা লাগিল। মানুহবোৰ উত্ৰাৱল হৈ পৰিল। জোনৰ মাকে শ্বাস টানি থকা গিৰীয়েকক টানি আনিলেগৈ। তাৰ হাতখন বুঢ়ীৰ শটোৰ গাত লগাই দি জোনৰ মাকে কান্দি উঠিল। জগুৱে দাং-কোলাকৈ লৈ আহিলগৈ ঘৈণীয়েকক। কেউপিনে পচা পচা গোন্ধ এটা বিয়পি পৰিল। তাই তেজ-পূঁজেৰে ভৰা গাটো বুঢ়ীৰ গোটেই শটোতে পেলাই দিলে। কোনোবাই খেং-খেঙাই উঠিল, 'নে এই গেলাজনীক আঁতৰাই নে।' ফুল আহিল বুঢ়া দৰ্জীক লৈ। বুঢ়া দৰ্জী মাটিতে শুই পৰিল। নহ'লে যে বেঁকা দেহাৰে বুঢ়ীক এবাৰ চুব নোৱাৰে। ঝাঁকে ঝাঁকে মানুহ আহি বুঢ়ীৰ গাটো চুই চালে, প্ৰণাম কৰিলে। কোনোবাই তাইকো ঠেলা

'যা, মাৰ প্ৰণাম ল'গৈ, পুৱা হ'লেই জ্বলাই দিব।'

বিমোৰ হৈ কলতলত বহি মানুহবোৰে টনা-আঁজোৰা কৰি থকা বুঢ়ীৰ মৰাশটো চাই থাকিল।

'মামী!' তাই ঘূৰি চালে, নবীন।

'মামী!' তাৰ মাতটো ভয়ত চেপা খাই আছে।

'কি হ'ল?' তাই নিজৰ মাতটোকে চিনি পোৱা নাই।

'এটা বেয়া খবৰ আছে।'

'বেয়া খবৰ?'

'কৈছিলোঁ নহয়, সিহঁতে বেয়া ঠাইত হাত দিছে।'

'কোন সিহঁত?'

নবীন মনে মনে আছে।

'আজি ৰাতি চৰকাৰখন ভাগিল।'

তাই নবীনৰ মুখলৈ চাই থাকিল। কি সময়ত কি কয় মানুহটোৱে?

'কালী বুঢ়ীৰ...' তাই কালী বুঢ়ী এনেকৈ মৰাটো, মানুহবোৰৰ উত্ৰাৱল চেহেৰা... এইবোৰৰে কিবা এটা ক'ব খুজিছিল। বৈ গ'ল। আচলতে তাই কি ক'ব খুজিছে নিজেই ক'ব নোৱাৰে।

'মিলিটেৰী নামিছে জাকে জাকে। মানুহবোৰক এনেকৈ পালে সিহঁতে...।'

নবীনো বৈ গ'ল। সিও ঠিক কি ক'ব খুজিছে ধৰিব পৰা নাই।

'কালী বুঢ়ীক দাহ কৰিব...।' তায়ো কিবা ক'ব খুজি কিবা কৈছে। আচলতে তাই মানুহবোৰৰ মাজৰ পৰা বুঢ়ীক উলিয়াই আনিব খুজিছে। নীলা পৰা ওঁঠখন লৰাই মানুহজনীয়ে যেন তাইক এতিয়া ক'ব, 'মণিৰ মা একাপ ৰঙা চাহ, নিমখ দিবি।' যিমানেই বেমাৰ নহওক বুঢ়ীৰ মাতটো বহি নাযায়, টন্‌টনীয়া হৈ থাকে।

পুৰাৰ ফাললৈ মানুহবোৰ শান্ত হ'ল। কাঠ-বাঁহ যোগাৰ কৰি বুঢ়ীৰ পাতল দেহাটো চিতাত তুলিবলৈ লওঁতে কোনোবা এজনীয়ে কান্দি উঠিল। তাৰ পাছত গোটেইবোৰৰে মনত পৰিল, বুঢ়ী এজনী মানুহ আছিল। কিমান সহায় কৰিছিল চবকে। কন্দা-কটাৰ মাজতে বুঢ়ী চিতাত উঠিল।

বুঢ়ীক নদীৰ পাৰলৈ নিবলৈ বুলি ওলাই মানুহবোৰ আচৰিত হ'ল। গোটেইখন মিলিটেৰীৰে গিজ খাই আছে। বিজাৰ্ভৰ মাজেদি লুং-লুঙীয়া ৰাস্তাটোৰেদি গ'লে নদীৰ পাৰৰ মানুহ খৰি দিয়া ঠাইখিনি সোনকালে পাইগে, নহ'লে ৰাস্তাইদি গ'লে ভাল পাক এটা মাৰিব লাগে। মানুহবোৰ চিতাখন লৈ বিজাৰ্ভত সোমাব খুজি বৈ গ'ল। গোটেইখন মিলিটেৰীয়ে পিয়া-পি দি আছে। শাল, চেগুণ, গমাৰী, বনচোম গছৰ শাৰীবোৰৰ মাজে-মাজে আকাশীলতাই চানি ধৰাদি, জালফাই ৰঙে ছানি ধৰিছে। মানুহবোৰে চিতা নমাই থ'লে। নবীন আগুৱাই গ'ল। যিমান পাৰে সহজকৈ বুজালে, এইফালে সৰু ৰাস্তাটোদি বস্তিৰ মানুহ সদায়ে মৃতকক খৰি দিবলৈ যায়। ৰাস্তাইদি ঘূৰি গ'লে...। নাই সিহঁতজাকে একো নুবুজে। মানুহবোৰে ৰাস্তাৰে যোৱা দীঘল বাটটোৰে বুঢ়ীক লৈ গ'ল। চবেই বুজিলে কথাবোৰ চব বেলেগ হ'ব।

মানুহবোৰ অহা-যোৱা কৰা বন্ধ হোৱা কেইবাদিনো হৈ গ'ল। তাই লক্ষ্য কৰিছে, এই বস্তিৰ মানুহবোৰে বেমাৰ হওক, কোনোবা মৰক— এদিন বা দুদিনহে, দুদিন টানহে হয়, তাৰ বেছি সময় দিব নোৱাৰে। কাৰো ঘৰত দুসাঁজৰ বেছি চাউল মজুত নাথাকে। কথাবোৰো পাহৰে সোনকালে। দুখ, খং, কাজিয়া, মৃত্যু— সকলোবোৰ বৰ কম সময়তে পাহৰি থাকে। ভাতমুঠিৰ পাছত দৌৰি থকা মানুহমখাৰ মূৰত একো কথাই বেছি দিন নাথাকে। কালী বুঢ়ী মৰাৰ কথাও মানুহবোৰে পাহৰি গ'ল। পাহৰি গ'ল সেইৰাতিৰ বুঢ়ীক দেৱী কৰাৰ কথা। নিজৰ নিজৰ বেমাৰী মানুহক দিয়া বুঢ়ীৰ স্পৰ্শৰ কথা। সেই স্পৰ্শ পাই কোন ভাল হ'ল, কোন নহ'ল তাৰ খেয়ালো নাথাকিল। মানুহজাকৰ নতুন বিপদ এটা হৈছে। কেউফালে গিজ্‌গিজাই থকা মিলিটেৰীজাক।

সেইদিনা ৰিজাৰ্ভলৈ ঢেঁকীয়া তুলিবলৈ যোৱা জগুৰ ল'ৰাকে আদি কৰি কেইবাটাও ল'ৰাক মিলিটেৰীয়ে ঠিক পিটন দিলে। ৰিজাৰ্ভৰ ফালে নোযোৱাকে বস্তিৰ মানুহখিনি চলে কেনেকৈ? খৰি পাই ক'ত? বজাৰত বেচিবলৈ ঢেঁকীয়া, ভেদাইলতা মুঠিকেনো পাই ক'ত? শাক-পাত বাৰু নুতুলিলেই, খৰি কেইডাল? ৰিজাৰ্ভৰ বৰ বৰ গছবোৰৰ ঠাল-ঠেঙুলিৰে মানুহখিনিৰ জোৰা মৰি থাকে। এইজাক মানুহ পইতাচোৰৰ দৰে, একোতে হাৰ নামানে, কিবা নহয় কিবা এটা ৰাস্তা উলিয়াই লয়, বাচি থাকে। মিনতিৰ ঘৰটোৰ অলপ দূৰ গ'লে কেইশাৰীমান চিচু গছ আছে। প্ৰকাণ্ড প্ৰকাণ্ড গা-গছেৰে গছ কিজোপা চিৰলা-চিৰলি পাতেৰে ভৰি আছে। তাৰে এজোপা গছ আগৰ পৰা মৰি আহিল। কোনোবাই গুৰিত হিং দি গছজোপা মাৰি পেলালে। বগৰাই পেলালে এদিন। তাৰ পাছত পইতাচোৰা এজাকৰ দৰে গছজোপা বস্তিৰ মানুহবোৰে ঘেৰি পেলালে। ইমানডাল গছ, আটাইৰে বাবে হৈ গ'ল। এসাঁজ ৰান্ধি খোৱা মানুহজাককনো কিমান খৰি লাগে? যাকে লাগে সিয়েই কোব এটা মাৰি লৈ যায়হি। মণিয়েও গৈ চিচুগছৰ ঠাল-ঠেঙুলি আনি চৌকাৰ কাষত দ'মাই থ'লেহি।

কালী বুঢ়ীৰ ঘৰটো তাই কেইদিনমান বাহিৰৰ পৰা তলা বন্ধ কৰি থ'লে। বুঢ়ীৰ ঘৰখন আজি বহুত দিনৰে পৰা বস্তিখনৰে কালী মন্দিৰ হৈ আছিল। এতিয়াও থাকিল। বুঢ়ীৰ কালী মূৰ্তিত আগৰ দৰে আটায়ে সেৱা কৰি থাকিল। কোনেও তাইক সোধা নাই বুঢ়ীৰ ঘৰত তাই ভাবাহে আছিল। ঘৰটোতো তাইৰ নহয়। মাটি-বাৰীবোৰৰ কাৰোৰে কাগজ-পত্ৰ নাই। কালী বুঢ়ীৰো নাছিল। ক'ব নোৱাৰাকৈয়ে বুঢ়ীৰ কালী গোসাঁনী, ঘৰ-দুৱাৰৰ দায়িত্ব তাইৰ গাতে পৰিল। তাইৰ নতুন কাম এটা হ'ল। দেৱীৰ আগৰ ঠাইখিনি মচিব লাগে, প্ৰদীপ জ্বলাব লাগে, মানুহে দি যোৱা পইচাকিটা সামৰি থ'ব লাগে। সেইকিটা ভঙনীয়াৰে তাই প্ৰদীপ জ্বলোৱাৰ কামখিনি কৰে।

এদিন ৰাতি শুনিলে বুঢ়ীৰ ঘৰত কিবা এটাই খৰ্‌খৰাই আছে। খৰ্‌খৰণিটো তাই দিনটো শুনিলে। নিগনিয়ে বাহ বান্ধিছে। এদিন তাই ঘৰটোৰ তলাটো খুলিলে। ভিতৰখন ভেঁকুৰি গৈছে। খিৰিকী-দুৱাৰবোৰ খুলি দিলত গাপ লগা ভাবটো নোহোৱা হ'ল। খৰ্‌খৰণিটো

বিছনাৰ তলৰ পৰাই আহিছে। তাই কুঁজা হৈ বিছনাৰ তলখন চালে। বাকচ-পত্ৰেৰে ঠাহ খাই আছে। চাৎকৈ কাষেদিয়ে কাৰশলা সাপ এডাল ওলাই গ'ল। এন্দুৰ ধৰিবলৈ আহিছিল। তাই বাকচবোৰ টানি টানি বাহিৰ উলিয়ালে। তলা নথকাকিটাত থকা হাবি-জাবি কাপোৰবোৰ চব নিগনিয়ে খাই আধাধুনা কৰিলে। তলা থকাটোত হাতখন থৈ তাই ৰ'ল। চাবি ক'ত থাকে তাই জানে। বাকচটো খোলোঁতে তাই চক খাই উঠিল, এডাল দীঘল জটা। কালী বুঢ়ীৰ এই জটা অকল তাইৰে নহয়, গোটেই বস্তিখনৰে চিনাকি। কালী মায়ে ভৰ কৰিলেই বুঢ়ীৰ মূৰত এই জটাচটা গজি উঠিছিল। এই জটাচটা ক'ৰ পৰা গোটাইছিল বুঢ়ীয়ে? এইচটা জটাৰে বুঢ়ী আৰতিৰ পৰা কালী বুঢ়ী হৈছিল। জীয়াই আছিল এটা মেম জলকীয়া হৈ, মহাদেৱৰ ভৰিত পদাঘাত কৰা মা কালী হৈ।

তাইৰ নাকত এটা গোন্ধ লাগিল, মাছ-ভাত আৰু কঁঠালগুটি পোৰাৰ গোন্ধ, বুঢ়ী আহি তাইৰ ওচৰত থিয় হ'লহি, হাতত এটা মেম জলকীয়া। তাইৰ কাণত গুম্-গুমাই উঠিল বুঢ়ীৰ তেজী মাতটো 'মাইকী মানুহ এই জলকীয়াৰ দৰে হ'ব লাগে। দেখাত হোট কিন্তু মুখত দিলে জ্বলাই দিব পাৰে।' বুঢ়ীৰ পাতল দেহাটো খঙত থৰ্থৰ্কৈ কঁপি উঠিছে। উচুপি থকা কোমল মুখৰ মানুহ এজনীক বুঢ়ীয়ে উদ্ধ স্বৰত ককৰ্থনা কৰিছে, 'মাইকী মানুহৰ এই কথাটোৰে মোৰ বেয়া লাগে।... কাৰ কাৰণে কান্দিছ?... কোন মৰদক দেখুৱাব খুজিছ?... তবেচে ভাতাৰ একটা আহিব, শৰীৰ দলাই-মলাই কৰি ক'ব, আহা হা বেচেৰী। তহত সুখে আঠখানা। দলাই-মলাইৰ পাছতহে আচল সুখ। তাৰপাছত পেট।' মানুহজনীয়ে কান্দিবলৈ এৰিছে, তাইৰ প্ৰচণ্ড খং উঠিছে। বুঢ়ীয়ে আৰু বেছি জোৰেৰে চিঞৰিছে, 'পেট লাগে যদি আৰু কান্না জোৰ... চবগুলো ভাতাৰ আহি যাব, তোৰ শৰীৰৰ বান্ধ ভালে আছে, ভালমতে দলাই-মলাই হ'ব।' মানুহজনীৰ আৰু খং উঠিছে।

জটাচটাত হাত দি তাই উচুপি উঠিল, 'নাই, নাই, মই আৰু কন্দা নাই। মই নমৰিলোঁ, মেম জলকীয়া নহ'লেও মোৰ গাত জ্বাল হ'ল।'

তাই বহুত সময় জটাচটা চুই থাকিল। বাহিৰত কাৰোবাৰ ভৰিৰ শব্দ শুনি তাই বাকচটো বন্ধ কৰি দিলে। কোনো অহা নাই। কোনোবাই কালীৰ বেদীত প্ৰণাম কৰি গৈছেগৈ। তাই বাকচটো তলা মাৰি থ'লে। আকৌ ঠেলি ভিতৰ সুমুৱাই থৈ তাই ঘৰটো চাফা কৰি থ'লে। বুঢ়ীৰ যি টুকি-টানি সম্পত্তি আছিল নিগনিয়ে খোৱা কাপোৰবোৰ পেলাই আজৰি কৰা বাকচ এটাত ভৰাই থৈ তাই গা ধুবলৈ বুলি ওলাই গ'ল।

গা ধুই কালী মাৰ বেদীত প্ৰদীপ জ্বলাবলৈ বুলি গৈ তাইৰ চকুত পৰিল চাৰি-পাঁচটামান মিলিটেৰী ড্ৰাইভাৰণীৰ ঘৰৰ ফালে গৈছে। আৰ্মিবোৰে এইবিনি সময়ৰ পৰাই ড্ৰাইভাৰণীৰ ঘৰলৈ অহা-যোৱা আৰম্ভ কৰে। বস্তিৰ মানুহে ড্ৰাইভাৰণীলৈ আজিকালি বৰ ভয় কৰা হৈছে। কথাইপতি আৰ্মিৰ ভয় দেখুৱায়। চাকিগছ জ্বলাই সদায় কৰাদি তাই কালী বুঢ়ীৰ মুখখন মনত পেলালে।

পুৰাই পুৰাই ড্ৰাইভাৰণী আৰু মিনতিৰ এখন ডাঙৰ কাজিয়া আৰম্ভ হ'ল। ড্ৰাইভাৰণী আৰু মিনতিৰ ঘৰ ওচৰা-ওচৰি হ'লেও অহা-যোৱা নাই। মিনতি থাকে মিনতিৰ ভাগে, ড্ৰাইভাৰণী থাকে তাইৰ ভাগে। মাজে-মাজে তৰ্কা-তৰ্কি লাগিলেও এনেকৈ নালাগে। সদায় যিটো হয়, বস্তিৰ মানুহ চববোৰ সেইফালে গতি লৈছে। তাতে এসপ্তাহ ধৰি একটানা বন্ধ। মানুহবোৰ ভোকে-লঘোণে অ'ত-ত'ত পৰি আছিল। কাজিয়াখন শুনি, দেখি বা খবৰ পাই প্ৰায়বোৰ মানুহেই সেইখিনি পালেগৈ।

ড্ৰাইভাৰণী জাঁপ মাৰি উঠিছে। মিনতিয়েও খেদা মাৰি মাৰি গৈছে। মাজতে ড্ৰাইভাৰণীয়ে দিয়া কাঁটা তাঁৰৰ বেৰা, বেছ ওখই হ'ব। এবাৰ মিনতিক তাই বেছকৈ খুন্দিছিল। মিনতিয়ে বোলে ড্ৰাইভাৰণীৰ বাৰীৰ পৰা লাও চুৰ কৰিছিল। তাঁৰৰ ওখ বেৰাখনলৈ চাই চাই তাই প্ৰায় বকি থাকে— চোৰ আছে কাৰণেই ইমান খৰচ কৰি বেৰা দিব লগাত পৰিছে। মিনতিয়ে একো নামাতে। কোনে সেইজনীক জোকাই লয়? এনেও মিনতিয়ে ড্ৰাইভাৰণীৰ গুৱাল গালি শুনিয়ে থাকে। তাই সহি-সামৰি থাকে। ড্ৰাইভাৰণীৰ টকা-পইচা আছে, পকাঘৰ আছে, মদাহী হ'লেও কামানি কৰা মতা মূৰৰ ওপৰত আছে আৰু...। বাকীখিনি ভাবিলৈকে তাইৰ ভয় লাগে। কথাইপতি তাই আৰ্মিৰ ভয় দেখুৱাই, নেদেখুৱাবনো কিয়। চবেই ভয় কৰে তাইলৈ, তাইনো নকৰিব কিয়? ড্ৰাইভাৰণীয়ে মিনতিৰ চব জানে। কোন আহে, কোন নাহে, কি খাই, কেতিয়া শোৱে। চব তাই পথাৰত বগলীয়ে মাছ জোপাদি জুপি থাকে। ড্ৰাইভাৰণীৰ দপ্দপনি মিনতিয়ে সহি থাকে, মুখেৰে টু শব্দ এটাও নকৰে। আজি তাই আৰু সহিব নোৱাৰিলে। দনখনৰ গুৰি হ'ল এই সপ্তাহ জোৰা বন্ধ। এইটো সংগঠনে দিয়া বন্ধ চহৰখনত সম্পূৰ্ণৰূপে সফল হয়। ইহঁতে যদি এটায়ো ৰাস্তাত থিয় দি কৈ যায় যে আজি বন্ধএফালৰ পৰা চব বন্ধ হৈ যাব। মিনতিৰ হাতত পা-পইচা নাই। কাকনো খোজে? চবৰে একে অৱস্থা। ল'ৰাটোৰ মুখলৈ চাই তাই ড্ৰাইভাৰণীৰ ওচৰলৈ গৈছিল, বন্ধ খুলিলেই ঘূৰাই দিয়াৰ কথা কৈ দুটামান টকা বিচাৰি গৈছিল। ড্ৰাইভাৰণীয়ে তাইক টকা অৰ্জাৰ সহজ ৰাস্তাটোৰ কথা ক'লে। মিনতি থাকিব নোৱাৰিলে। সৌজনী মিনতি ফেট তুলি তুলি উঠিছে।

'মোক তাই বেশ্যাগিৰী কৰিবলৈ কয়।'

'তই বেশ্যা নহয় কি?' ড্ৰাইভাৰণীৰ মাতটো বৰ টেংটেঙীয়া। কাঁহৰ বাচন এটাত কোব মাৰি দিয়াৰ পাছত বহু সময়লৈকে বিণবিণাই থকাদি তাইৰ টেংটেঙীয়া মাতটো বহুত সময়লৈকে কাণত বাজি থাকে।

'ক', তই মোক আকৌ এবাৰ বেশ্যা বুলি ক'। মিনতিৰ মাতটো ভগা ভগা হৈছে।

'ক'ম, এশবাৰ ক'ম তোক ৰেণ্ডী বুলি। তই কি কৰি ভাত খাব আনে নাজানিব পাৰে, মই জানো।'

'কি কৰি ভাত খাওঁ মই? চাবা বস্তিৰ মানুহে দেখা নাই মুৰত পাচি লৈ বজাৰলৈ মই কি কৰিবলৈ যাওঁ। বজাৰত মই ৰেণ্ডীগিৰী কৰিবলৈ যাওঁ। ক', নক'ৰ কিয়?'

'চহৰত ঘৰে ঘৰে চাকৰণী কৰি পকি অহা মাইকী তই, তোক কোনে চিনি পাব।'

'মা নাই বাপ নাই চাকৰণী কৰি নমৰি জীয়াই থাকিলোঁ, তাই কয় মানুহৰ ঘৰে ঘৰে ৰেণ্ডীগিৰী কৰিলোঁ।' মিনতিয়ে এইবাৰ কান্দিছে।

'দেখা, মানুহক কান্দি দেখা, মোৰ মুখ খুলি নল'বি।'

'কি মুখ খুলিবি? খোল। মোৰ ল'ৰাৰ কথা ক'বি? জহৰা বুলি ক'বি। ক', যিমান পাৰ চিঞৰি চিঞৰি ক'।'

'ৰেণ্ডীগিৰী কৰি জহৰা গোটাই, ক'ম, হেজাৰবাৰ ক'ম।'

'মোৰ ল'ৰাৰ দেউতাক আছে, ভদ্দৰ ঘৰৰ ল'ৰা, তোৰ ভাতাৰৰ দৰে মদাহী নহয়। মোৰ ল'ৰাৰ দেউতাকক তুইঁতে চাবলৈও সাহ নকৰিবি।'

কাজিয়াখন পকি উঠিছে। সাতদিনৰ বন্ধত পৰি চোতালে-পিৰালীয়ে বাগৰি থকা মানুহবোৰে বৰ বস পাইছে। ৰেণ্ডীৰ কথা, জহৰাৰ কথা, চহৰত পকি অহা মাইকীৰ কথা— বৰ বস পাইছে মানুহজাকে। কাজিয়াখন কোনেও বন্ধ কৰিব খোজা নাই।

'ভদ্দৰ ঘৰৰ ল'ৰা! নাজানো, সি কোন? আৰ্মিক ক'লেই তাক নাপালে তোকেই টানি আনিব। তোক লেংটা কৰি শগুণে মৰা গৰু খোৱাদি খাব।'

'অই চুপ থাক, কাক লেংটা কৰি শগুণে খোৱাৰ কথা কৈছ? চাবা বস্তিয়ে জানে আন্ধাৰ হোৱাৰ পাছত কাৰ ঘৰত কোন লেংটা হয়, কাক কোনে শগুণে খোৱাদি খাই, চাবা বস্তিৰ মানুহে জানে। ভয় কৰে বুজিছ, তোৰ শগুণজাকক ভয় কৰে।'

'কি ক'লি তই? মই তোৰ দৰে জহৰা ফুকুৰা ৰেণ্ডী নহয়, মোৰ মাথাৰ ওপৰত কামানি কৰা মৰদ আছে।' ড্ৰাইভাৰণী উৰা মৰাদি কঁটা তাঁৰৰ বেৰা পাৰ হৈ মিনতিৰ ওচৰ পালেগে। গৈ মিনতিৰ চুলিকোছা ধৰি ঘটালিবলৈ ধৰিলে। মিনতিয়ে ডেডাউৰী পাৰিবলৈ ধৰিলে। কিন্তু তাইৰ মাত বন্ধ হোৱা নাই।

'মাৰিলে ঐ, এই মোক মাৰি পেলালে।' মিনতিৰ মাতটো ভাঙি ভাঙি ওলাইছে।

ড্ৰাইভাৰ ওলাই আহিছে। মদ খাই টং হৈ আছে। লুঙীখনৰ গাঁঠি মাৰি মাৰি সি ঢলং-পলংকৈ আহি কাঁটা তাঁৰৰ বেৰৰ ওচৰত থিয় দিলেহি।

'ঐ হাৰামী মাইকী। গিৰিয়েৰৰ ভেজ খাই শান্তি হোৱা নাই? লোকৰ মাইকীক কিয় মাৰিছ?' ড্ৰাইভাৰে বাহিৰত বৈ থকা মানুহবোৰক চাইছে, 'কি চাই আছ? মাৰি নেপেলাব কিয় বজ্জাত মাইকীক।'

ড্ৰাইভাৰণীয়ে এইবাৰ মিনতিক এৰি গিৰীয়েকলৈ চোঁচা লৈছে, 'মাইকীৰ কামানিৰে খাই থকা মতাৰ কথা শুন। আজি এসপ্তাহ হ'ল ঘৰতে এটা পইচা আনিছ? কাৰ পইচাৰে

মদ খাইছ? চাল্লা, হাৰামজাদা। মতা ওলাইছ? দুই ঠেঙৰ মাজত হাত দিলেই চব মাইকীয়ে গম পাব তই কিমানৰ মতা।'

ড্ৰাইভাৰে হুঙ্কাৰী আহিছে, 'মুখ ভাঙি দিম, চুপ থাক চিনি পোৱা নাই মোক? মই দিল্লীৰ পৰা গৈ গাড়ী লৈ আহিছোঁগৈ। কিমান সস্তাত ভাল গাড়ী আনিছোঁ। তোৰ কোনটো ভাতাৰে পাৰিব?'

ড্ৰাইভাৰণী আকৌ উৰা মৰাৰ দৰে কাঁটা তাঁৰৰ বেৰাখন পাৰ হৈছে। কাৰ কামানিৰ পইচাৰে গাড়ী আনিছ? মৰদ ওলাইছ। মৰ্দানী দেখাইছ।'

মতা-মাইকীৰ কাজিয়া, এই লাগিব, এই ভাগিব। মানুহবোৰ দিহা-দিহি যাবলৈ আৰম্ভ কৰি দিলে।

মিনতিয়ে কান্দিয়েই আছে। কান্দি থকা মানুহজনীক চাইহে মানুহবোৰৰ খেয়াল হ'ল, কিয় বা কান্দিছে তাই? কিয় বা ড্ৰাইভাৰণীৰ লগত এনেকৈ কাজিয়া লাগিল?

কোনোবা দুটামান ওচৰ চাপি আহিল।

'যা উঠ, ছলিটোক ভাত-পানী দেগৈ।'

'ক'ৰ পৰা ভাত দিব?' জোনৰ মাক দৌৰি অহাদি আহিছে।

'ভাতৰ কাৰণেই, ছলিটোক ভাত দিবৰ কাৰণেই তাই ড্ৰাইভাৰণীৰ ওচৰত হাত পাতিছিল।' কোনোবা এটাই মাত দিলে।

'কি ক'লে তাই?'

'কি ক'ব? শগুণমখাৰ আগত লেংটা হ'বলৈ ক'লে।' ফুলৰ মাতৰ ধাৰ।

হাঁহি নমৰা ধুনীয়া ৰাজপুত্ৰ হেন মিনতিৰ ল'ৰাটোৱে আহি মাকৰ গাতে গা লগাই থিয় হ'লহি।

'ভাত খাবি?' ৰত্নাৰ মাকে সুধিছেহি।

'ওঁ।, সি মূৰটো লৰাইছে।

'ব'ল, আহ, মিনতি তয়ো আহ।' ৰত্নাৰ মাকৰ মুখখনত এটা হাঁহি, আটাইবোৰে ৰত্নাৰ মাকৰ মুখলৈ চাইছে। তাই এসপ্তাহ বন্ধৰ মাজতো মানুহক ক'ব পাৰিছে, 'আহ ভাত খাবি'। ৰত্নাৰ মাকৰ এই হাঁহিটোৰ আঁৰত আছে এখন পানীয়ে খোৱা হাত।

ৰত্নাৰ মাকে মিনতি আৰু ল'ৰাটোক ভাত খাবলৈ কৈ থাকোঁতেই মণিৰ মাক সেইখিনি পালেহি। সাধাৰণতে কাজিয়া-পেচালবোৰত তাই নোসোমায়, আজি কোনোবাই গৈ তাইক ক'লেগৈ মিনতিক ড্ৰাইভাৰণীয়ে মাৰি মাৰি মাটিত পেলাই দিলে, তাই উঠিব পৰা নাই। ঢপলিয়াই মণিৰ মাক আহি মিনতিৰ ওচৰ পালেহি। মিনতিয়ে তেতিয়াও কান্দি আছিল। তাইৰ চুলিখিনিৰ মাজে মাজে আঙুলি বুলাই দি মণিৰ মাকে ক'লে, 'যা, ভাতমুঠি ল'ৰাটোক খুৱাই আহগৈ।' কথাবাৰ কৈ তাইৰ যেন বুকুখন ফাটিহে পৰিব। তাইৰ ওচৰলৈকে মিনতি প্ৰথমতে গৈছিল, নাৰিকল তেলৰ সৰু টেমাটোৱে দুটেমা চাউলহে দিব পাৰিছিল। আজি ৰাতি মণিয়ে সিঙৰ গেৰেজৰ পৰা টকাকিটা নন্না হ'লে ৰাতিৰ পৰা লঘোণ। ৰত্নাৰ মাকে

মিনতিকে-ল'ৰাটোকে লৈ গ'ল।

কাজিয়া চাবলৈ গোট খোৱা মানুহবোৰ থুপ খাই বহিল। কোনেও একো কোৱা নাই। আটাইবোৰৰ মুখবোৰ খণ্ডত ক'লা পৰি আছে। মিনতিৰ কান্দোন, ড্ৰাইভাৰণীৰ গালি, ড্ৰাইভাৰৰ মদাহ কথা-বাৰ্তা,— আটাইবোৰ যেন পকনীয়া বতাহ্ এজাক হৈ মানুহজাকক থৰ্থৰ্ খুৱাই পেলালে।

কোনোবা এটাই কৈ উঠিল, 'আৰু বেছি বন্ধ হ'ব।'

'এশ ঘণ্টাৰ বন্ধ হ'ব।'

'দুশ ঘণ্টাৰ।'

'তিনিশ ঘণ্টাৰ।'

'এহেজাৰ ঘণ্টাৰ।'

'কোনো বাচি নাথাকিব।'

মানুহবোৰ আকৌ অলপ সময় চুপ হৈ থাকিল।

'নমৰোঁ বুজিছ, মৰা হ'লে কেতিয়াবাই মৰিলোঁহেঁতেন।'

তৎক্ষণাত আটাইবোৰৰ মনত পৰিল কিমান কি বিপদ পাৰ হৈ আহিছে। চবেই মনে মনে কথাষাৰ সমৰ্থন কৰিলে, মৰাটো ইমান সহজ নহয়।

'বন্ধবোৰত আমাৰ দৰে গৰীবৰহে মৰণ।'

'আমাৰ বস্তিতহে মানুহে ভোকত কুকুৰ-মেকুৰীৰ দৰে ৰাউচি ধৰিছে। চাগৈচোন চহৰৰ বাবুবোৰৰ ঘৰত।'

'টিভি চাইছে, চুটি মনাইছে, মাংস-ভাত খাইছে।'

'সেইবোৰ মানুহে বস্তা ভৰাই চাউল কিনে।'

'বন্ধৰ আগদিনা বজাৰত মাছ-মাংস পাবলৈ নোহোৱা হৈছিল।'

'মাছৰ দাম শুনিয়ে ভয় লগা হৈছিল।'

আকৌ মানুহবোৰৰ খং উঠিল। খণ্ডত গোটেইবোৰ গোঙোৰা লাগি বহি থাকিল।

'চাই ল'ম, চাই ল'ম, চবকে চাই ল'ম।' মদ খাই কোনোবা এটা চিএৰি চিএৰি বাস্তাইদি পাৰ হৈ গ'ল।

মানুহজাকে চিএৰটো যেন ভগাই ল'লে। বুকুৰ ভিতৰত পাক খাই খাই শব্দকেইটা যেন মানুহকিটাৰ লঘোণীয়া ওঁঠলৈ বাৰে বাৰে উঠি আহিছে।

'চাই ল'ম, চবকে চাই ল'ম।'

গোঙোৰা মানুহজাকৰ হাতৰ মুঠি টান হৈ আহিছে। চকুবোৰ পকা অওঠা যেন হৈছে।

লঘোণীয়া পেটত মদ পৰা মানুহটোৱে চিএৰিয়ে আছে, 'চাই ল'ম, চবকে চাই ল'ম। চাই ল'ম... চবকে...।'

যোৱা নিশা বৰ ডাঙৰ ধুমুহা আহিছিল। বিজাৰ্ভত হোঁ-হোঁৱাই শব্দ হৈছিল। মানুহবোৰৰ ভাব হৈছিল আজি যেন এডাল গছো থিয় হৈ নাথাকিব। বস্তিৰ আটাইবোৰ ঘৰবোৰ কোনোমতে বাতি-বুটি ৰখা। আটায়ে নিশ্চিত হৈছিল আজি এটা ঘৰো নাথাকে, চৰবোৰ শুই পৰিল। পুৱা উঠি মানুহবোৰে দেখিলে বিজাৰ্ভত গছৰ ঠাল-ঠেঙুলি দেখাৰ ভাগিছে, গছ এজোপাও পৰা নাই। মানুহবো বৰ বেছি ক্ষয়-ক্ষতি হোৱা নাই। আচলতে ধুমুহাজাক গছবোৰৰ ওপৰেদি পাৰ হৈ গ'ল বাবে জুপুৰীবোৰ বাচিলে। চেনীত পকৰা লগাদি বিজাৰ্ভৰ ঠাল-ঠেঙুলীবোৰত মানুহবোৰ লডা বান্ধি ধৰিলেগৈ।

খৰি লুৰি থাকোঁতেই খবৰটো জনাজনি হৈ গ'ল। পৰহিৰ পৰা তিনিশ ঘণ্টা বন্ধ। আটাইবোৰ চুপ হৈ গ'ল। ইমানকেইটা দিন। কেনেকৈ কি কৰিব মানুহবোৰে। এনেও বজাৰ বাৰ কেইবাটাও মাৰা গৈছে। আজি বোলে ধৰ্মঘট, কাইলৈ শোভাযাত্ৰা, পৰহিলৈ মিটিং। সুকীয়া ৰাজ্য বিচাৰি ঠাইখনৰ একাংশ মানুহ জংগী হৈ উঠিছে। কোনো কোনোৱে ক'লে চৰকাৰে ইমান ডাঙৰ বন্ধ হ'বলৈ নিদিয়ে। দিল্লীৰ চৰকাৰেও ইহঁতক আলোচনাৰ কাৰণে মাতিছে। কথা নেকি? ইমান ডাঙৰ বন্ধ এটা হ'ব, মানুহবোৰ মৰিবলৈ এৰি দিয়াৰ দৰে হ'ব।

তাই পুৱাই ভাত ৰান্ধিবলৈ লৈ চালে। চাউল আৰু দুদিন যাব। মুৰি ভজাৰ কাৰণেও চাউল নাই। হাতত টকা বুলিবলৈ চাৰিখন দহটকীয়া ন'ট আছে। বৰ কষ্টকৈ জমা কৰিছে। এইখিনি লৈ তাই তিনিশ ঘণ্টা কেনেকৈ চলিব? ভাতকিটা নমায়ে তাই বুলেনৰ তালৈ দৌৰ মাৰিলে। কথাটো সঁচা-মিছা জানিব লাগিল।

বুলেনে দা এখন হাতত লৈ বহি আছে। খৰিতৰি কাটিছিল চাগে। ল'ৰাটো কেনিবা গ'ল। সুমলাই ব্লাউজ আৰু পেটিকোট এটা পিন্ধি বহি আছে। ওচৰতে পৰি আছে মলিয়ন দখনা এখন। গধুৰ কাপোৰখন তাই গাত ৰাখিব নোখোজে। ব্লাউজটোৰ তলফালে খোলা। সুমলা এনেকৈ থাকিলে তাইৰ গাটোলৈ চাব নোৱাৰি, তাই সদায়ে চকু নমাই আনে। আজি তাইৰ একো নালাগিল। আধাখোলা ব্লাউজটো, পেটিকোটটো তাইৰ গাত একো বেয়া লগা নাই। আচলতে খোলা ব্লাউজ এটাৰে বেয়া লাগিব পৰাকৈ সুমলাৰ গাত আৰু একো নাই। বুলেন আন্দোলনৰ কামত ঘূৰাৰ পৰা তাইক চাবলৈ মানুহ নোহোৱা হ'ল। সুমলাই মুখটো বকহ-বকহকৈ খজুৱাইছে। তাইৰ চকুত পৰিল চুলিকোছাত লেখি ওকণীবোৰ বগা বগাকৈ ওলাই আছে। মানুহজনীৰ গাত ময়লা জমা হৈছে।

'সুমলাৰ চেহেৰাটো বৰ বেয়া হৈছে।' তাইৰ মুখৰ পৰা ঘপ্‌কৈ কথাষাৰ ওলাই গ'ল।

'কোনে তাইৰ এই অৱস্থা কৰিলে? মই?' বুলেনৰ নতুন স্বভাৱ এটা হৈছে। কথা

কওঁতে মাটিত দাখনেৰে ঘপিয়াই থাকে। 'তাইৰ নিজৰ জাতি-ভায়ে কৰিলে, বুজিছ তাইৰ জাতিৰ মানুহে কৰিলে।'

মানুহটোৱে কেনেকৈ মাটিত দাৱে ঘপিয়াই আছে। সিটো মাটিত ঘপিওৱা নাই, সি এটা মানুহ ঘপিয়াইছে, মানুহৰ কোমল মাংসত ধাৰাল দাখন বহি বহি গৈছে, ফিন্‌ফিন্‌কৈ তেজ ওলাইছে, তেজৰ ছিটিকনিৰে মানুহটো ৰঙা হৈ পৰিছে। তাই বুলেনলৈ চকু তুলি চালে, তাৰ চকুহাল তেজৰ দৰে ৰঙা।

'তহঁতে এইবোৰ কি কৰিছ? শুনিলোঁ তহঁতে তিনিশ ঘণ্টা বন্ধ দিবি।'

'দিম, বন্ধ হ'বই আৰু কি হয় চাই থাক।'

তাইৰ ৰঙা চকুৰে মাটিত ঘপিয়াই থকা মানুহটোলৈ খং উঠিছে।

'কি হ'ব এইবোৰ কৰি?'

'নিজৰ ৰাজ্য হ'ব।'

'কি সোণৰ সোলেং পাবি নিজৰ ৰাজ্যত? সেইগালক দেখিলিনে নাই? সোণৰ ৰাজ্য গঢ়িবলৈ গৈ কেনেকৈ গোটেইখন মৰিশালি কৰিলে।'

'তই সেইগালৰ লগৰে। যা পৈয়েৰহঁতৰ লগত থাকগৈ।'

'আকৌ জুই দিবি গোটেইখনতে, দে গোটেইখন পুৰি শেষ কৰ।'

'দিম, জুই দিম, গোটেইখন পুৰি শেষ কৰিম, তথাপি নিজৰ ৰাজ্য লৈহে এৰিম। তহঁতৰ চৰকাৰে আমাৰ মানুহ পুলিচ-মিলিটেৰী লগাই কেনেকৈ মাৰিছে চাগে।'

'তোক কোনে এইবোৰ মন্ত্ৰ দিলে? ভগুৰাৰ পুতেকে? সেই ছাগলীচোৰটো তোৰ নিজৰ হ'ল?'

'তাক ছাগলী চোৰ বুলিছ কিয়? সি এতিয়া টাইগাৰ, পাৰ্টিত টাইগাৰৰ বহুত দাম।'

'কি কৰে সি তহঁতৰ ৰাজ্য লোৱা পাৰ্টিত? ছাগলী চুৰ কৰে?' বুলেন দাং খাই উঠিছে। দাখনেৰে সি এনেকৈ মাটিত ঘপিয়াইছে যে সোমাই এৰাব নোৱৰা হৈ গ'ল।

'সি এক মিনটিত হাজাৰ হাজাৰ মানুহ মাৰিব পৰা বোমা বনাব পাৰে।' কথাষাৰ কৈ বুলেন ৰৈ গ'ল।

তাই উঠিল, 'বন্ধ দে, জুই জ্বলাই দে গোটেইখন, চবকে পুৰি মাৰ, তাৰ পাছত নিজৰ ৰাজ্যত সুখেৰে থাক।'

সুমলাই কুঁ-কুঁৱাই কেঁচুৱাই মাকৰ ওচৰলৈ যোৱাদি গিৰীয়েকৰ ওচৰলৈ গৈছে, তাইৰ ভোক লাগিছে।

'মানুহজনীক চকু দিবি। খেৰ শুকুৱাদি শুকাইছে তাই।'

'লোকৰ কথা চিন্তা কৰিব নালাগে। নিজৰ কথা চিন্তা কৰ। কৰিবৰ মন আছে যদি এইসোপা খুলি নিজৰ পোছাক পিন্ধিবি।' সি দাখন একেকোবে মাটিৰ পৰা উলিয়াই আনিছে।

'মোৰ নিজৰ পোছাক হ'ল গা ঢাকিব পৰা কাপোৰ এখন। মোক সুকীয়া কাপোৰো নালাগে, সুকীয়া ৰাজ্যও নালাগে। এখন পিন্ধি, এমুঠি খাই থাকিব পাৰিলেই হ'ল।'

'চুপ থাক এইজনী।' বুলেনে কাক ইমান কৰ্কশ মাতেৰে দাঁত কামুৰি কামুৰি গালি পাৰিছে? ভাত বিচাৰি থকা সুমলাক নে তাইক? তাই লাহে লাহে বুলেনৰ ঘৰৰ পৰা ওলাই আহিলে। ঘূৰি চাই দেখিলে দাঁতকিটা কামুৰি চকুহাল ৰঙা কৰি সি তাইৰ ফাললৈকে চাই আছে।

বুলেনৰ ঘৰৰ পৰা আহোঁতে তাই জোনৰ মাকৰ ঘৰত সোমাল। গিৰীয়েকটোৰ বেমাৰটো বাঢ়িছে। আজি সি ভালে থকাটোহে খবৰ, বেয়া থকাটো নহয়। কেনেকৈ যে দুহাত আঁজুৰি তাই সংসাৰখন চলাইছে। ল'ৰা-ছোৱালীহালো সৰু সৰু হৈ আছে। তাই আজিকালি ৰাতিৰ ৰাতিটো নোশোৱেই বুলিব পাৰি। মুৰি ভাজি হ'লে ঠোঙা বনাব, ঠোঙা সজা হ'লে মূঢ়া সাজিব। তাই আৰু এটা কামতো ধৰিছে। বজাৰ বাৰকিটা বাদ দি বাকী কেইদিন বস্তি পাৰ হৈয়ে চাৰিআলিটোৰ পৰি থকা এসময়ৰ সমবায়ৰ অফিচটোত বহা আৰ্মি কেম্পটোক কেন্দ্ৰ কৰি গঢ়ি উঠা চাহ দোকান কিখনৰ এখনতে মচলা বটে। সমবায় অফিচটো মেৰামতি কৰি সন্মুখত গাড়ী অহা-যোৱা কৰোঁতে চে'ক কৰিব পৰাকৈ হেণ্ডাৰ তৰি, স্পীড-ব্ৰেকাৰ সাজি, গছ লগাই চুণ দিয়া ইটাৰে সন্মুখৰ বাগিচা সজাই এটা ডাঙৰ আৰ্মি কেম্প চিৰস্থায়ীকৈ চাৰিআলিটোৰ শিমলুডালৰ তলতে বহি গ'ল। আৰ্মি কেম্পটোক কেন্দ্ৰ কৰি গঢ়ি উঠিল ধোবাৰ দোকান, চেলুন, তিনিখন পি চি অ', চাহৰ দোকান, পাণৰ দোকান। তাৰে এখন চাহৰ দোকানত জোনৰ মাকে পুৰাই মচলা বটে। তথাপি তাই পৰাগৈ নাই। তাইৰ উপাৰ্জনৰ সৰহভাগ খৰচ হয় গিৰীয়েকৰ দৰব আৰু বেজী আনোতে। তাই কেনেকৈ চাই থাকে অকণমান বতাহৰ বাবে হেফাই থকা গিৰীয়েকটোক? ভাত ভাতকৈ কান্দি থকা ল'ৰা-ছোৱালীহালক। তথাপি তাইৰ মুখৰ হাঁহিটো নুগুচে, কপালত আবেলিটো মান সেন্দূৰৰ ফোঁট, একেই গৌৰৱেৰে গৰবিনী।'

'মজবুত দেহা বুজিছ, খাটিব পাৰে।'

'বুজিছ, তহঁতৰ দৰে মই ভাতৰ মাৰ খাই ডাঙৰ হোৱা নাই। ছাগলীৰ গাখীৰ খাইছিলোঁ। মাক মৰা তাইক আইতাকে ছাগলী গাখীৰ খুৱাই ডাঙৰ কৰাৰ কথা সিহঁতে বহুত দিন শুনিছে।

'হ'ব দেচোন, বেমাৰী হ'লেও, বুঢ়া হ'লেও মূৰৰ ওপৰত মানুহটো আছে।'

'মূৰ গুজিবলৈ চালি এখন আছে, নিজৰ বুলিবলৈ জলকীয়া এটা লগাব পৰাকৈ মাটি একণ আছে।'

'ঘৰ সোমালে মা বুলি মাতিবলৈ ল'ৰা-ছোৱালী এহাল আছে।' দুখৰ মাজতো হাঁহি থকা মানুহজনীক এবাৰ লগ পাবলৈ তাইৰ মনটো কিবা কৰি আছিল। তাইকে গৈ ক'বগৈ এইবোৰ কথা। তাইৰ লগতে আলোচনা কৰি ঠিক কৰিব লাগিব কেনেকৈনো কি কৰিব।

চোতালতে জোনৰ মাক বহি আছে। চিনাকি দৃশ্য। তেল গৰম কৰি গিৰীয়েকৰ পিঠিত সানি আছে, কাষতে ল'ৰা-ছোৱালীহাল।

'আহ, আহ মণিৰ মা। বহ। ক'ৰ পৰা আহিলি?'

'গৈছিলোঁ দে বুলেনৰ তালৈকে।'

'বুলেন ৰাজ্য বিচৰা পাৰ্টিৰ ডাঙৰ লীডাৰ হৈ গ'ল।'

'তাকেই সুধিবলৈ গৈছিলোঁ, শুনা কথাবোৰ সঁচানে মিছা।'

'সঁচা মণিৰ মা। বহুবোৰ হ'বই। দেখা নাই বস্তি কেনেকৈ খালি হৈ গ'ল। ঘৰে ঘৰে মাইকী বোৰহে আছে।'

'আটাইবোৰ গুৱাহাটীলৈকে গ'ল নে?'

'ওচৰৰে ডাঙৰ চহৰ কাৰণে গুৱাহাটীলৈকে সৰহভাগ গ'ল। বাকীবোৰ ওচৰৰ ঠাইবোৰলৈকে গৈছে।'

'কালাইগাঁও আমাৰ পৰা সৌ বাৰ-তেৰ কিলোমিটাৰ। মঙ্গলদৈ মাত্ৰ ত্ৰিছ কিলোমিটাৰ। সেইবোৰ ঠাইলৈকো গৈছে চাগৈ।'

'যলৈকে পাৰে আঁতৰি গৈছেগৈ। ৰিক্সাবালাকিটা ৰিক্সা কিখন লৈয়ে ওচৰৰে কালাইগাঁৱলৈ গ'লগৈ, ৰাজমিস্ত্ৰীকিটা গুৱাহাটী পালেগৈ।'

'লাতুৰ মাকে কৈছিলে তাইৰ ল'ৰাটোকো লৈ যাব মোমায়েকে।'

'তোক লাতুৰ মাকে ক'ত লগ পাইছিলে?'

'কালী বুঢ়ীৰ মন্দিৰত পুতেকৰ কাৰণে চাকি দিবলৈ আহিছিল।'

'তোক তাই কৈছিলেনে? সি মোক চিনেমা দেখুৱাইছিলে, তিনিশ টকাৰ কাপোৰ দিছিলে, সোণৰ আঙঠি দিছিল, সি বৰগছৰ তলৰ মাটিখিনি ল'ম বুলি কৈছিল, পকা ঘৰ তুলিম বুলি কৈছিল। এই ৰাক্ষসীয়ে চব শেষ কৰিলে, তাৰ মন ভাঙিলে।'

ঠিক লাতুৰ মাকৰ দৰে মাতটো উলিয়াই চুলিকোছাৰ পৰা ওকণী বাছি বাছি থকাৰ ভাও দি যেনেদৰে কথাকিটা ক'লে মণিৰ মাকৰ হাঁহি উঠি গ'ল। হাঁহি থাকোঁতেও তাইৰ মনটো বেয়া হৈ গ'ল। লাতুৰ মাকজনীক কমটো দুখে এনেকুৱা কৰা নাই। তাইৰ হাঁহিটো মাৰ গৈ মুখখন আন্ধাৰ হৈ গ'ল।

'ক আক' মণিৰ মাক', 'দেহি, ভাবস্তৰ দুখবোৰে মানুহজনীক হেঁচা মাৰি ৰাখিছে, দেহি, বাচি যে আছে।' দেহি, শব্দটো দীঘলীয়াকৈ নাকি মাতেৰে টানি জোনৰ মাকে কেনেকৈ তাইৰ মাতটোকে উলিয়ালে। তাই হাঁহিত ৰ'ব নোৱাৰা হ'ল।

তাই জোনৰ মাকৰ পিঠিত হাতখন থৈছে, বৰ আলফুলে, বৰ মৰমেৰে, 'তই পাৰও জোনৰ মা।'

মানুহজনীৰ মুখনৰ হাঁহিটো মাৰ যোৱা নাই, 'চিন্তা নকৰিবি বুজিছ। নমৰোঁ, বাচি থাকিম, কিবা কৰি বাচি থাকিম।'

মানুহজনীয়ে তাইক নিমখ চাহে-মুৰিয়ে খুৱাই কলহটো দেখুৱাইছে, বেচনৰ চাউল তুলি থৈছে। টকা দুটামানো থৈছে। আজি তাই বাকচ খুলি কমালেৰে বান্ধি থোৱা আটাইতকৈ ডাঙৰ সম্পত্তিটো উলিয়ালে, এটা সোণৰ আঙঠি।

'মাৰ চববোৰ গহনা দেউতাই মাহীআইক দিলে। মোৰ মা ভাল ঘৰৰ ছোৱালী আছিল, গহনাও ভালকৈ দি সজাই ছোৱালী উলিয়াই দিছিল। মাহীয়ে মোক একো নিদিলে। মাত্ৰ এইটো দিলে। হ'ব বুজিছ, কিবা কৰি চলি যাম। সদায়তো এনে নহয়।'

'মিনতিয়ে কি কৰিব? ফুলে? ৰত্নাৰ মাকে? জগুৱে? নবীনে?' একে উশাহতে তাই নামকেইটা কৈ গ'ল।

'চবেই কিবা এটা কৰিব দে, তই কি কৰিবি?'

'পাঞ্জাবী গেৰেজত বন্ধৰ মাজতে চোতালতে লৈ বনাব পৰাকৈ দুখন বাছ লৈছে, বাছৰ বডি বনাব, দেখাৰ কাম ওলাব, মণিকো লৈছে। হ'ব দে, কোনোমতে মা-পুত চলি যাম।'

'হওক দে, তোৰ ল'ৰাৰ গাত মোৰ আয়ুস লাগক।'

বাহিৰত উশাহ টানি টানি বুঢ়াই জোনৰ মাকক মাতিছে। ৰ'দৰ ফাললৈ পিঠি দি বহি থকা বুঢ়াৰ পিঠিখন এবাৰ উঠিছে, এবাৰ নামিছে।

'যাঁগে মণিৰ মা, ময়ো যাওঁ। বুঢ়াৰ কাৰণে বড়ি আনি থওঁ। বৰ বেছি হৈছে অ' মানুহটোৰ। চাওঁ ৰ', বন্ধ খুলিলে তাক গুৱাহাটীলৈ নি ডাঙৰ ডাক্তৰ এটাকে দেখুৱাওঁ নেকি, লাতুৰ মোমায়েকৰ লগত কথা হৈছোঁ।'

তাই ওলাই ৰাস্তাত ভৰি দিলেগৈ। তাইৰ মনটো এতিয়া বহুতখিনি শান্ত।

জগুৰ ঘৰৰ আগেদি যাওঁতে সি ওলাই মাত দিলে।

'মণিৰ মা, কেনি যাব?'

'আহিলোঁ দে জোনৰ মাকৰ ঘৰৰ পৰা।'

'শুনিছনে নাই, তিনিশ ঘণ্টা বন্ধ হ'ব।'

'তাকেইতো কথা পাতি আহিলোঁ।'

'বস্তিৰ আধা মানুহ গ'লেই।'

'তয়ো যাবি?'

'গ'লোহেঁতেন, কিন্তু বেমাৰীজনী ক'ত পেলাই থৈ যাওঁ? তাই নমৰেও নহয়।'

'তেনেকৈ নক'বি জগু।'

'মাজে মাজে বৰ খং উঠে বুজিছ।'

'এবাৰ গুৱাহাটীলৈ নিবি, বন্ধ-তন্ধবোৰ খোলক।'

'পইচা কেইটামান গোটাইছিলোঁ, এই বন্ধত সেইকিটাকে ভাঙি খাব লাগিব, সদায়ে এনেকুৱাই হয়, তাইক ডাক্তৰক দেখুৱাম বুলি দুটা পইচা। গোটাওঁ, কিবা এটা হ'বই। কেতিয়াবা মৰোঁ যেনেকৈ লাগে, ৰে'লৰ আলিতে মূৰটো পাতি দিম যেন লাগে।'

'কিয়নো এনেবোৰ কথা মুখলৈ আন? তোৰ কিবা এটা হ'লে বেমাৰী মানুহজনী মাক মৰা চৰাইৰ চানা হেনেকৈ মৰিব।'

তলমূৰ কৰি জগু মনে মনে আছে।

'চিন্তা নকৰিবি বুজিছ। নমৰোঁ, বাচি থাকিম, কিবা এটা কৰি বাচি থাকিম।'

ঠিক জগুক নহয়, জোনৰ মাকৰ কথাষাৰ তাই নিজকে ক'বলৈহে উচ্চাৰণ কৰিলে।

ৰাস্তাৰ দাঁতিৰ নৰসিংহ গছজোপাৰ পৰা তাই কোমল ডাল এটা ভাঙি ল'লে। বটি চাটনী এটা কৰি দিলে মণিয়ে ভাল পায়। মণি এতিয়া গেৰেজৰ পৰা আহিবই। তাই খোজটো বঢ়াই দিলে, ঘৰৰ কামবোৰ গোটেইবোৰ পৰি আছে।

এদিন, দুদিন, চাৰিদিন, সাতদিনলৈকে বন্ধৰ অভিজ্ঞতা হৈছে। কিন্তু এই তিনিশটা ঘণ্টা কেনেকৈ কটাই মানুহবোৰে? কি খাই? কি কৰে? ক'ত যায়? কেনিও মুকলিকৈ ঘূৰা-পকা কৰিব নোৱাৰি। মিলিটেৰীয়ে গিজ্‌গিজাই আছে।

মণি পুৱাই পাঞ্জাবী গেৰেজলৈ ওলাই যায়গৈ, একেবাৰে ৰাতি আঠটা-নটাত আহে। সি ৰাতিপুৱাহে ঘৰত এমুঠি খাই যায়, দুপৰীয়া-ৰাতিৰ সাঁজ তাতে খাই আহে। এইকেইদিনতে মণি ডেকা মতা মানুহ এটাৰ দৰে হৈ পৰিছে। সি কোনোবা দোকানৰ পাছফালেদি লগা বস্তু আটাইখিনি আনি দি আছে। একো অসুবিধা নোহোৱাকৈ তাই চলি আছে।

জোনৰ মাকে ঠিকেই কৈছিলে কিবা কৰি মানুহবোৰ চলি যাব। গৈছেও।

ফুলে এঘৰ মানুহৰ ঘৰত কাম লৈছে। বন্ধ বুলিতো ঘৰবোৰৰ ভিতৰৰ কামবোৰো বন্ধ নহয়।

জগুৱে হাজিৰা কৰিবলৈ লৈছে।

ৰত্নাৰ মাকে ঘৰতে মচলা খুন্দি গুড়ি কৰি ঘৰে ঘৰে দিবলৈ লৈছে। লগতে মিনতিও যায়। তাই গৰম-মচলাৰ সৰু সৰু পেকেট কৰি লৈ যায়।

লাতুৰ মাকেও আজি এইঘৰত কাপোৰ ধোৱা, কাইলৈ সেইঘৰত ঘৰ লিপা চলাই আছে।

নবীনে আৰ্মি কেম্পৰ ওচৰত বহা বজাৰখনত বহিবলৈ লৈছে।

চহৰখন এৰি যোৱা মানুহবোৰে যেনেকৈ পাৰে, যি পাৰে পা-পইচা পঠাই আছে।

চাৰিআলিত আৰ্মি কেম্পৰ আগত শাক-পাচলিৰ বজাৰ এখন বহিছে। বস্তিৰে বহুতে গাবলৈ গৈ পা-পাচলি আনি সেইখিনিতে বেচিবলৈ লৈছে। আচলতে বন্ধ দিয়া পাৰ্টিটো আৰু মিলিটেৰীৰ সনা-পোতকা। সিহঁতৰ পাৰ্টি অফিচটোও কেম্পৰ লগতে লগা। নহ'লে একেবাৰে দেশৰ পৰা বেলেগ হৈ সুকীয়া ৰাজ্য ল'ব খোজা পাৰ্টিটোৱে দেশৰ ভিতৰতে ৰাজ্য পাতিব খোজাজাকক পালেই মাৰে। একেবাৰে সাপ-নেউল। ফেউৰা বাঘৰ লগে লগে থকাদি বন্ধ দিয়া পাৰ্টিটো আৰ্মিৰ লগে লগে থাকে। গতিকে বজাৰখন বহাতো একো অসুবিধা নাই হোৱা। আৰ্মি কেম্পতো পাচলি লাগে। পাৰ্টিৰ কেম্পতো লাগে। নদীত মাৰি অনা দুই-এভাগ মাছো বিক্ৰী হৈছে, যোৱাটো ৰবিবাৰে ছাগলী এটাই কাটিছিল।

চলি আছে। যেনি-তেনি সুকণ্ঠ উলিয়াই ঠেলি-হেঁচি হ'লেও চলি আছে। বৈ যোৱা নাই।

জোনৰ মাকে ঠেলি-হেঁচিও চলিব পৰা নাই। অকল ভাতমুঠিৰ কথা হ'লে বেলেগ কথা আছিল। আচল কথা হ'ল মানুহটোৰ বেমাৰটো। বাছি বাছি এইকেইটা দিনতহে এনে হ'ব লাগেনে? তাই এদিন চাবলৈ গৈছিল। চোতালত ভৰি দি চিনাকি শব্দটো আৰু চিনাকি দৃশ্যটো তাই দেখা নাছিল। উশাহ টানি থকা মানুহটো আৰু তেল মালিচ কৰা মানুহজনী। তাই ভিতৰ সোমাই গৈছিল। চিনাকি ঘৰ্‌ঘৰ্‌কৈ উশাহ টনাৰ শব্দটোৰ ঠাইত এটা জান-নেজান সাঁ-সাঁকৈ উশাহ টনাৰ শব্দ তাইৰ কাণত পৰিল। বিছনাখনত কাপোৰৰ লগত সমান হৈ মানুহটো পৰি আছে। তাই ওচৰ চাপি গ'ল। মানুহটোৰ ওঁঠ, হাতৰ আঙুলি, ভৰিৰ বুঢ়া আঙুলি চব নীলা পৰি গৈছে। সাঁ-সাঁ শব্দটো শুনিলে গম পাই বুকুখনলৈ টোপটোপকৈ পানী পৰাদি অকণ অকণ বতাহ গৈছে। তাই ওচৰত থিয় দিয়া মানুহটোৱে গম পাইছে, কিন্তু কোন ধৰিব পৰা নাই।

'মোৰ বিড়ি...' নাই মানুহটোৱে কথাকিটা শেষ কৰিব পৰা নাই। বতাহ নাইকিয়া বুকুখনৰ পৰা শব্দ কেইটা বৰ কষ্টেৰে ওলাই আহিছে।

'নে তোৰ বিড়ি, খা আৰু মৰ, এইবোৰ হুপি-হুপিয়ে তোৰ আজি এই অৱস্থা।'

জোনৰ মাকে বিড়ি এটা জ্বলাই বুঢ়াক দিছে।

'মই কামানি কৰোঁতে......' বুঢ়া ৰৈ গৈছে, কথা ক'ব পৰা নাই।

'ক', নিজে কামানি কৰোঁতে দিনে তিনি-চাৰি পেকেটকৈ বিড়ি খাইছিলোঁ, এতিয়া মাইকীৰ কামানিৰে...., ক' নক'ব কিয়।'

বুঢ়াই এহোপা মৰাৰ পাছতে তাই বিড়িটো কাঢ়ি আনি পেলাই দিলে। বুঢ়াই কিবা ক'ব খোজোঁতে জোনৰ মাকে খেংখেঙাই উঠিল। 'ক', কোন পৈয়েৰক দিবলৈ নিছ, নক'ব কিয়।'

বিড়ি হোপা মাৰি মানুহটো শান্ত হৈ বিছনাত পৰি থাকিল। মাত্ৰ সাঁ সাঁ শব্দটো ওলাই আছে।

জোনৰ মাক বাহিৰ ওলাই আহিল। বেৰাত খুঁচি থোৱা সৰু নীলা টেমা এটাৰ দৰে বস্তু উলিয়ালে, শাৰীৰ আঁচলত বান্ধি থোৱা পিল দুটা উলিয়ালে। টেমাৰ দৰে বস্তুটোত পানী দুচামুচ মিলাই পিলকিটা দি আকৌ ভিতৰ সোমাই গ'ল। বুঢ়াক তাই এইবাৰ আঁঠুত হাত দুটা দি বহুৱাই দিলে। তাৰপাছত টেমাটো নাকৰ ওচৰত দি বুঢ়াক শুঙিবলৈ দিলে। বুঢ়াই ভালকৈ উশাহ টানিব পৰা নাই। কিছুপৰ শুঙাই তাই চোতাললৈ আহিল।

'আহ মণিৰ মা, বহ।' জোনৰ মাকে পুৰণা চাটাই, ঢকুৱাৰে সৰুকৈ চোতালতে পাকঘৰ এটা সাজি লৈছে। দেখিলেই গম পাই মাইকী মানুহৰ হাতৰ কাম।

'ইয়াতে পাকঘৰ কিয় সাজিলি? তোৰ অসুবিধা নহয়? বৰষুণ দিলে কি কৰ?'

'ভিতৰত ভাত বান্ধিলে বৰ ধোঁৱা হয়, তাৰ ধোঁৱা লাগিলে বেছি হয়। বৰষুণ দিলে চৰুৱে-হাড়িয়ে দাণ্ডি ভিতৰলৈ লৈ যাওঁ। ভিতৰৰ চৌকাটো ভঙা নাই নহয়।' তাই চাহ বাকিছে, বস্তিৰ চবৰে ঘৰতে দিয়া একে চাহ, নিমখ দিয়া ৰঙা চাহ। 'আজি মুৰি নাই, কতদিন হ'ল মুৰি ভজা নাই।' তাই এবাতি চাহ বুঢ়াক খুৱাই থৈ আহিলগৈ।

'মণিৰ মা, আজি ঔষধে কাম দিয়া নাই।'

'কি কৰিবি?'

'ডাক্তৰ মাতি বেজী দিব লাগিব।'

'ক'ত ডাক্তৰ পাবি?'

'দৰবৰ দোকান খোলা আছে। বুঢ়া ডাক্তৰকে মাতিব লাগিব।' বুঢ়া ডাক্তৰ বস্তিৰ মানুহৰ চিকিৎসক শেষ ঢাপটো। বুঢ়া ডাক্তৰ কোনো ডিগ্ৰীধাৰী ডাক্তৰ নহয়। বহুত দিন ইন্দু ফাৰ্মেচীৰ মালিক আগৰ দিনৰ কলিকতাৰ এম বি বি এছ ডাক্তৰ ৰজনীকান্ত শইকীয়াৰ লগত থাকি সকৰে পৰা কাম শিকিছে হোৱা ডাক্তৰ। শইকীয়াৰ ল'ৰাবোৰ এটাও ইয়াত নাথাকে। ইন্দু ফাৰ্মেচী চলায়ে শিৱ বৰা বুঢ়া ডাক্তৰ হ'ল। অৱশ্যে বুঢ়া ডাক্তৰক চহৰ অঞ্চলত কোনেও নামাতে। এই বুঢ়া ডাক্তৰকে জোনৰ মাকে নীলা পৰি যোৱা মানুহটোক দেখুৱাবলৈ মাতিব খুজিছে।

'টকা-সিকা।' তাই হিচাপ কৰি চালে চাৰিখন দহটকীয়া ন'ট তাইৰ বাকচৰ তলীত আছে।

'আঙঠিটো বিক্ৰী কৰিম।'

'কাৰ ওচৰত।'

জোনৰ মাক অলপ বৈছে। তাই এবাৰ উঠি ভিতৰৰ পৰা আহিলগৈ।

'সি মানুহ চিনি নোপোৱা হৈছে। অলপ আগলেকে বিড়িৰ কথা কৈ আছিল, এতিয়া বিড়িটোবো ল'ব খোজা নাই। এইবাৰ বুঢ়াক মই বচাব নোৱাৰিম।'

'তয়ে দেখোন সদায় ক'ব, কিবা এটা হ'ব। এনেকৈ বিতত হৈছ কিয়?'

'মোৰ লগত ড্ৰাইভাৰণীৰ তালৈ যাবি?'

'ড্ৰাইভাৰণীৰ তালৈ?' তাই সংকোচ কৰিছে।

'আৰু সোণৰ আঙঠি কিনিব পৰা শক্তি কাৰ আছে?'

জোনৰ মাকে আঙঠিটো হাতত লৈ ল'ৰা-ছোৱালীহালক বাপেকৰ ওচৰত থাকিবলৈ কৈ তাইৰ হাতত ধৰিছে। 'ব'ল মণিৰ মা, মই অকলে ড্ৰাইভাৰণীৰ ঘৰলৈ গ'লে কাইলৈ আৰু বস্তিত থাকিব নোৱাৰিম।'

তাই মুখেৰে মতা নাই, যাবলৈও উঠা নাই।

'ব'ল মণিৰ মা, কোনেও একো নকয়, আমি ইমান দিন এই বস্তিত আছোঁ, আমাক মানুহে নাজানে?'

তাই যাবলৈ মান্তি হ'ল।

ড্ৰাইভাৰণীয়ে ঘৰৰ চাৰিসীমা ওখ ওখ চাটাইৰ বেৰাৰে ঢাকি দিছে। পকা ঘৰৰ ছিৰিত ভৰি দিওঁতেই ড্ৰাইভাৰণী ওলাই আহিল।

'আহ, আহ জোনৰ মা।' মানুহজনীয়ে এনেকৈ মাতিলে যেন সিহঁত দুজনী সদায়ে আহে।

কুছন দিয়া চকীত বহিবলৈ দি ড্ৰাইভাৰণীয়ে ৰত্নাক মাতিলে।

'ৰত্না ইয়াতে থাকে নেকি?'

'নাথাকে, টিভি চাবলৈ আহি, মোক কাম-বনত সহায় কৰি দিয়ে। 'যাচোন ৰত্না চাহ দুকাপ আন।'

ৰত্নাই দুকাপ গাখীৰ দিয়া চাহ, বিস্কুট, দুবিধ মিঠাইৰে দুখন প্লেট দি গ'ল।

'খা, এয়া মিঠাই মোৰ মামাই আনিছে। সোণৰ বস্তু বনোৱা দুখন দোকান আছে, বিৰাট অৱস্থা, দুখীয়া ভাগ্নীক চাবলৈ আহিছে। মামাৰ হাতৰ সোণৰ বস্তু চা। ড্ৰাইভাৰণীয়ে হাত দুখন তুলি ধৰিছে। দুপাত, দুপাত চাৰিপাত খাৰু চিক্‌চিকাই আছে।

ৰত্নাই তামোল দি গ'ল।

'মামাই মাতিছে।'

ড্ৰাইভাৰণী উঠি গ'ল। উঠি যাওঁতে তাইৰ ভৰিৰ পায়েল কিঙাল ঝুন্‌ঝুনাই গ'ল। মানুহজনীয়ে যেন এতিয়াই ক'ৰবালৈ ফুৰিবলৈ যাব।

'ব'ল জোনৰ মা, যাওঁ।' তাইৰ কিবা ভাল লগা নাই। ভিতৰত, মানে সিইঁতে বহা কোঠাটোৰ কাষৰ কোঠাটোত সিইঁতে ড্ৰাইভাৰণীৰ খিল্‌খিলিয়া হাঁহি এটা শুনিলে। তাইৰ চকুত পৰিল কাপোৰ এখনেৰে ঢাকি থোৱা এখন বেতৰ ৰেকত শাৰী শাৰী মদৰ বটল। বস্তিৰ মানুহে কয় আৰ্মি কেম্পৰ পৰা সস্তাত মদ আনি ড্ৰাইভাৰণীয়ে বেছি দামত বিক্ৰী কৰি ভাল পইচা কৰিছে।

'ব'ল, জোনৰ মা।' কিয় জানো তাইৰ এক মিটো থাকিবৰ মন যোৱা নাই।

'ৰহ এ এইজনী, আঙঠিটো দি যাওঁ।'

এৰা, তাইনো ইয়ালৈ কিয় আহিছিল পাহৰিয়েই গৈছিল। ভিতৰত ড্ৰাইভাৰণীয়ে কাৰোবাক খং কৰিছে, টেংটেঙীয়া মাতেৰে নহয়, সৰু মাতেৰে।

অলপ সময় দুইজনী বহি থাকিল।

'ৰত্না', জোনৰ মাকে উচ্‌পিচ্‌ কৰি ৰত্নাকে মাতিলে। ড্ৰাইভাৰণী ওলাই আহিল।

'এই আঙঠিটো ৰাখ, বুঢ়াৰ বৰ বেমাৰ।'

ড্ৰাইভাৰণীয়ে আঙঠিটো হাতত লৈ চালে। তাই আজিকালি বস্তিৰ বহুত মানুহৰ অলংকাৰ বন্ধকত ৰাখে। লুটিয়াই-বগৰাই চাই তাই বেঁকা হাঁহি এটা মাৰিলে।

'এইটো পিতলৰ আঙঠি, সোণ পানী চৰাই দিছে।'

'জোনৰ মাকে চিলাই থাপ মৰাদি আঙঠিটো ড্ৰাইভাৰণীৰ হাতৰ পৰা লৈ কৈ উঠিল, 'ব'ল।'

ড্ৰাইভাৰ সোমাই আহিছে, আহিছে মানে লৈ আহিছে, এটা ল'ৰাই ধৰি ধৰি লৈ আহিছে। মানুহটোৰ কাপোৰে-কানিয়ে বোকা।

'ক'ত পৰি আছিল গাহৰিটো?' ড্ৰাইভাৰণীৰ মাতটো ডাঙৰ, টেংটেঙীয়া।

'চুপ থাক মাইকী।' ড্ৰাইভাৰৰ জিভা কোনোমতে নুঘূৰে।

'বাগানলৈ ভাৰা মাৰিবলৈ গৈ লাইনতে পৰি থাকিল। 'ল'ৰাটোৱে ড্ৰাইভাৰক বাহিৰৰ বিছনাখনত শুৱাব খুজিছে।

'নে, গাহৰিটোক বাহিৰৰ কলৰ পাৰত পেলাই থ'। দে, পানী মাৰি দেগৈ, তাক কিয় তুলি আনিলি? পৰি মৰি থাকিবলৈ নিদিলি কিয়?'

বমি, দেশী মদৰ গোন্ধত ঘৰটো ভৰি গৈছে।

ৰাস্তাত ভৰি দি সিহঁত দুজনীয়ে উশাহ ল'লে।

জোনৰ মাকে পকী ৰাস্তাৰ পিনে খোজ লৈছে।

'কেনি যাব?'

'আৰ্মি কেম্পটো পাৰ হৈ ৰিজাৰ্ভ পোৱাৰ আগতে সোণাবীৰ দোকান এখন আছে। বুঢ়াৰ ঘৰটো দোকানৰ পাছফালে। ব'লচোন তালৈকে যাওঁ।'

জোনৰ মাকে আজি কিবা কাৰণত অকলে ঘূৰা-পকা কৰিব খোজা নাই। তাইক লৈ ফুৰাইছে। নাযাওঁ বুলিনো কেনেকৈ কয়।

বুঢ়া সোণাবীৰ ঘৰৰ পৰা পৰা ওলাই আহি জোনৰ মাক ৰাস্তাতে মূৰে-কপালে হাত দি বহি পৰিল।

'কি হ'ল? সোণাবীয়েও একে কথাকে ক'লে।'

জোনৰ মাকে তাইলৈ অলপ সময় চাই ফোঁ-ফোঁৱাই খোজ দিবলৈ ধৰিলে। ওখ-পাখ স্বাস্থ্যবান মানুহজনীৰ দীঘল দীঘল বেঙাৰ লগত তাই পৰা নাই। চাই থাকোঁতেই মানুহজনী নোহোৱা হ'ল।

'মাথা ঠিক নোহোৱা হৈছে।' নিজকে নিজে কৈ তাই ঘৰলৈ বুলি খোজ ল'লে। মণি আহিলেই নেকি ঠিক নাই, চাবি তাইৰ হাতত।

ঠিকেই মণি আহি ৰৈ আছেহি।

'মা, ক'লৈ গৈছিলি। কি হৈছে শুনা নাই?'

'কি হৈছে?'

'দুই পাৰ্টিৰ মাজত গোলা-গুলী। ইহঁত গৈছিলে পইচা ডিমাণ্ড দিবলৈ, ইটো পাৰ্টিয়ে গম পালে। ডিমাণ্ড দিয়া পাৰ্টিৰ লগে লগেতো আৰ্মি থাকেই, ইটো পাৰ্টিৰ চৰকেইটা লাচ বনিল।'

'কি হ'ব এতিয়া?'

'বন্ধ খুলিলেই কাৰ্ফিউ দিব চাগে, দিন-কাল বৰ বেয়া, ক'লৈ গৈছিলিনো? নোলাবি। ক'ব নোৱাৰি কি হয়।'

তাই মণিলৈ চালে, কেতিয়া যে সেই সৰু ল'ৰাটো তাইৰ মূৰৰ ওপৰৰ মানুহ এটা হৈ পৰিল। হাঁহি এটা মাৰি তাই ভাতত লাগিল।

আবেলি মিনতিৰ লগত কথা পাতি থাকোঁতে জোনৰ মাক আহি ওলালহি। মাত্ৰ এটা

বেলাতে মানুহ এনেকৈ বদলিব পাৰে? কেনেকুৱা হৈ আহিছে মানুহজনী। কঁকাললৈকে তিতা, চুলি আউল-বাউল, কপালৰ আধলিমান ফোঁট গলি একেকাৰ, চকু দুটা গোল গোল।

'কি হ'ল। জোনৰ মা?' মিনতিয়ে হাঐ-বিঐ লগালে।

জোনৰ মাক আহি কালী বুঢ়ীৰ থানত ধপছকৈ বহিলহি। তাৰ পাছত দীঘল দি পৰি সেৱা জনালে।

'মোক আজি কালী মাই দেখা দিলে।' জোনৰ মাকৰ মাতটো আগৰ দৰে সজীৱ আৰু ফুৰ্তিবাজ নহয়, কিবা এটাই যেন তাইৰ মাতটো চেপি থৈছে।

'কালী মাই দেখা দিলে?'

'কি কৈছ জোনৰ মাক? হৈছে কি তোৰ? ব'ল কাপোৰ সলাই মুখ-হাত ধুই ল'বি।'

'মই মাছ মাৰিবলৈ গৈছিলোঁ। নদীয়ে নদীয়ে গৈ আছিলোঁ। সেই যে হালি পৰা বাঁহৰ চোপ এটা আছে, তাৰ ওপৰতে মা কালী বহি আছিল।' তাই আকৌ মাটিতে পৰি সেৱা কৰিছে। মা কালী নামি আহিল আৰু এইফালেদি মা মোৰ ভিতৰ সোমাই আহিল।' মানুহজনীয়ে ভৰি দুটা ফাঁক কৰি নিজৰ গোপন অংগ সকলোৰে আগতে উন্মুক্ত কৰি দিলে। 'মা কালী মোৰ পেটত, চা মোৰ পেটত মা কালী।'

জোনে আহি মাকক দেখি কান্দি পেলালে, 'মা, মা বাবাই বিছনাতে হাগিছে।'

জোনৰ ভনীয়েকজনীয়ে যোগ দিলে, 'তিনিবাৰ মুতিছে।'

জোনৰ মাক উঠিছে, 'মোক অলপ কেঁচা গাখীৰ দিব পাৰিবিনে? মাৰ ভোক লাগিছে।'

মিনতি আৰু তাই ধৰি ধৰি জোনৰ মাকক ঘৰলৈ লৈ গ'ল। ভিতৰত গুৰে-মূতে লেটী লৈ মানুহটো মৰি আছে।

সদায় যিটো হয় বস্তিত হুৰা-হুৰি লগি গ'ল। পাঁচ টকা, দুটকা, আঠ অনাকৈ পইচা তুলি মানুহটো নদীৰ পাৰলৈ লৈ যোৱা হ'ল।

'কেঁচা গাখীৰ আন।'

'ক'লা পাৰ এযোৰৰ মূৰ ছিঙি আন।'

'কল দি চাউ সানি দে।'

'মিঠাই আৰু গাখীৰ আন।'

'মা কালীৰ ভোক লাগিছে।'

'মা ভোকত থাকিলে তইতক শাপিব।'

কান্দি থকা ল'ৰা-ছোৱালীহাল, খৰি দিবলৈ নিয়া গিৰীয়েকটো, এতিয়াও আধা বাকী থকা দীঘল বছৰটো, যোৱাকালি হোৱা গোলমালবোৰ চববোৰৰ— উৰ্দ্ধত থাকি জোনৰ মাকে হুংকাৰি আছে, 'কেঁচা গাখীৰ... কল... চাউ... গৈ... মিঠাই... ক'লা পাৰ...।'

সঁচাকৈয়ে কোনোবাই থাল এখনত কলেৰে সানি চাউ অলপ দি থৈ গ'ল। জ্বলি গ'ল এগছ চাকি, থোৱা হ'ল ধোঁৱাই থকা ধুনাম্বলা এটা, ভৰিত থৈ গ'ল ক'লা পাৰ এটা।

নেলু মুছৰি পাৰটোৰ তেজ খাই থকা জোনৰ মাকক চাই তাই ঘৰলৈ পলাই অহাদি আহিল। দমকলটোৰ পাৰতে বহি তাই হুক্‌হুকাই কান্দিবলৈ ধৰিলে। বাৰে বাৰে তাইৰ কাষলৈ অহা-যোৱা কৰি থাকিল এজনী ওখ, তেল পিচল ক'লা ছালৰ হাঁহিমুখীয়া মানুহ, কপালত আধলিটোমান সেন্দূৰৰ ফোঁট এটা।

মানুহজনীয়ে গাৰ বলেৰে মিনতিক খেদা মাৰি অহা টেংটেঙীয়া মাতৰ ড্ৰাইভাৰণীক হেঁচা মাৰি ধৰিছে।

'মাৰোৱাৰী বুঢ়া দোকানীটোৰ চং দেখুৱাই মানুহজনীয়ে সমান বগা দাঁতপাৰি উলিয়াই খিল্‌খিলাই হাঁহিছে 'বহুত কিবাকিবি লিবিৰে।'

মানুহজনীৰ মাতটো সোপা মাৰি ধৰিছে, 'মৰদৰ টান, বৰ টান অ'.... শ্বাস টানি টানি থকা, গালি পাৰি থকা মানুহটো ... তাৰ মাত এবাৰ পালেই... বুঢ়াটো নোহোৱা হ'লে...।'

তাইৰ হাতখন কোমল বুকুখনৰ দেদেৰা খোৱাখিনিত লাগিছে। 'মোৰ গাটো তাৰ দৰে টোটোৰা পৰি আহিলেই মোৰ শান্তি হ'ব... কফৰ হাক উঠি থকা বুঢ়াৰ কাষত মোৰ এই গাটো...।' পকা জামু এটা মাটিত বাগৰি পৰাদি মানুহজনী তাইৰ গাতে বাগৰি পৰিছে।

ক'লা মানুহজনী কোব খোৱা ফেটী সাপ এজনীৰ দৰে জাঁপ মাৰি মাৰি উঠিছে, 'কিয় নালাগিম? কি কৰিব মোক? দাৰে ঘপিয়াব? আহক, কেইঘাপ মাৰে চাওঁ।'

মানুহজনীয়ে চাহৰ পইচা দিছে, 'মূৰৰ ওপৰত মতা থকা মাইকী দেচোন।' ক'লা মুখখন হাঁহিৰে উজ্জ্বল।

এইখন মুখো হাঁহিৰে উজ্জ্বল, 'নমবোঁ, বাচি থাকিম, কিবা কৰি বাচি থাকিম, কিবা কৰি বাচি থাকিম।'

ক'লা মানুহজনী বাৰে বাৰে আহে, তাইৰ গাত এখন পুৰণি কাপোৰ জাপি দিয়ে, তাইক দি যায় এখন কঁথা। যায় আৰু আহে। গাত জাপি দি যায় এখন কাপোৰৰ উম। তাৰ পাছত মানুহজনীয়ে সোণাৰী বুঢ়াৰ ঘৰৰ পৰা ওলাই তাইলৈ এবাৰ পোন্দোৱাকৈ চাই দীঘল দীঘল বেঙা মেলি গ'ল যি গ'লেই। মানুহজনী ঘূৰি আহিছে, উন্মুক্ত কৰি দিছে তাইৰ গোপন অংগ। তাইৰ মুখখন পাৰ চৰাইৰ তেজেৰে বাঙলী।

তাই মণি আহি নোপোৱালৈকে কলৰ পাৰতে বহি উচুপি থাকিল।

## ২৭

বন্ধ খুলিছে, বজাৰ কিখনো বহিছে। দূৰলৈ যোৱা মানুহবোৰো চাপি-কুচি আহিল। আগৰ দৰে চব চলা যেন লগা হ'ল।

মাত্ৰ বেলেগ হৈ আহিল মীৰাৰ মাকৰ কথাবোৰ, মীৰাৰ মাকৰ গিৰীয়েক ৰাজমিস্ত্ৰী, বস্তিত কমল মিস্ত্ৰী বুলিয়ে জানে। কেতিয়াবা অলপ নিচা কৰে, সময় থাকিলে অলপ জুৱাও খেলে। মানুহটো বেয়া মানুহ বুলি কোনেও নকয়। বন্ধত সিও চহৰলৈ মানে গুৱাহাটীলৈ গৈছিল। তাতে কোনোবা ঠিকাদাৰৰ তলত ৰাজমিস্ত্ৰীৰ কাম ল'লে। চহৰখনত পোৱা ৰাজমিস্ত্ৰীৰ সন্মান সি ঠিকাদাৰৰ তলত পোৱা নাছিল, কৰণি চলাবলৈকো পোৱা নাছিল। আচলতে সি যোগালিহে আছিল। তথাপি সৰু চহৰখনত কৰণি চলাই পোৱা পইচাতকৈ গুৱাহাটীত যোগালি কাম কৰি বেছি পইচা পাইছিল। প্ৰথমতে ঠিকেই আছিল। তাৰ পাছতে খেলি-মেলিবোৰ আৰম্ভ হ'ল।

কমল মিস্ত্ৰী আছিল লগৰে আৰু পাঁচজন মিস্ত্ৰীৰ লগত কোঠা এটা ভাৰা কৰি। এশাৰী দীঘল ঘৰ, সৰু সৰু পাৰবাহ হেন কোঠা, এটা চাটাইৰ বেৰাৰ গা-ধোৱা ঘৰ, দুটা গাঁত পায়খানা, এজাক মানুহ। একোটা একোটা কোঠাত অন্ততঃ পাঁচটা-ছটাকৈ মানুহ। তাৰে কমল মিস্ত্ৰীহঁত থকা কোঠাটোৰ পৰা চাৰিটা কোঠা পাৰ হৈ বীণা, ভাৰতী, আঁউসী, কৃষ্ণা, ৰাণীহঁত থাকে। আঁউসীৰ গাৰ বৰণ আঁউসীৰ ৰাতিৰ দৰেই আন্ধাৰ। আন্ধাৰ-মুন্ধাৰ মুখখনৰ হাঁহিটো আঁউসী ৰাতিৰ তৰাৰ দৰে উজ্জ্বল, চকুহালো তিৰ্‌বিৰাই থাকে, ভৰপূৰ গাটো। সিহঁত আটাইকেউজনীয়ে মানুহৰ ঘৰত কাম কৰে। কেইবাঘৰতে কাম কৰে। পুৱাই ওলাই ৰাতি সোমাই ৰাতি সোমাইহি। বীণা আৰু ৰাণীৰ বিয়া হৈছে, গিৰীয়েকহঁতে খুৱাব নোৱাৰে, ঘৰতে এৰি কাম কৰিবলৈ আহিছে, কৃষ্ণা আৰু ভাৰতীৰ বিয়া হোৱা নাই। আঁউসীক গিৰীয়েক এৰিছে। এইজনী আঁউসী আৰু কমল মিস্ত্ৰীৰে কিবা এটা হ'ল। দুইটাই এটা কোঠা লৈ থাকিবলৈ ল'লে।

খবৰবোৰ মীৰাৰ মাকৰ কাণত ঠিকেই পৰিল। তাই মানুহটোক মাতেহে মাতে, খবৰ পঠিয়াইহে পঠিয়াই— কোনো কাণষাৰ নাই। তাই নিজেই এবাৰ জীয়েকক লৈ ওলাল। অৱশ্যে হেবাঙী মীৰাৰ মাকৰ সাহ হ'ল বস্তিৰে ৰাণীৰ বাবে। ৰাণীয়ে ৰাতি নি তাইক কমল মিস্ত্ৰীৰ কোঠাত সুমুৱাই দিলেগৈ। চবেই এবাৰ এবাৰ আহি তাইক চাই গৈছিলহি। কোঠাটো জুৰি থকা একমাত্ৰ বিছনাখনত তাই তলমূৰকৈ বহি আছিল। মিস্ত্ৰীয়ে সিহঁতক হোটেলৰ পৰা চিংৰা, জেলেপী আনি খুৱালে। গধূলি আঁউসী আহিল, ভাত ৰান্ধিলে, মাংস ৰান্ধিলে। তাই একেটুকুৰা ঠাইতে, একেটা ভাঁজতে বহি চব চাই থাকিল।

ছোৱালীজনীক ৰাণীয়ে লৈ গৈছে। ৰাতি আঁউসী, চৰেই তাইক মাতে 'আঁউচি' বুলি। আঁউচিয়ে তাইক ভাত দি আঠুৱা তৰি শুৱলৈ দিলে, 'ইয়াত বৰ মহ।' তাই একো নামাতিলে। ৰাতি কমল মিস্ত্ৰী ওলালহি। সি উকি মাৰি তাইক চালে; তাই শুলেনে নাই। কোঠাৰ একমাত্ৰ লাইটটো নুমুৱাই দি সিহঁতে মাংস আৰু মিস্ত্ৰীয়ে অনা মদৰ বটল খুলি গিলাচত লৈ খালে। ভঙা-চিঙা বেৰাৰ ফাঁকেদি সোমাই আহিছে লাইটৰ জিল্‌মিলনিৰে ভৰা মায়াবী মহানগৰীৰ পোহৰ। এইখনতো আৰু সৰু চহৰখন নহয়, য'ত ফুলে বেছিকৈ হাঁহি কাৰোবাৰ লগত কথা পাতিলে গোটেই বস্তিয়ে জানে, মিনতিৰ গাত নতুন কাপোৰ এখন দেখিলেও সোধা-সুধি কৰে, 'ক'ত ইমান কাপোৰ পাই?' নবীনে কাৰোবাক মাতিলে পাছদিনা সোধা-সুধি হয়, 'সি তাইক বিয়া কৰাব নেকি?' ইয়াত ঘৰত ল'ৰা-তিৰোতা থকা মানুহে এজনী বিয়া হোৱা তিৰোতাক লৈ এটা কোঠাত থাকিব পাৰে, ফুৰা-চকা কৰিব পাৰে, কোনেও চকু তুলিয়েই নাচায়। সেইখন মায়াবী চহৰৰ কেউপিনে হীৰা-মুকুতা হৈ সিঁচৰতি হৈ থকা লাইটৰ পোহৰ মানুহহালৰ গাত পৰিছে। দুইটা বিছনাত উঠিছে। ইকাতি-সিকাতি নকৰাকৈ মীৰাৰ মাকে বেৰৰ ফালে মুখ কৰি শুই আছে, তাই উশাহটো পৰ্যন্ত এৰি দিবলৈ ভয় কৰিছে। 'বেঙেৰী শুলে দে' আঁউসীৰ নিচা লগা মাত। তেৰ-চৈধ্য বছৰৰ চিনাকি তাইৰ মানুহটোৰ উশাহৰ শব্দ শুনিছে। বহুদিনীয়া চিনাকি শব্দ। কেতিয়া উশাহবোৰ চুটি চুটি হয়, বেছি খৰ হয় মীৰাৰ মাকে বহুত বছৰ ধৰি জানে। চুটি চুটি, বেছি খৰ উশাহ তাইৰ কাণত পৰিছে। তাই স্পষ্টকৈ দেখিলে তাইৰ চিনাকি মানুহটোৰ বুকুৰ মাজত এজনী মচোৱা গোম সাপ, কেৰমেৰাই আছে, কিচ্‌কিচ্‌কৈ ক'লা, আন্ধাৰতকৈয়ো বেছি গাঢ় ক'লা। মীৰাৰ মাকৰ উশাহ-নিশাহবোৰ বন্ধ হৈছিল। তাই কিজানি সেইখিনি সময়ত সম্পূৰ্ণৰূপে চেতন হেৰুৱাই পেলাইছিল। টোপনিৰ পৰা সাৰ পাই দেখিছিল চিনাকি মানুহটো গুৱাহাটীলৈ কাম কৰিবলৈ অহাৰ আগেয়ে তেৰ-চৈধ্য বছৰে সদায় অহাদি কুচি-মুচি খাই গাঢ় টোপনিতে তাইৰ কাষলৈ অহাদি আহিছে। এক মুহূৰ্তৰ বাবে চেতন-অচেতনৰ মাজত দুলি থকা তাইৰ ইমান দিনৰ অভ্যাসত চিনাকি শৰীৰটোৰ ফালে হাত এখন আগবঢ়াই দিছিল। হঠাৎ দেখিছিল মূৰৰ ফালে বঙা-বঙা গোল-গোল আঁক-বাক থকা এডাল ক'লা ফেটী, তাইৰ চিনাকি মানুহটোক মেৰিয়াই ধৰিছে। তাই সম্পূৰ্ণ চেতন অৱস্থালৈ আহিছিল। মীৰাৰ মাকৰ চকুত সেইখিনি সময়ত এখন দুখী মুখ ভাহি উঠিছিল, ভনীয়েক অনুৰ মুখখন। উত্তৰ বঙ্গৰ বঙালী ল'ৰা এজনক বিয়া কৰাইছিল, দুটা ল'ৰা-ছোৱালীৰ জন্মৰ পাছত মানুহটো নোহোৱা হ'ল। মানুহৰ কাম কৰি বৰ কষ্ট কৰি তাই চলি আছে। আন মানুহে কয় গিৰীয়েক ভাল মানুহ, দোষ তাইৰ। নতুন মাইকী লৈ তাইৰ দোষ নাথাকিলে কিয় যাবগৈ? এতিয়া তাইকো মানুহে ক'ব মাইকীৰে দোষ, নহ'লে ঘৰৰ মাইকী এৰি আন মাইকী কিয় বিচাৰি যাব। মানুহবোৰে আৰু এটা যোগ দিব, দুইজনী বাই-ভনীৰে একে দোষ, মতাৰ লগত সংসাৰ কৰিব নোৱাৰে। পুৱাই মীৰাৰ মাক গুচি আহিছিল।

দীঘলীয়া বন্ধটোৰ পাছত মীৰাৰ মাকৰ কথাবোৰ চব বেলেগ হৈ গ'ল। তাই গুৱাহাটীৰ পৰা আহি চহৰৰ মানুহ এঘৰত কাম ল'লে। পুতেকক পঢ়া এৰুৱাই গেলামালৰ দোকান এখনত সুমুৱাই দিলে। হেবাং মুখখনৰ সদায়ে অলপ মেল খাই থকা ওঁঠ দুখনৰ পৰা হাঁহিটো নোহোৱা হ'ল। আজিকালি তাইৰ ওঁঠ দুখন সকলো সময়তে টান হৈ লাগি থাকে। পুতেকৰ পইচা, তাইৰ পইচাৰে ঘৰত টিঙ লগালে, দমকল বহুৱালে। মানুহক ক'বলৈ ল'লে গিৰিয়েকে গুৱাহাটীৰ পৰা পইচা পঠাইছে। মীৰাৰ মাকৰ কথাবোৰ চব বেলেগ হৈ গ'ল।

বেলেগ হৈ গ'ল জোনৰ মাকৰ কথাবোৰো।

একেবাৰে বেলেগ হৈ হ'ল জোনৰ মাকৰ ঘৰখন। কেনিও চাব নোৱাৰি, কেৱল আবৰ্জনাৰ স্তূপ। ঘৰখনত কেঁচুমতাৰ দ'ম, ভেঁকুৰি উঠা মজিয়া, এলাই-আথানি হৈ পৰি থকা আচবাব, বাচন-বৰ্তন। লেতেৰা ঘৰখনত জোনে জুই জ্বলাই এসাঁজ ভাত ৰন্ধাৰ চেষ্টা কৰে। প্ৰথমতে পৰা নাছিলে, এতিয়া পৰা হৈছে। সৰুটোৱে মাককো এমুঠি খুৱাই দিয়ে।

আৰু জোনৰ মাকজনীয়ে? শিৰত এসোপা সেন্দূৰ, কপালত ডাঙৰ ফোঁট এটা লৈ পিৰালীত বহি থাকে। মাজে মাজেই তাই হুঙ্কাৰি থাকে।

'আন, কেঁচা গাখীৰ আন।'

'এযোৰ ক'লা পাৰ আন।'

'মা আহিছে। চা সৌৱা মা আহিছে।'

'মা আহি মোৰ পেটত সোমাইছে।'

গা-পা নোধোৱাকৈ চুলি মেলি বহি থকা মানুহজনীৰ মজবুত স্বাস্থ্য হুটি আহিছে। চুলিত জটা বান্ধিছে। মানুহজনীৰ চকুহাল ৰঙা পৰি থাকে। বস্তিৰ পৰাই নহয় বেলেগ ঠাইৰ পৰাও কালীলক্ষ্মী মানুহজনীক চাবলৈ মানুহ আহে। মানুহবোৰে অনা বস্তুবোৰ আগত পৰি থাকে। তাই হাত দিও নাচায়। গধূলি জোনে বা ভায়েকে বস্তুখিনি সামৰি থয়গৈ। নাখাই নাখাই মানুহজনী দুৰ্বল হৈ ক্ষীণাই আহিছে। নিজে উঠিব নোৱৰা হৈছে। চকুৰে বোধহয় নমনা হৈছে। কোনোবা গলে চিনি নাপায়।

বজাৰৰ পৰা আহোঁতে মণিৰ মাক জোনৰ মাকৰ ঘৰত সোমাই আহিল। লগতে মিনতিও সোমাল। মতগজ মানুহজনী শুকাই হাড়ে-ছালেহে আছেগৈ। হাড়ৰ গঠন ডাঙৰ বাবে সিমান ক্ষীণ যেন এতিয়াও লগা নাই। মূৰৰ জটাবোৰ চকুত পৰা হৈ আহিছে। তাই এখন আসনত বহি আছে, মূৰৰ ওপৰত এখন চন্দ্ৰতাপ তৰি থোৱা আছে, আগত কেঁইবাগছো চাকি, এটা অলপ আগতে জ্বলাই থোৱা ধুনামলা, এতিয়াও ধোঁৱাই আছে। এখন কলপাতত চেনী, চাওঁ আৰু কলৰ নৈবেদ্য, খাং এটাত এযোৰ পাৰ।

মিনতি আৰু তাইক দেখি জোনৰ মাকে অকণমান মূৰটো তুলি চালে। অনবৰতে হাঁহিৰে জিলমিলাই থকা চকুহাল মৰা মাছৰ দৰে ঢেলা। মানুহজনীয়ে ডিঙিটো পোন কৰি

ৰাখিব পৰা নাই। সিহঁত দুজনীক অকণমান চাই মানুহজনীয়ে ডিঙিটো বেঁকা কৰি মুৰটো পেলাই দিলে। ডাঙৰ ডাঙৰ চকুহালৰ পৰা ক'লা মণিকিটা বেঁকাকৈ একে ঠাইতে ৰৈ গ'ল। মণিৰ মাক আৰু মিনতি দুইজনীয়ে হাঐ-বিঐ লগালে। মুৰত তেল, চকুৱে-মুখে পানী দিও একো নহয়। চকুৰ মণি থিৰ কৰি যি ডিঙি বেঁকা কৰি পৰিলে যে পৰিলেই।

মিনতি কাৰ ওচৰলৈ গ'ল জানো, তেল একণ জাৰি আনিবগৈ। ল'ৰাটোৰ কাৰণে তাই তেল জাৰিবলৈ এনি-তেনি গৈয়ে থাকে। গধূলিটো লাহে লাহে গভীৰ হৈ আহিছে। কোনোবা দুটা সোমাই আহিছে। জোন আৰু ভায়েক। জোনৰ মুৰত এবোজা খৰি। ভায়েকৰ হাতত টেপোলা এটা। দুইটাই আহি মাকৰ ওচৰত অলপ ৰ'লহি। জোনে মাকৰ আগৰ নৈবেদ্য আৰু পইচাকিটা সামৰি নিলে।

'মাৰে কিবা খাইছেনে নাই?'

'নাই খোৱা।'

'তহঁতি।'

'এতিয়া খাম।'

ল'ৰাহাল ভিতৰ সোমাই গ'ল। তাই প্ৰায় বেহুঁচ মানুহজনীক সাবটি ধৰি থাকিল। চুলিখিনিত হাত ফুৰাব খুজি দেখিলে লেতেৰা, তেল পানী নপৰা চুলিকোছাত জট বান্ধিছে। একেই জটা নে? কালী বুঢ়ীয়ে নিজকে আৰতীৰ পৰা কালী বুঢ়ী কৰিবলৈ যিডাল জটা মুৰত লগাই লৈছিল সেই একে জটাই নে? কালী লম্ভিলে বুঢ়ীয়ে গোটেই ৰাতি উদ্দাম নৃত্য কৰিছিল। পাছদিনা ওঁঠ নীলা কৰি পৰি আছিল। একে ধৰণৰে কালী এইৰ গাতো লম্ভিছেনে? কালী বুঢ়ী দুদিন পৰি থাকি আকৌ উঠিছিল, মুৰি ভাজিছিল, কঁথা চিলাইছিল। এই সেই যে ভৰি দুটা। ফাঁক কৰি দেখুৱাইছিল, তাৰ পৰা পানী এটোপাও মুখত দিয়া নাই কালী বুঢ়ী হৈ আৰতি জীয়াই আছিল। এই কালীমাক পেটত সুমুৱাই মৰিব খুজিছে। মানুহজনীয়ে এইবাৰ তাইৰ কান্ধতে মুৰটো পেলাই দিলে। মতগজ মানুহজনীৰ ভৰটো সহ্য কৰিবলৈ বৰ টান হৈছে। মিনতি হেফাই-হেফাই আহিছে।

'কি হ'ল ঐ মণিৰ মা।'

'এই নাবাচে আৰু।'

দুইজনীয়ে কন্দা-কটা লগালে। কোনোবা কোনোবা ওচৰ চাপি আহিল। এজনী মানুহে চাকি-ধূনা লৈ বেহুঁচ মানুহজনীক সেৱা কৰিব খুজিছে। দুইজনীয়ে জঠৰ মানুহজনীক গৰা মাৰি ধৰিলে। মণিৰ মাকে চাকি-ধূনাবোৰ আঁতৰাই পঠালে। আহিব, মানুহবোৰে জাক পাতি ঘৰে ঘৰে থকা বেমাৰীবোৰ লৈ আহিব। বাহী গুড মাখি পৰ্যাদি ঘেৰি পেলাব মানুহজনী। তাই জোনৰ মাকক সাবটি ধৰিলে।

'নাহিবি, কোনো নাহিবি, মৰিব এতিয়া, চকুৰ আগতে মানুহজনী মৰিব, কিবা এটা কৰ, বুঢ়া ডাক্তৰক মাত, মিনতি ঐ মানুহবোৰক খেদা।' মণিৰ মাকে হৈ-হাল্লা লগাই দিলে। তাইৰ হাত-ভৰি আচাৰি থকা চেহেৰাটো চাই কোনোবাই কৈ গ'ল, লগৰজনীকো

মায়ে লম্ভিছে।

মিনতি আৰু তাই মানুহজনীক অবৰি ধৰিলে। ওচৰতে মীৰাৰ মাকৰ ঘৰ। তায়ো আহি আধামৰা মানুহজনীৰ তালাপীত লাগিলহি। বুঢ়া ডাক্তৰেও চাই গ'লহি। বুঢ়া ডাক্তৰে ঠিকেই কৈছে, মানুহজনীৰ বেমাৰটো মনত। তাইক বুজাব লাগিব কোনো গোসাঁনী তাইৰ গাত লম্ভা নাই। মণিৰ মাকৰ লগতে মিনতি আৰু মীৰাৰ মাকেও বুজি উঠিছে কালী বুঢ়ীৰ কালী লম্ভা আৰু এইৰ কালী লম্ভা বহুত বেলেগ। এজনী জানি বুজি বাচি আছিল আনজনী ক'ব নোৱাৰাকৈয়ে মৰিবলৈ ধৰিছে।

কথাটো মণিৰ মাকেই ক'লে। আধামৰা মানুহজনীক কোবাৰি ফালি ফালি খুৱাই সিহঁতে বচাই ৰাখিছে আৰু মানুহজাক আহে সিহঁতৰ বেমাৰ ভাল কৰিবলৈ। অনবৰতে সিহঁতে মানুহজনীক চাই থাকিব নোৱাৰে, নিজা নিজা কাম আছে। মীৰাৰ মাক কামলৈ যাব লাগে, মিনতি আৰু তাই বজাৰলৈ। জোনৰ মাকে দুই-আষাৰ কথা ক'ব পৰা হৈছে। তাইৰ এতিয়া প্ৰিয় কামটো হ'ল বেমাৰ ভাল কৰিবলৈ অহা মানুহবোৰক মূৰত হাত দি আশীৰ্বাদ কৰা। তাইৰ মনত দৃঢ়ভাৱে এই ভাবটোৱে খোপনি পুতিছে যে তাই সঁচাকৈয়ে মানুহৰ বেমাৰ ভাল কৰিব পাৰে। মীৰাৰ মাকে সিহঁত কিজনীক ক'লে, 'এইক জগুৰ ঘৈণীয়েকৰ ওচৰলৈ লৈ যাওঁ। তাই পাৰে যদি ভাল কৰক।' মিনতিহঁতেও ভাবি চালে।

'জগুৰ ঘৈণীয়েকক চিনি পাবনে তাই?'

'জগুৰ ঘৈণীয়েকক তাইক আশীৰ্বাদ কৰিবনে?'

'সেই পচা মানুহজনীতো আৰু ভাল নহয়।'

'ভাল নহ'লে তাই বুজিব।'

'কেনেকৈ আনিবি পচা মানুহজনীক?'

'বেমাৰীজনী জগুৰ ঘৰলৈ কেনেকৈ নিবি?'

তিনিওজনী চিন্তাত অথিৰ-অবিৰ হয়।

মীৰাৰ মাকেই ঠিক কৰিলে। এইকে জগুৰ ঘৰলৈ লৈ যাব লাগিব। পচা মানুহজনীক কোনে আনিব? এই মতগজ মানুহ, ইহঁত কিজনীৰ তালাপী পাই বহুতখিনি ভাল হৈছে। যাব পাৰিব।

বজাৰ নবহা দিন এটাত তিনিওজনীয়ে জোনৰ মাকক জগুৰ ঘৈণীয়েকৰ ওচৰলৈ লৈ গ'ল।

ফটা কঁথাৰ দ'মটোৰ ভিতৰত জগুৰ ঘৈণীয়েক পৰি আছে। চকুবোৰ সোমাই গ'ল, দাঁতবোৰ জকজককৈ ওলাই পৰিছে। গেলা মাছ এটাৰ দৰে জবায়ুটো ওলমি পৰিছে। উৎকট গোন্ধ। কাপোৰদ'মত তেজ আৰু পূঁজৰ দাগ। একাষে বটল এটাত পানী আৰু এটা খোলা ব্ৰেড।

জোনৰ মাকে একেথৰে জগুৰ ঘৈণীয়েকক চাই আছে।

'চিনি পাইছ এইক?' মণিৰ মাকে সুধিলে।

জোনৰ মাকে মূৰ দুপিয়াইছে।

'পাৰ যদি এইক ভাল কৰ।' মণিৰ মাকৰ মাতটো কালীবুঢ়ীৰ দৰে গোন। জোনৰ মাকে জগুৰ ঘৈণীয়েকক মূৰত হাত থৈ আশীৰ্বাদ কৰিলে। তাৰপাছত খৰ খোজেৰে ওলাই আহিল। দুবাৰমুখ পাই তাই ৰ'ল। জগুৰ ঘৈণীয়েক কাপোৰদ'মটোৰ পৰা ওলাই আহিল। চুঁচৰি চুঁচৰি তাই জোনৰ মাকৰ ভৰিৰ ফালে আগুৱাই গ'ল। আটাইৰে চকুত পৰিল গেলা মাছৰ দৰে ওলমি থকা জৰায়ুটো, মাখিয়ে ভনভন কৰি আছে। তাই জোনৰ মাকৰ ভৰিত ধৰি সেৱা কৰিছে। হঠাৎ জোনৰ মাকে হাঁ হাঁকৈ হাঁহি উঠিল।

মণিৰ মাকেই দায়িত্বটো ল'লে। পুৱা-গধূলি জোনৰ মাকক জগুৰ ঘৈণীয়েকৰ ওচৰলৈ নিয়ে। ইতিমধ্যে মানুহজনীয়ে বেজী আৰু ঔষধেৰে গা টঙাইছে। ধৰি ধৰি নিনিলেও হয়।

মীৰাৰ মাক, মিনতি, তাই— তিনিওজনীয়ে জোনৰ মাকক ৰাতিয়ে জগুৰ ঘৈণীয়েকৰ ওচৰলৈ লৈ গ'ল। সেইদিনা ৰাতি মানুহজনী মৰিছিল। সিহঁত গৈ পাই মানে শ বাহিৰলৈ উলিয়াইছিল। ফটা কঁথাৰ দ'মটোত শুই থকা মানুহজনীতকৈ মৰা শটো মাত্ৰ এটা কথাতে বেলেগ। ফটা কঁথাৰ দ'মত পৰি থকা মানুহজনীয়ে কংকালসাৰ হাত এখনেৰে মুখৰ মাখিবোৰ খেদাই থাকে, এতিয়া বাহিৰত পেলাই থোৱা মানুহজনীৰ মুখখনতো মাখিয়ে ভন-ভনাই আছে, এখন কংকালসাৰ হাত বাৰে বাৰে মুখলৈ লাহে লাহে উঠি অহা নাই।

মিনতিহঁতে জোনৰ মাকক সেইখিনিতে থিয় কৰাই দিলেগে। মৰাশটো নিবলৈ যো-জা কৰিছে।। চাঙী সজা হৈ গৈছে।

'চা জোনৰ মা, জগুৰ ঘৈণীয়েক মৰিল।' মণিৰ মাকে তাইৰ কাণে কাণে ক'লে।

'যা জোনৰ মা, তাইক মা-কালীৰ আশীৰ্বাদ দেগে।'

'তাইক জীয়াব পাৰিবিনে নাই?'

'পাৰ যদি তোৰ পেটত সোমোৱা মায়ে এইক ঠিক কৰক।'

'তোৰ গাত কালী মা আছে, এইক নামাবিবি।'

'তাইৰ বেমাৰো ভাল কৰ।'

'যা, তাইক নিবই এতিয়া।'

তিনিওজনীয়ে জোনৰ মাকক ঠেঁচুকিবলৈ লাগিল। তাই এখোজ মাত্ৰ আগবাঢ়িছিলে। কেইবাজনো মানুহে চিঞৰি উঠিল, ৰাম নাম সত্য, জয়, হৰি বোল। জগুৰ ঘৈণীয়েকক চাঙীত তোলা হ'ল, আকৌ এক সম্মিলিত চিঞৰ, জয় হৰি বোল, ৰাম নাম সত্য... হৰি বোল। জোনৰ মাক উচাপ খাই খাই উঠিছে। চাঙী লৈ মানুহবোৰ গ'লগৈ। জোনৰ মাকে বহুপৰ সেইফালে চাই থাকিল। তাৰপাছত দীঘল দীঘল খোজ দি ঘৰৰ ফাললৈ যাবলৈ ধৰিলে। কোনেও তাইক ধৰিব লগা নহ'ল। ঠিক আগৰ দৰে তাই দীঘল দীঘল ভৰিবিলাকেৰে বেঙা মেলি মেলি খোজ কাঢ়িছে, 'ৰ' এ জোনৰ মা' বুলি মিনতিহঁতে তাইৰ পাছ লৈছে। সদায় চোৰাদি মানুহজনীয়ে ঘূৰি চহিছে। এবেলেই হাঁহিটো মীৰাৰ মাকে জটাবোৰ কাটি কাটি চুটিকৈ কাটি দিয়া চুলিকোছাৰ মাজেৰেও ওলাই আহিছে। ঠিক আগৰ দৰেই কৈছে,

'ভাত সৰহঁকে খাবি, ভৰিত জোৰ থাকিলেহে।'

জোনৰ মাক ঠিক নিজৰ ঘৰখনত সোমাইছেগৈ।

'আহ্ মিনতি, আহ্ এ মণিৰ মা, মীৰাৰ মা যে আজি মোৰ ঘৰলৈ আহিছে, বগী টিঙৰ ঘৰ, দমকল...।' মানুহজনীয়ে হাঁহিছে। তাই ঘৰত সোমাইছে, 'জোন এ, সৰু ভাই এ, ক'ত আছ? গোটেইখন ইমান লেতেৰা কিয়? জোন এ, দেউতাৰ ক'ত?' মানুহজনীয়ে কঁকালত শাৰীখন পাক মাৰিবলৈ হাতত বাঢ়নিটো লৈছে। সদায় কৰাদি তাই চুলিখিনি টানকৈ বান্ধিব খুজি বৈ গ'ল। চুটি চুলিকোছা তাই গোটাব পৰা নাই। ভিতৰত গৈ বেৰাত খুচি থোৱা আইনাখন চাই বৈ আছে। মীৰাৰ মাকহঁত তাইৰ পাছে পাছে গৈ কাষতে বৈ থাকিল। আইনাখন থৈ তাই সিহঁতৰ ফালে চালে।

'মোৰ চুলিখিনি কি হ'ল?'

'ময়ে কাটি দিলোঁ।'

'জটা বান্ধিছিলে।'

'লেউ-লেউ ওকণী হৈছিল।'

'মোৰ ফোঁটটো কিয় মোহাৰি দিছ?' জোনৰ মাকে আকৌ আইনাখন চাই বেৰাতে গোজা মাৰি থোৱা সেন্দূৰ টেমাটো আনিছে।

'সেইটো মোক দে।' মীৰাৰ মাকে সেন্দূৰৰ টেমাটো থাপ মাৰি লৈ থৈ দিলে।

'জোনৰ মাকে অলপ সময় সিহঁত কিজনীলৈ চাই থাকিল। তাৰ পাছত সেন্দূৰৰ টেমাটো বাহিৰলৈ দলিয়াই পেলালে। তাৰ পাছত তাই আঁঠুত মূৰ গুজি কান্দিবলৈ ধৰিলে। তিনিওজনী তাইৰ কাষতে বহি পৰিল।

'নাকান্দিবি জোনৰ মা, মোৰ ফালে চা, মই মতা জীয়াই থাকোঁতেই বাৰী।' মীৰাৰ মাকেও কান্দিছে।

'মীৰাৰ মাক, তইতো মানুহক দেখুৱাই হ'লেও সেন্দূৰ পিন্ধি আছ, মই তাৰ ল'ৰা ডাঙৰ কৰিছোঁ...' মিনতিয়ে কথা শেষ কৰিব নোৱাৰিলে।

'মই, মই মানুহটোৰ শটোৰো নেদেখিলোঁ, ক'ত মৰিল, কি হ'ল, কাউৰী-শগুনে খালেনে, না শৰাধ, না চাকি এগছ...।' তায়ো কান্দোনত অবিৰ-অবিৰ হৈ পৰিল।

ল'ৰা-ছোৱালীবোৰে আহি নিবিচৰালৈকে চাৰিওজনী অন্ধকাৰ, অপৰিচ্ছন্ন ঘৰটোত কান্দি থাকিল। কেতিয়াবা নীৰবে, কেতিয়াবা উচুপি, কেতিয়াবা দাঁত কামুৰি। কান্দোতে কান্দোতে ক'ব নোৱাৰাকৈয়ে আটাইকেউজনী পানীৰ মাজত উটি ফুৰা পকৰা এলডাৰ দৰে গোট খাই পৰিল। অন্ধকাৰত সিহঁত কিজনীক সঁচাকৈয়ে লডা বান্ধি থূপ খাই থকা অদ্ভুত প্ৰাণী যেন দেখা গৈছিল।

৩০

দুই এটা বন্ধ পাৰ হৈ গৈছিল যদিও অলপদিন চৰবোৰ ঠিকে-ঠাকে চলি আছে। বজাৰ বহিছে, বেচা-কিনা হৈছে, স্কুল-কলেজ চলিছে। চহৰখন ব্ৰহ্মপুত্ৰ নদীখনৰ দৰে হৈ আছে। বাহিৰত শান্ত, ধীৰ; ভিতৰত তীব্ৰ সোঁত। তথাপি মানুহবোৰে উশাহ লৈছে।

নদীত তলৰ পৰা ওপৰলৈ উঠি অহা ভয়ানক পকনিয়া এটাৰ দৰেই হঠাৎ ঘটনাটো ঘটি গ'ল। শুকুৰবৰীয়া ডাঙৰ বজাৰখন সেইদিনা বঢ়িয়াকৈ বহিছিল। হঠাৎ ৰেডিমেড কাপোৰৰ দোকানবোৰৰ কাপোৰৰ গাঠবোৰৰ মাজৰ পৰা এটা কাণ তাল মাৰি দিয়া শব্দই গোটেই বজাৰখন কঁপাই পেলালে। গোটেই বজাৰখনে এক লহমাৰ মাজতে কচাইখানাৰ ৰূপ ল'লে। তেজ, মাংসৰ চপৰা, ছিগা হাত-ভৰি, নাড়ী-ভুঁৰুৰ দ'ম, মগজুৰ বৈ অহা জুলীয়া অংশ। হৈ-হাল্লা, কান্দোন। পলকতে বজাৰখন এক নৰককুণ্ডলৈ ৰূপান্তৰিত হ'ল। বোমাটো ফুটিছিল মণিহাৰী মাল বেচা-কিনা ঠাইখিনিত। দহ-এঘাৰ বজাত বজাৰত বেছি ভিৰ হয় মাছ-মাংস, পাচলিবেচা ঠাইখিনিত। কাপোৰ, মণিহাৰী মাল, দা-কটাৰী আদি বিক্ৰী কৰা বজাৰৰ অংশটোত ভীৰ হয় বাৰ বজাৰ পাছত। মণিহাৰী মালৰ দোকানবোৰত সেইখিনি সময়ত বেছি ভীৰ হোৱা নাছিল। মানুহবোৰ মাছ-পাচলি-গেলামালৰ বেচা-কিনা ঠাইখিনিত গেজেপা খাই আছিল। যদি বোমাটো এইফালে ফুটিলহেঁতেন মানুহৰ মাংসৰ চপৰা পথাৰৰ পকা দলি-চপৰাৰ দৰে হ'লহেঁতেন। সিফালে হোৱাৰ বাবে তেও মাংসৰ স্তূপৰ মাজৰ পৰা অক্ষত থকা বা ছিগা হাত-ভৰিৰ দুই-এটা মৰাশ বা আধামৰা মানুহ একোটা উলিয়াব পৰা গ'ল।

বজাৰৰ পৰা য'ৰে পোহাৰ ত'তে এৰি মানুহবোৰ বস্তিলৈ ঘূৰি আহিল। শূন্য বজাৰখন মিলিটেৰীয়ে তৎক্ষণাত মালা এধাৰৰ দৰে ঘেৰি পেলালে। বস্তিলৈ ঘূৰি অহা বাস্তাটোত হাহাকাৰ কান্দোন। ঠিক যেন ইমান দিনে বাস কৰি থকা গছ এজোপা কোনোবাই বগৰাই দিলে, কণী পোৱালীবে সৈতে বাহবোৰ এনি-তেনি সিঁচৰতি হৈ গ'ল আৰু বাহ ভগা চৰাইজাক? চি-চিএৱাই, ডেউকা ধপ্‌ধপাই চৰাইজাকে বতাহ কালি চিঞৰাচিঞৰ কৰি পেলালে।

মণিয়ে মাকক বিচাৰি হাওঁহাওঁকৈ কান্দি স্কুলৰ পৰা দৌৰি আহিছে। তাইৰ চাদৰ কৰবাত পৰি আহিল, মুখত মাত্ৰ এবাৰেই কথা, 'মণি, মণি ঐ।' জোনৰ মাকে ভৰিত দুখ পালে, বুঢ়া আঙুলিৰ নখটো এৰাই গ'ল। হোঁ হোৱাই তেজ ওলাইছে। তাইৰ খবৰেই নাই।

ঝিনতি আহিছে চুলিকোছা মেলি, তাইৰ পুত্ৰেকৰ কপালত এটা টেমুনা, তাইৰ ব্লাউজৰ হাত কাটি গাটো ওলাই পৰিছে।

মীৰাৰ মাক আহিছে, খালী খাং এটাত দুটা মুৰ্গী বুকুত বান্ধি। তাই কান্দি-কাটি আহিছে। খেতিৰ সময় আহিছে বুলি মুৰ্গীবোৰ বান্ধি আনিছিল বিক্ৰী কৰিব বুলি। হুলস্থূলত ক'ৰ মুৰ্গী ক'লৈ গ'ল ঠিক নাই। এটা পইচা খৰচ হ'লে হিয়া ঢাকুৰি পেলোৱা মানুহজনী অতবোৰ মুৰ্গী হেৰুৱাই পাগলী হৈছে।

শিৱাণীৰ মাকৰ মূঢ়াবোৰ এটাও নাবাচিল। চৰবোৰ চেপেটা হ'ল।

নবীনৰ চাইকেলত বান্ধি অনা কিতাপৰ পোহাৰখনৰ আধা বাটে বাটে পৰি আহিছে।

ফুলৰ গৰম মচলাৰ পেকেট এটাও নাই।

লাতুৰ মাক আহিছিল কোৰা ধুতী এখন কিনিবলৈ। তাই পাই পাইকৈ পইচা গোটাইছিল। ক'ৰ পইচা ক'ত পৰিল।

দিনৰ দিনটো, ৰাতিৰ ৰাতিটো হা ভাত, হা চাউল, হা কেৰাছিন, হা কাপোৰ কৰি থকা মানুহজাকে প্ৰথমতে বস্তুৰহে হিচাপ ল'লে। কাৰ মূঢ়া গ'ল, কাৰ মুৰ্গী, কাৰ হাঁহ।তাৰ পাছতহে মানুহৰ হিচাপ।

বোমাটো ফুটাৰ সময়ত মানুহজাকৰ সৰহভাগ শাক-পাচলি, চাউল-দাইলৰ ফালে আছিল। সেইবাবে বহুতখিনি ৰক্ষা পালে। বস্তিত গৈহে হিচাপ ওলাল প্ৰায় চববোৰ মানুহেই বিনা বিপদেৰে ঘূৰি আহিছে। মাত্ৰ জগু নাইকিয়া।

জগুৱে ঘৈণীয়েক মৰাৰ পৰা ঘৰ-বাৰী এৰাৰ দৰে হ'ল। ল'ৰাহাল ক'ৰবাত গেৰেজে-হোটেলে থৈ মানুহটো অনাই-বনাই ঘূৰি ফুৰে। বেমাৰীজনী ফটা কঁথাৰ দ'মটোত পৰি থাকোঁতেই ল'ৰাহাল, গিৰীয়েকটো ঘৰ সোমাইছিলহি। ল'ৰাহালো গেৰেজ-হোটেলৰ পৰা ঘৰলৈকে ঘূৰি আহিছিল। জগুৱে নাৰিকলৰ লাডু আৰু সন্দেশৰ দোকান কেতিয়াবাই বাদ দিছিল। মানুহজনী গোঙাই গোঙাই ফটা কঁথাৰ দ'মটোত পৰি থকালৈকে সি লালচাহ বন-বিস্কুটৰ দোকান দিছিল। মানুহজনী নোহোৱাৰ পাছত সেইবোৰ ধাণ্ডা বাদ দি সি মদত ধৰিলে। সেইখিনি সময়ত সি খলি পিটিছিল ড্ৰাইভাৰণীৰ ঘৰত। প্ৰায় চাকৰ থকাদি আছিল। শেষৰ ফালে চাকৰেই হৈ পৰিছিল। মদৰ বটল আৰু গিলাচটো চকুৰ আগত নচুৱাই তাই মানুহটোক দিনৰ-দিনটো খটুৱাইছিল। শেষৰফালে মানুহটো বেমাৰী হৈ পৰিছিল। কাম কৰিব নোৱাৰা, পেটৰ বিষত কেঁকোৱা খাই থকা মানুহটোক ড্ৰাইভাৰণীয়ে চৰ-গোৰ দি ঘৰৰ পৰা খেদাই দিয়া বস্তিৰ আটায়ে দেখিছিল। অলপ দিনৰে পৰা জগুক প্ৰায়ে মানুহে দেখিছিল বজাৰৰ মণিহাৰী দোকানবোৰৰ ওচৰে-ওচৰে ঘূৰি ফুৰা। সি প্ৰায়ে বহিছিল পাচিত এপাচি ৰঙা-নীলা খাৰু লৈ বহা কানুলালৰ ওচৰত। বাগানৰ লেবাৰ ছোৱালীবোৰ মূলতঃ তাৰ প্ৰধান গ্ৰাহক আছিল। নতুন বাগানীয়া ছোৱালীবোৰ আগৰ দৰে ৰঙা পাৰিৰ আঁঠুৰ মূৰত পৰা শাৰী পিন্ধি নাহে। সিহঁতৰ বহুতৰে ঘৰত ধুনীয়া ছোকাছেট, ছেণ্ডেল খুলি সোমাব লাগে। সিহঁতে ব'নাচৰ পইচাৰে চাইকেল কিনে, পিন্ধি আহে চুৰিদাৰ-কামিজ। কিন্তু চববোৰ সময়ৰ লগত সলনি হৈ গ'লেও সলনি হোৱা নাই সিহঁতৰ কাঁচৰ খাৰু প্ৰীতি। জগুৱে প্ৰায়ে কানুলালে ছোৱালীবোৰক খাৰু পিন্ধোৱা চাই

ঠাকে। মিনতি, জোনৰ মাকহঁতে তাক কেতিয়াবা কানুলালৰ ওচৰত বহি থকাৰ বাবে ঠাট্টা-মস্কৰাও কৰিছিল। ফুলেই বোধহয় কৈছিল, নে মীৰাৰ মাকেই কৈছিল জগুৰ ঘৈণীয়েকে নতুন বিয়া হৈ আহোঁতে হাতত এজোকা এজোকা ৰঙা-নীলা-সেউজীয়া খাৰু পিন্ধিছিল।

বোমাটো ফুটিছিল কানুলাল বহা ঠাইখিনি আৰু মণি-কেকৰ হৰিনাৰায়ণৰ দোকানখনৰ মাজতে। মিলিটেৰীয়ে কৰ্ডন কৰি পেলোৱা কচাইখানা হোৱা ঠাইখিনিত সকলোৱে দেখিছিল কেউপিনে সিঁচৰতি হৈ থকা ভঙা চিচাৰ খাৰু। ৰঙা টুকুৰা কেইটামান গাঁঠি খাই আছিল এখন ছিগি অহা হাতৰ এৰাই যোৱা মাংসত। সেউজীয়া টুকুৰা কিছুমান পৰি আছিল ৰঙচুৱা একখণ্ড মাংসৰ ওপৰত। এদ'ম নাড়ী-ভুঁৰুৰ মাজত পাক খাই আছিল পাত হালধীয়া চিচাৰ খাৰু, ভগা নাই, ফটাও নাই, গোল এপাত হালধীয়া খাৰু। ফুল, জোনৰ মাকহঁতে জানিছিল জগুৰ ঘৈণীয়েকে ন-কইনা হৈ থাকোঁতে বেছিভাগ সময় পিন্ধিছিল বৰ এজোকা এজোকা হালধীয়া ৰঙৰ খাৰু।

জগুক আৰু কোনেও দেখা নাপালে।

ৰাতি মানুহবোৰ শোৱা নাছিল। অ'ত ত'ত জুম বান্ধি বহি আছিল। আটাইৰে বুকুত এখন নৰমাংসৰ কচাইখানা, মনবোৰ ডুব গৈ আছিল খমলা বন্ধা তেজৰ চেকুৰাত। নীৰৱ বস্তিখনত গধূলি সাত বজাতে বিৰাজ কৰিছিল এক অদ্ভুত নীৰৱতা, বহুতেই দুৱাৰ ডাং দি ভিতৰ সোমাইছিল। কাৰো চকুত জুই নাছিল। চিৰা-মুৰি যিহকে পাই তাকে গলিয়াই মানুহবোৰ পৰি আছিল। পৰাপক্ষত মানুহখিনি একেলগে থাকিব খুজিছিল। কেনিও একো শব্দ নাছিল। কেঁচুৱাবোৰেও কন্দা নাছিল। মাত্ৰ বস্তিৰ প্ৰায়খিনি মানুহে শুনিছিল, এটা মাইকী মানুহৰ মাত, 'ভাত দে ঐ','ভাত খাম মই', 'দে ভাত দে।' অস্বাভাৱিক এই মাতটো সকলোৱে পৰিচিত। এইটো সুমলা, বুলেনৰ পাগলী ঘৈণীয়েকৰ মাত। বুলেন আজিকালি ঘৰত প্ৰায় নাথাকেই, আহিলে ৰাতি-বিয়লিহে আহে। পুতেকেই মাকক যি পাৰে কৰে। সুমলা খেৰ শুকুৱাদি শুকাইছে। নবীনৰ ঘৰটো বুলেনহঁতৰ ঘৰৰ কাষতে। নবীনে প্ৰায়ে চিঞৰি থকা মানুহজনীক ভাত এমুঠি দি আহেগৈ।

ভাত, ভাতকৈ চিঞৰি থকা মানুহজনীৰ মাতটোৰ মাজে মাজে হঠাৎ শুনিবলৈ পালে গাড়ীৰ শব্দ, গধুৰ বুটৰ শব্দ। কি হ'ল টলকিব নোৱাৰোঁতেই মিলিটেৰীয়ে গোটেই বস্তিখন ছানি ধৰিলে। মিলিটেৰী কিয় বস্তিলৈ আহিছে আটায়ে গম পালে। ভঙুৱাৰ পুতেক টাইগাৰ আৰু বুলেনৰ বাবেই বস্তিলৈ মিলিটেৰী আহিছে। মানুহবোৰে গম পাই আছে মিলিটেৰীৰ জাকটো প্ৰথমতে বুলেনৰ ঘৰৰ ফালে গৈছে। মিলিটেৰীজাক যেতিয়া বুলেনৰ ঘৰত সোমাইছিলগৈ তেতিয়া সুমলাই ভাত খাই আছিল। তাইৰ চিঞৰটো সহিব নোৱাৰিয়ে নবীনে অনিচ্ছাসত্ত্বেও ভাত এমুঠি আলু এটা দি বহাই দিছিল। নবীনে ভাবি আছিল মানুহজনীক ভাত মুঠি খুৱাই সি বিছনাত পৰিব। তাৰ আচলতে সেইখিনি সময়ত একেবাৰে ভাল লগা নাছিল। মানুহজনীয়ে মাটিয়ে-বালিয়ে সিচি ভাতকিটা খাই আছিল। নবীনে ওচৰৰে মূঢ়া এটাত বহি কলমটিয়াই আছিল। প্ৰচণ্ড গোৰ এটাত সি বহুত পৰা ছিটিকি

পৰিল। তাৰ পাছত সি গম পালে আন এটা থিয় গোৰ পৰিছে ঠিক তাৰ দেহৰ গোপন অংগত। যন্ত্ৰণাত কেঁকাই সি পৰি গ'ল। চকুৰে আন্ধাৰ দেখি গ'ল। কোনোবা এটাই বস্তিৰ মাদেদি তাক চোঁচোৰাই লৈ গ'ল। বস্তিৰ মানুহে দেখিলে নবীনৰ দুই ভৰিৰ মাজৰ পৰা ওলোৱা তেজৰ ধাৰ এটা মাটিত পৰি পৰি গৈছে।

বন্ধ নিদিয়াকৈয়ে গোটেইখন বন্ধৰ দৰে হ'ল। চাৰিওফালে কেৱল মিলিটেৰী। বস্তিলৈ যেতিয়াই-তেতিয়াই আৰ্মি আহে। টাইগাৰ আৰু বুলেনৰ ঘৰ দুখন মিলিটেৰীয়ে খচকি পেলালে। হৰি ভণ্ডুৱা আৰু ঘৈণীয়েক কেতিয়াবাই গাঁৱলৈ উঠি গৈছে। সুমলাৰ ফালে চাব নোৱাৰা হৈছে। পুৱা যদি তাইক চোতালৰ কাঠ-লিচুডালত বান্ধি থোৱা দেখে, চবেই জানে বুলেন ৰাতি আহিছিল। তাই অনবৰতে ভাত-ভাতকৈ চিঞৰি থাকে, শুকান মানুহজনীৰ মাতটো ফেচফেটীয়া হৈ পৰিছে। বুকুৰ উশাহ এসোপাৰ সৈতে ভাত শব্দটো মিলি-মিচি এনেকৈ ওলাই যে মানুহে ভাবে মানুহজনীয়ে কান্দি আছে। যিদিনা কাঠ-লিচুডালত বান্ধি থোৱা নাথাকে সেইদিনা সুমলাই বস্তিৰ মানুহৰ ঘৰে-ঘৰে ঘূৰি ফুৰে। তাই পেটিকোট এটা পিন্ধি কোনোবা এঘৰলৈ গৈ দুৱাৰমুখতে বহি থাকে। ভাত কেইটামান দিলে বহুত সময় ধৰি ছটিয়াই-মেলি খাই তাৰ পাছত সেইখনিতে শুই পৰে। বুলেনে কোনোবা এপাকত আহি ল'ৰাটো লৈ গ'লহি। বোধহয় গাঁৱত থৈ আহিলগৈ। সুমলাকো বান্ধি থোৱা চকুত নপৰে। তাই আপোনমনে বস্তিৰ ঘৰে ঘৰে ঘূৰি ফুৰে।

সুমলা বেছিভাগ থাকে মণিহঁতৰ ঘৰত। তাই কিবাকৈ বুজি পাই ইয়াতে এজনী মানুহ আছে, যি তাইক মৰম কৰে। বোমাটো ফুটাৰ পাছত মণিৰ স্কুল প্ৰায় বন্ধ হোৱাৰ দৰেই হৈছে। এনেও অলপ দিনৰে পৰা তাৰ স্কুল অনিয়মীয়া হৈছে, সিণ্ডৰ গেৰেজলৈ যোৱাটোহে নিয়মীয়া হৈছে। এদিন পুৱাই মণিক মাতিবলৈ সিং নিজে আহিছিল। ওখ-পাখ মানুহজনে তাইৰ আগত মণিৰ গুণ গাইছিল, তাৰ হাতখনৰ কথা কৈছিল আৰু কৈছিল কিমান কম সময়ত কিমান ভালদৰে সি গাড়ী চলাবলৈ শিকিলে। এই কথাটো ক'লেই তাইৰ আমঠু ক'লা পৰি যায়। কিয়নো সি গাড়ী চলাবলৈ শিকিব লাগে? বৰ ভয় লাগে তাইৰ। কেতিয়াবা ক'বৰ মন যায়, নাযাবি তই সিণ্ডৰ গেৰেজলৈ। নোৱাৰে ক'ব, আজিকালি মণিৰ হাতখনৰ কাৰণেই বজাৰ বন্ধ থাকিলেও তাইৰ চৌকাত জুই থাকে। কেতিয়াবা গাড়ী বা স্কুটাৰ লৈ কিছুমান মানুহ আহি মণিক ঘৰৰ পৰাই লৈ যায়হি। তাই শুনিছে, মণিয়ে হাত দিলেই হেনো গাড়ী-মটৰৰ কল-কব্জা ক'ত কি হয় উমান পায়। সিঙে মণিক চলিব পৰাকৈ পইচা-পায়ো দিয়ে। তাইৰ আজৰি সময়খিনি ভৰি আছে সুমলাক লৈ। কেঁচুৱা এটাৰ দৰে মানুহজনী। তাইক কলৰ পাৰত নি খহি-খহি গা ধুৱায়, নিজৰে শাৰী এখন পিন্ধাই দি মূৰটো তেল সানি আচুৰি দিয়ে। পাতল হৈ পৰা মানুহ এজনীক কেঁচুৱা এটাৰ দৰে ইফাল সিফাল কৰিব পাৰি। গা-পা ধুই, মূৰ মেলাই, ভাতকিটা খায় সুমলাই যেনেকৈ তাইক সাবটি ধৰি শুই পৰে, দেখিলেই এনেই পানীত ভিজোৱা কোমল চাউল হেন মনৰ মানুহজনী পমি যায়। কেতিয়াবা তাইৰ বুকুখন ভোলপাৰ লাগি আছে, কেনেকৈ

সহিব ভাৰন্তৰ চব দুখ এই মনটোৱে? ভালেই হ'ল, মনটো তাইৰ ভগা বেহিৰ্জ' এটাৰ দৰে হৈ গ'ল। হাজাৰ টিপা-টিপি কৰিলেও গানৰ সুৰ আৰু নাবাজে। কোনোবাই ভাঙি পেলালেও একো নাই। অনায়াসে কাঠ-লিচু এজোপাত মনৰ গৰাকীক বান্ধি থ'ব পৰা যায়। কেতিয়াবা কোলাতে শুই পৰা মানুহজনীৰ কপালত হাত দি তাই গুণগুণাই উঠে, 'বাৰীতে বগৰী কৰ...।' সুৰটো শুনিলে মানুহজনীয়ে এটা হাঁহি মাৰে, ঠিক যেন দাঁত নোহোৱা কেঁচুৱা এটাৰ হাঁহি।

নবীনক মিলিটেৰীয়ে ধৰি নিয়া এসপ্তাহ হ'ল। কি কৰিছিল মানুহটোৱে? ভাত-ভাতকৈ চিঞৰি থকা মানুহ এজনীক ভাত দিছিল। বস্তিৰ মানুহৰ মুখে মুখে বাগৰি আছে বিভিন্ন বাতৰি, মিছা-সঁচা কোনেও নাজানে। নবীনক ওলোটাই বান্ধি থৈছে, গোটেই গাত গৰম পানী ঢালি দিছে, গাটো জোলা ফুটি বসন্ত ওলোৱা মানুহৰ দৰে হৈছে, আৰু এটা কথা চুপি চুপি ওলাইছে, নবীনৰ আলু-বেঙেনা মিলিটেৰীয়ে থেঁতেলীয়াই পেলালে। ভোক আৰু ভয়ত টেঁপা খাই থকা মানুহবোৰে গুৰ্‌গুৰাই আছিছে। কি কৰিছিল কিতাপ-ফলি বেছি খোৱা ঠাণ্ডা ল'ৰাটোৱে? বুলেন বাৰু জংঘলীয়া পাৰ্টিত সোমাইছে, নবীনে তাৰ ঘৈণীয়েকক ভাত এমুঠি দিয়াটো কোনখন আইন মতে শাস্তি পাবলগীয়া কাম হ'ল?

এই ভোকত থকা মানুহসোপাই বেছি দিন গুৰ্‌গুৰাই থাকিব নোৱাৰিলে। এদিন পুৱা গোটেইবোৰ বস্তিৰ পৰা ওলোৱা বাটটোৰ মুখত গোট খালে। কোনে কি ক'লে, কোনে মানুহবোৰক মাতিলে, কেনেকৈনো গোট খালে, গম নাই। কেৱল মানুহবোৰ গোট খালে। এখন যেন ক'লা ডাৱৰে আবৰি ৰখা বাৰিষাৰ আকাশ। এতিয়াই গুৰ্‌গুৰাই মেঘে গাজিব, বিজুলী মাৰিব, বজ্ৰপাত পৰিব, শিল-বৰষুণ হ'ব। ধুৱাই নিব ধৰণী, ক'লা মেঘৰ থোপা এটাৰ দৰে মানুহবোৰ গৈ মিলিটেৰী কেম্প পালেগৈ। মাইকী মানুহখিনি সোমাই গ'ল। মতা মানুহখিনি বাহিৰে বাহিৰে বৈ থাকিল। তিনি ঘণ্টামানৰ পাছত মিনতিয়ে এফালে মণিৰ মাকে এফালে ধৰি নবীনক কেম্পৰ পৰা উলিয়াই আনিলে। মানুহটো পোকে ধৰা বেঙেনা গছৰ আগ এটাৰ দৰে লেউ-সেউ হৈ পৰিছে। মানুহটোৱে খোজ পেলাব পৰা নাই। ইফাল-সিফাল কৰি থাকোঁতেই দেখিলে লাতুৰে ঠেলা এখন লৈ আহিছে। ঠেলাত উঠাওঁতেও মানুহটোৱে জোকাইছে। ওচৰৰ পৰা দেখা কিজনে গম পালে নবীনৰ যৌনাংগ ফুলি আছে। বাহিৰে বাহিৰে বুঢ়া ডাক্তৰক লৈ মানুহখিনিয়ে নবীনক নমাই দিলে। বুঢ়াই নবীনক ঔষধ দিলে, চিকিৎসা কৰিলে। নবীনৰ বিশৃংখল, অকলশৰীয়া ঘৰখনৰ পৰা ওলাই আহোঁতে চবেই লক্ষ্য কৰিলে বুঢ়া ডাক্তৰৰ চকুহাল চলচলীয়া পৰি আছিছে। বাহিৰত গোট খাই আছে এক্কেই বাৰিষাৰ মেঘৰ দৰে ক'লা মানুহৰ থোপাটো।

'মানুহটো চাবি, ভাল হ'ব সি, বুঢ়া ডাক্তৰৰ ঔষধ পৰিছে।' কথাষাৰ কৈ ডাক্তৰ গৈছিলগৈ।

যেয়ে যেনেকৈ পাৰে নবীনক চালে। পৰাখিনিৰে ইটোৱে সিটোক চায়েই, তথাপি কেতিয়াবা কাৰোবাৰ ভাগত বেছিকৈ পৰে। মণিৰ মাকৰ ভাগত সুমলা, মীৰাৰ মাকৰ

ভাগত জোনৰ মাক। তেনেকৈয়ে নবীনৰ ভাৰ বেছিকৈ পৰিল মিনতিৰ হাতত। তাই নবীনক চোৰা-চিতা কৰোঁতে বেছি অসুবিধা নাপালে, নবীনৰ পা-পইচা কিছু আছিল।

মণিৰ মাকেহে মাজে মাজে টান পোৱা হৈছে। সুমলাৰ গোটেই দায়িত্ব তাই কেনেকৈ লয়? হাত দুখন নোহোৱা মুখ এখনেৰে মানুহজনীনো কোনে চম্ভালিব পাৰে? কাৰনো ইমান শকতি আছে? উপায় নাপালে সুমলাক বেলেগৰ চোতালতো বহিবলৈ এৰি দিয়ে। মণিয়েও এদিন বিৰক্তি প্ৰকাশ কৰিছে। প্ৰায়ে ভাবে কাঠ-লিচুডালত নি বান্ধি থৈ আহিবগৈ নেকি? কেঁচুৱাৰ দৰে হাঁহিটো দেখিলে তাই আৰু নোৱাৰে। দুপৰীয়া ভাতমুঠি খোৱাৰ সময়ত, ৰাতি শুবৰ সময়ত, বুকুখন ধৰ্ফৰাই উঠে, ক'ত বা মানুহজনী! অলপ দিনৰে পৰা মানুহজনী চকুৰ আঁতৰ হ'লেই তাই ধৰ্ফৰাই উঠে। ক'ত বা আছে? কি বা হ'ল? বাউলী হৈ তাই মানুহজনীক বিচাৰি যায়।

সেইদিনা ৰাতি ঘৰত চাউল নাছিল। খুদ কেইটামান বহাই মণিক আলু এটা পিতিকি খাবলৈ দি তাই সুমলাক লৈ বহিছিল। মণিয়ে মুখেৰে একো মতা নাছিল। বোমাটো ফুটা আজি দহদিন হৈ গ'ল, এটা বজাৰ বাৰো বহা নাই। তাই হাতত থকা চাউলখিনিৰে মুৰি ভাজি বন্ধা গ্ৰাহক কিঘৰত দি যি পা-পইচা পাইছিল সেয়া কেতিয়াবাই শেষ। মণিক সিঙে যি দি আছে তাৰে মাক-পুতেক দুইটাৰে চলি যায়। কিন্তু হাত দুখন নোহোৱা মুখখন? পুতেকৰ ক্লান্ত মুখখন চাই তাই ঠিক কৰিলে কাইলৈ এইক কাঠ-লিচুডালতে বান্ধি থৈ আহিবগৈ। যি হয় হ'ব, আছে নহয় মানুহ এটা।

ভাবি-গুণি থাকোঁতে তাইৰ আধা ৰাতি পাৰ হৈ গ'ল। চকুৰ পতাই পতাই লাগিছিল মাত্ৰ। দুৱাৰত টোকৰ।

'কুৰ্মানী, উঠ এ কুৰ্মানী।'

'কোন?'

'মই এ কুৰ্মানী।'

তাই দুৱাৰৰ দাংডাল খুলি দিছিল। বুলেন সোমাই আহিছিল। তাৰ গাত মিলিটেৰীৰ পোছাক। কঁকালত বন্দুক, পিঠিত বন্দুক। সি নিজেই দুৱাৰখন বন্ধ কৰি দিছিল।

'হোঁ ল।' সি তাইৰ ফালে এজাপ টকা আগবঢ়াই দিলে। খহমছাই উলিয়াই দিয়া ন'টসোপাৰ কেইখিলামান পৰি গ'ল। তাৰ মাত শুনি ঢাৰি এখনত মোটোকা মাৰি শুই থকা সুমলা বহুত দিনৰ মূৰত গৃহস্থক দেখা ঢেকুৰা কুকুৰ এজনীৰ দৰে কুঁ-কুঁৱাই আগবাঢ়ি আহিল। বুলেনে তাইলৈ এবাৰ চালে। মণিৰ মাকে পিন্ধাই দিয়া মেক্সীটো সুমলাৰ জেওৰাখৰি হেন হোৱা দেহাটোত ওলমি আছে। শুকান, টোটোৰা পৰা স্তনকেইটা তাইৰ ওলোম-জোলোম ছালখনত দুটা পাক খাই থকা বিছা যেন লাগিছে। ভেঁকুৰ ধৰা আম এটুকুৰাৰ দৰে তাইৰ যোনী প্ৰদেশ ৰস-পম নোহোৱা খৰি দুডালৰ মাজত খোঁচ মাৰি থোৱাৰ দৰে লাগিছে। ক'লা-বেঙুনীয়া সস্তীয়া আগফলা মেক্সীটো তাইৰ গাত শগুণৰ ক'লা পাখি দুখনৰ দৰে ধপ্‌ধপাই আছে। কুঁ-কুঁৱাই তাই বুলেনৰ ফালে চুঁচৰি-চুঁচৰি আগুৱাই গৈছে,

ঠিক যেন চুঁচৰি ফুৰা শিশু এটা মাকৰ ওচৰলৈ আগবাঢ়ি গৈছে। মাজে মাজে তাই হাতখন মেলি ধৰি তাৰ ফালে আওবাই দিছে। বুলেনে জেপৰ পৰা আৰু অলপ ন'ট উলিয়াইছে। মণিৰ মাকে টিপ চাকিটো জ্বলাইছে। পোহৰত তাই এইবাৰ বুলেনক স্পষ্টকৈ দেখা পালে, তাৰ চেহেৰাটো আগতকৈ ভাল হৈছে। নবযুৱক এজনৰ দৰে আকৰ্ষণীয় লাগিছে তাক। দেহাটো টান আৰু পেশীবহুল হৈ উঠিছে। নোম লগা জেকেটটোৰ বাবে তাৰ কান্ধ আৰু বুকু আৰু সুঠাম লাগিছে। সুমলাই এইবাৰ গৈ আঁঠুকাঢ়ি তাৰ ভৰিত ধৰিছে। সি এবাৰ সুমলালৈ চাইছে, তাৰ চকুত অলপ সময়ৰ বাবে অলপ মায়া দেখা গ'ল, পিছ পলকতে তাৰ ভোগৰ সুস্পষ্ট ছাপ থকা মুখখনৰ আঁহে আঁহে ফুটি উঠিল লুকুৱাব নোৱৰা এক ঘৃণা। মণিৰ মাকে হঠাৎ দেখিলে সুমলাই তাৰ যৌনাংগ খেপিয়াইছে। মণিৰ মাকৰ গাটো থৰ্‌থৰ্‌কৈ কঁপি উঠিল। তাইৰ চকুৰ আগত ভাহি উঠিল মুনি-চুনি বেলিকা কেইবা বছৰৰ আগতে দেখা সেই দৃশ্যটো। বুলেনৰ কিবা কথাত খং উঠিছিল। সেইখিনি সময়ত সুমলা অলপ সুস্থ আছিল, কেতিয়াবা বুলেনৰ বাবে ভাত এসাঁজো বান্ধিছিল। আৰু তাইৰ গাটোৰ খজাবমাবোৰ ভৰা আছিল। তাই কুঁ-কুঁৱাই বুলেনৰ ওচৰলৈ গৈছিল, বুলেনে টান টান মাংসপেশী আৰু ডবহা-ডবহ হাড়ৰ কিলাকুটিটোৰে তাইক ঠেলি ঠেলি আঁতৰাই পঠাইছিল। তাই বুলেনৰ পিন্ধি থকা গামোচাখন ফাঁক কৰি যৌনাংগ খেপিয়াইছিল। তাইৰ বিকল হৈ পৰা মগজুৱে বুজিছিল তাইৰ ধুঁৱলি-কুঁৱলী জগতখনত ভোকৰ ভাত এমুঠি দিয়া মানুহটোৰ চাবি-কাঠী ক'ত। সেইদিনা মণিৰ মাকে কানি-দুৱৰিকৈ জপাই থোৱা দুৱাৰখনেদি দৃশ্যটো দেখি কেৱল চকুলো টুকিছিল।

বুলেনে আজি ডবহা-ডবহ হাড়ৰ কিলাকুটিৰে নহয় ভৰিত পিন্ধি অহা জোতাযোৰেৰে সুমলাক ঠেলিছে। নামটোত কুঁৱাত গধূৰ বস্তু এটা জপংকৈ পৰা শব্দটো লাগি থকা মানুহজনী এটা সুকযমুখী জলকীয়াৰ দৰে পোন হৈ উঠিল। তাই সুমলাক হাতত ধৰি বুলেনৰ ওচৰৰ পৰা উঠাই আনিলে। কুঁ-কুঁৱাই উঠিল মানুহজনী। তাই এইবাৰ মানুহজনীক চোঁচোৰাই নি শুই থকা বস্তাটোত পেলাই দিলেগৈ। তাৰ পাছত বুলেনৰ ওচৰলৈ গ'ল। মানুহজনী বতাহত কঁপা জলকীয়া গছৰ আগ এটাৰ দৰে থৰ্‌থৰাই কঁপিছে, চকুবোৰ যেন খন্তেক ফাটি আহিব। তাই মাটিত পৰি থকা ন'ট কিখন বুটলিছে।

'হেঁ ল', তই পাগলীক চাইছ, তোৰ বহুত কামত আহিব।' তাই ন'ট কিখন লাডু কৰি তাৰ মুখলৈ মাৰি পঠিয়ালে। তাৰ পাছত তাৰ মুখত থুৱাই দিলে, 'চালা, মতাৰ জাত, তহঁতে কেৱল মাইকীৰ ভগত মঙহ খাব পাব। মঙহৰ লোভটোৱেই তহঁতৰ আচল কথা। মঙহ শুকালেই তহঁতে মাইকীক চেপা কুঁহিয়াৰ কৰি পেলাই দিয়।' তাই জোনৰ মাকৰ দৰে উকত চাপৰ মাৰি উঠিল, 'তহঁতৰ মঙহৰ লোভ, বাজ্যৰ লোভ, টকাৰ লোভ। ক'ৰ পৰা ইমান টকা পালি? ক'ত পালি? মানুহ মাৰি অনা টকা দেখুৱাইছ।' হাতত থকা শেষ ন'ট কিখনো তাই তাৰ মুখলৈ মাৰি পঠিয়ালে, 'মতা ওলাবলৈ আহিছ, কৌশীৰেকৰ গা শুকাল কাৰণে তাইক গছত বান্ধি থৈ যাব, টকা দি লোকৰ হাতত থৈ যাবলৈ তোৰ বেয়া নালাগিল? ভয়ো যা, তোৰ মানুহ মাৰি অনা টকাও লৈ যা।' তাই আকৌ তাৰ মুখত থুৱাই দিলে। সি ভৰিৰে

ফোৰোহনী তুলি হাতত বন্দুকটো তুলি লৈছে, 'কথা ভাল নহ'ব কৈ দিলোঁ, মই কেতিয়াবাই গম পাইছিলোঁ, তই তোৰ কোঁচ গিৰিয়েৰক পাহৰা নাই।' তাৰ মুখত মদৰ গোন্ধ।'

'ওলাই যা, মোৰ ঘৰৰ পৰা ওলাই যা।'

কোনোবা ছোৱালী এজনী সোমাই আহিছে। নিজা ভাষাত তাই তাক কিবা কৈছে। টিপ চাকিটোত তেল শেষ হৈছিল, ফটাকানিৰ শলিতাডাল ভম্‌ভম্‌কৈ জ্বলি উঠি কোঠাটো পোহৰাই তুলিছিল। পোহৰত ছোৱালীজনী জিলিকি উঠিল, চাপৰ, গাঠলু দেহা। মুখখন গোল, ঔ বাকলিৰ দৰে ডবহা মুখখন তেল পিচল হৈ চিক্‌চিকাই আছে। পিন্ধি থকা কাপোৰখনে কলহৰ দৰে তপিনা, পকা ৰঙালাও একোটাৰ দৰে বুকুখন ঢাকিব পৰা নাই। ছোৱালীজনীৰ গাৰ বৰণটো বুলেনৰ দৰেই। তাই বুলেনৰ পিঠিত হাত দিছে। সি ঘূৰি চালে। মানুহটোৰ মুখৰ খং-ৰাগ নিমিষতে নোহোৱা হৈ গ'ল, মুখখনত বিয়পি পৰিল এটা হাঁহি। ছোৱালীজনীয়ে তাক হাতত ধৰি লৈ গ'ল। ছোৱালীজনী দুৱাৰ মুখৰ পৰা উভতি আহিল।

'টকাকিটা ৰাখ, এহেজাৰ ঘণ্টাৰ বন্ধ হ'ব, তেতিয়া নাখাই মৰিবি।'

তাই আকৌ উৰুত চপৰিয়াই উঠিল, 'লৈ যা তহঁতৰ পাপৰ পইচা। দি থাক বন্ধ, মাৰি থাক মানুহ। পাৰোঁ যদি বাচিম, নহ'লে মৰিম।'

তাইৰ হাত-ভৰিবোৰ পুৰিছে, বুকুখন ধৰ্‌ফৰাই আহিছে, শিল এটাই যেন তাই বুকুখন বাৰে বাৰে হেঁচা মাৰি ধৰিছে। তাইৰ চিঞৰিবৰ মন গৈছে।

'অঁকৰা নহ'বি, সি বুলি তাৰ পাগলীক পইচা দিবলৈ আহিছে। আন কোনো নাহে।' ছোৱালীজনীয়ে আকৌ পইচাখিনি দিছে।

'নালাগে আহিব, মই পাৰিলে তাইক খুৱাম, নহ'লে মাৰিম।' কিয় জানো ছোৱালীজনীলৈ তাইৰ বৰ খং উঠিছে। তাই হঠাৎ কৈ দিলে, 'তই ঘৈণীয়েক থকা মানুহটোক কিয় লম্ভিছ?'

'সেইজনী তাৰ ঘৈণীয়েক নেকি?' ছোৱালীজনীৰ মুখৰ বেঁকা হাঁহিটো দেখি তাইৰ গা পুৰিবলৈ ধৰিলে।

ছোৱালীজনী ওলাই গৈছেগৈ। তাই চিঞৰ মাৰি উঠিল, 'তই ইহঁতক চিনা নাই। ইহঁতৰ হাতত মানুহৰ তেজ লাগিছে। তেজৰ সোৱাদ পোৱা মানুহৰ বৰ লোভ হয়। ইয়াৰ মাজত লোভ। মাইকীৰ মঙহৰ লোভ, টকাৰ লোভ, ৰাজ্যৰ লোভ, লুটি-পুতি খোৱাৰ লোভ। ইয়াক লোভে পাইছে।' মণিৰ মাকে ফোঁপাইছে। বুলেনহঁত আন্ধাৰত নোহোৱা হ'ল।

ছোৱালীজনী যোৱাৰ পাছতো তাই বহু সময় ফোঁপাই থাকিল। ভিতৰত সুমলা পাগলীয়ে আঁঠুত মূৰ গুজি হিকটিয়াই, হিকটিয়াই কান্দি আছে। মণিয়ে মাকৰ কোনোকালে নেদেখা ৰণচণ্ডী মূৰ্তিটো চাই আছে।

'মাই এ, কি হৈছে তোৰ?' মণিৰ মাতটোত ভয়।

তাইৰ চকুবোৰ তেতিয়াও গোল গোল হৈ আছে। পুতেকক কথাবাৰ কওঁতেও তাইৰ মাতত কণ-জলকীয়াৰ জ্বাল বৈ গৈছে, 'তই যদি এই লুভীয়াবোৰৰ লগ লাগ, কৈ থৈছোঁ মই, মাৰক নাপাবি।'

'মই কিয় যাম?' মণি অবাক হৈছে।

'অঁ, পাৰ যদি কাম কৰি এমুঠি খাবি, নোৱাৰিলে লঘোণে থাকিবি, লুটি-পুতি খাবলৈ নাযাবি।' মই কৈ থৈছোঁ।

মণিয়ে আধা পাগলী যেন মাকজনীলৈ চাই থাকিল, কি হৈছে আজি মানুহজনীৰ?

সুমলা চুঁচৰি-চুঁচৰি কুঁ-কুঁৱাই কুঁ-কুঁৱাই তাইৰ ফালে আগুৱাই আহিল। মণিৰ মাকে তাইক বুকুত সাবটি ধৰিলে। পুৰি থকা চকুহালেদি বাগৰি আহিল দুফোটা পানী।

# ৩১

পুৱাতে বস্তিত হুলস্থুল লাগি গ'ল। সুমলা পাগলী বিজার্ভত পৰি আছে। ৰাস্তাৰ পৰা অলপ আঁতৰত শিশু গছ এজোপাৰ তলত ক্ষত-বিক্ষত উলংগ দেহাটো পৰি আছে। তাইৰ গাত অত্যাচাৰৰ চিন স্পষ্ট। শুকান স্তনকিটাৰ ঠাইত দুটুকুৰা ঘাঁ। শুকান আমৰ দৰে যোনীৰ ঠাইত এটুকুৰা দেকদেকীয়া ঘাঁ। মিলিটেৰী কেম্পৰ ওচৰে-পাঁজৰে কটি এটুকুৰাৰ বাবে ঘূৰা-পকা কৰি থকা সুমলাক বহুতেই দেখিছিল। তাই মণিৰ মাকৰ পাছে পাছে আহে কেম্পলৈ যোৱা ৰাস্তাটোৰ গছজোপাৰ ওচৰতে বহি পৰে। গধূলি মণিৰ মাক ঘূৰি নহালৈকে তাই তাতে বহি থাকে। বহুতেই দেখে মিলিটেৰী দুটামানে তাইলৈ দলিয়াই দিছে এখন কটি, দুটা বিস্কুট। মানুহে দেখিলে তাই সদায় বহি থকা ঠাইখিনিৰ পৰা অলপ আঁতৰৰ বাঁহৰ জোপাটোৰ পৰা বিজাৰ্ভৰ শিশু গছজোপাৰ তললৈকে পৰি আছে টোপ্‌টোপ্‌কৈ পৰা তেজৰ ধাৰ। কোনোবাই যেন সেইফালেদি দাৰে ঘপিয়াই ঘপিয়াই ছাগলী এজনী লৈ গৈছিল।

ঘটনাটো ঘটাৰ সময়ত তাই কাম-বন শেষ কৰি মুৰিৰ টিংটো সাজু কৰি কৰি ভাবি আছিল ৰাতিৰ-ৰাতিটোনো পাগলীজনী ক'ত থাকিল! যোৱাৰাতি সিঙৰ বোৱাৰীয়েকৰ ল'ৰা হৈছে বাবে এটা অনুষ্ঠানৰ আয়োজন কৰিছিল। তাইক মাতিছিল। মণি তাইক নিবলৈ আহিছিল সিঙৰ ৰঙা ৰঙৰ সৰু গাড়ীখন লৈ। কিবা আনিবলৈ পঠাইছিল আৰু তাইকো নিবলৈ কৈছিল। গাড়ীখন মণিয়ে চলাইছিল। কোমল বহাৰ ঠাই, এটা গান বাজি আছিল, বাহিৰৰ ইমান গৰমতো গাড়ীৰ ভিতৰখন ঠাণ্ডা, মণিক তাইৰ অচিনাকি যেন লাগিছিল। সিঙৰ পুতেকে দিয়া লংপেণ্ট-চাৰ্টযোৰেৰে তাক ডেকা ল'ৰা এটা যেন লাগিছে। আগত গৰু এটা পৰিছে, কুকুৰ এটা দৌৰ মাৰিলে, মানুহ এজনীয়ে অগা-দেৱা কৰিলে, ৰাস্তাটো জুৰি ডাঙৰ ট্ৰাক এখন পাৰ হৈ গ'ল, এখন বাঁহৰ গাড়ী, এজনী সৰু ছোৱালী দৌৰি আহিল। কিমান অনায়াসে সি চববোৰ পাৰ হৈ আহিল। মণিয়ে গাড়ীখন অলপ ঘূৰাই-পকাই চলাইছিল। সি কৈছিল, 'মা, ময়ো এখন গাড়ী ল'ম, কুলদীপৰ দেউতাকে মোক বেংকৰ পৰা ল'ন লৈ দিব, তই আৰু কিমান মুৰি বেচিবি।' তাই একো কোৱা নাছিল, মণিৰ পিঠিত পৰি থকা চুলি এডাল আঁতৰাই দিছিল মাত্ৰ।

ৰাতিটো ভাল লগাৰ অনুভূতিৰ মাজে মাজে তাইৰ পাগলীজনীলৈ মনত পৰি আছিল। শেষ ৰাতিৰ ফালে নিজকে সান্ত্বনা দিছিল তাইক নেদেখি চাগে মিনতি বা জোনৰ মাকহঁতৰ ঘৰতে পৰি থাকিল। খবৰটো শুনি তাই ঢপলিয়াই সেইখিনি ওলাইছিলগৈ। দেহাটো মিলিটেৰীয়ে কৰ্ডন কৰি থৈছে। এপলক চাই তাইৰ মূৰটো ঘূৰাই আহিল। তাই টলংপলংকৈ গৈ ৰাস্তাৰ কিনাৰত বহি দিলে। তাইৰ চকুৰ আগত ভাহি উঠি বুলেনৰ সেই গাঠলু

ছোৱালীজনীৰ এটা হাঁহিত শান্ত হৈ পৰা খঙাল মুখখন। তাৰ সেই মুখখন যেন বাঢ়ি বাঢ়ি দহোটা হ'ল, মুখখন মানুহৰ, ডবহা-ডবহ হাড়ৰ জোঙা কিলাকুটিৰ পৰা বাকীছোৱা একোটা ঢেঁকীয়াপতীয়া বাঘৰ হাতোৰা, হাতোৰাৰে সিহঁতে সুমলাৰ শুকান দেহাটো চিৰি চিৰি খাইছে, তাইৰ কাণত স্পষ্টকৈ বাজি উঠিল কৰ্‌কৰ্‌কৈ হাড় চোবোৱাৰ শব্দ। সুমলাৰ দেহাটো পুলিচে গাড়ীৰ পাছফালে মালপত্ৰ নিয়া ঠাইখিনিত ভৰাই দিছে। দীঘল মানুহজনী ভালদৰে সোমোৱা নাই। কোনোবাই জোৰ কৰি সুমুৱাই দিছে। কটকৈ হাড়ৰ শব্দ এটা হৈছে, বোধহয় ভৰিৰ হাড় এডাল ভাগি গৈছে, উঠিব খুজি মণিৰ মাকে কল্‌কল্‌কৈ বমি কৰি দিলে।

বিজাৰ্ভ, বস্তি সকলোতে পিল্‌পিলাই ঘূৰি ফুৰা আৰ্মিবোৰ বস্তিৰ চিনাকি অংশ এটা হৈ পৰিছে। সিহঁতক কেন্দ্ৰ কৰি যিদৰে চাৰিআলিত দোকান-পোহাৰ গঢ়ি উঠিছে। সেইদৰে ঘৰে-ঘৰে মদৰ দোকানো বহিছে। বিশেষকৈ ড্ৰাইভাৰণীৰ ঘৰৰ মদৰ ব্যৱসায় দিনে দিনে ভাল হৈছে। অকল দেশীয়ে নহয়, তাই ভাল বস্তুও ৰাখে। তাইৰ নতুন কোঠা উঠিছে, কালাৰ টিভি, ফ্ৰিজ আহিছে। ঘৰৰ চাৰিওফালে ওৱাল, তাতে আইনাৰ টুকুৰা। ড্ৰাইভাৰণীৰ সুদত টকা দিয়া ব্যৱসায়ো বাঢ়ি গৈছিল।

নবীন ড্ৰাইভাৰণীৰ ঘৰত কেতিয়াও সোমোৱা নাই। মিনতিক লৈ এদিন যাবলৈ ওলাল। অলপ টকা ধাৰলৈ লাগে, সুদত নিব। অসুখত পৰি থাকোঁতে তাৰ চব পইচা-পাতি শেষ হ'ল। গোলমালবোৰৰ মাজে-মাজেই বজাৰখন বহি আছে। নতুনকৈ আৰম্ভ কৰিব লাগিব চব। মিনতিয়ে তাক সুমুৱাই থৈ গুচি গ'লগৈ। ল'ৰাৰ অসুখ, জৰা তেল আনিব লাগে। মিনতিৰ ফালে সি এবাৰ চালে, কিমান দুখ সহিছে এই মানুহজনীয়ে। ল'ৰাটোৰ কিজানি হাৰ্টৰ অসুখ আছে। বুঢ়া ডাক্তৰে এবাৰ কৈছিল। সদায় জৰা তেল, তাবিজ বিচাৰি ফুৰা মানুহজনীলৈ নবীনৰ মায়া হ'ল। এইকেইদিন তাইনো কম কৰিলেনে তাৰ কাৰণে? সি এই কেইদিনত গম পালে মানুহজনীৰ দেকদেকীয়া ঘাঁৰ দৰে মনটো, ক'লা ছাল আহিছে, কিন্তু সামান্য স্পৰ্শতে ছালৰ তলৰ ঘাঁটুকুৰাত হাত পৰে, মানুহজনীয়ে চেঙালুটী পাৰি আহে।

যাওঁ-নাযাওঁকৈ সি ড্ৰাইভাৰণীৰ ঘৰলৈ সোমাই গ'ল। ৰাতি হৈছে। লাইট জ্বলিছে। বস্তিত ক'তো এনেকুৱা লাইটেৰে পোহৰ ঘৰ নাই। ছেণ্ডেলযোৰ খুলি নবীন সোমাই গ'ল। ভিতৰত চাৰি-পাঁচটামান মানুহ বহি আছে। চুলিবোৰ চুটিকৈ কটা, কথাবোৰ হেলা-হচা। আটাইকেউটাই মদ খাই আছে।

'নবীন, আহ, আহ।' ড্ৰাইভাৰণী সোমাই আহিছে। ৰঙা শাৰী, ৰঙা খাডু ৰঙা ওঁঠ।

নবীন বহা নাই। সি পইচাকিটাৰ কথা ক'ব খুজিছে। গোটেই পৰিবেশটো তাৰ ভাল লগা নাই।

'বহ।' তাই নবীন বহা চকীখনৰ হেণ্ডেলডালতে বহিছে। মদ খাই পইচা দি দি চুটি চুলিৰ মানুহকিটা ওলাই গ'লগৈ।

তাই একো নোকোৱাকৈ ভিতৰলৈ সোমাই গ'ল। তাই পোছাক বদলাই আহিছে। হাতৰ নামত ৰিহি কিটা দুডাল খৰু গাতে লিপিট খাই থকা কোমল কাপোৰৰ চোলা এটা

পিন্ধি আহিছে তাই। পিঠি আৰু বুকুৰ একাংশ ওলাই আছে। যেনখন তাই আৰু জোৰেৰে চলাই দিলে।

'বৰ গৰম উঠিছে অ'। তাই বটল এটাৰ পৰা কিবা বাকি ফ্রিজৰ পৰা বৰফ উলিয়াই তাক দিলে, 'হো খা, আজি প্ৰথম আহিছ, মই ভাবিবই পৰা নাছিলোঁ তই যে মোৰ ওচৰলৈ আহিবি।'

'ই, মানে ড্ৰাইভাৰ ক'ত?'

'মৰাটোৰ কথা কিয় সুধিছ? সি মদ খাই বেহুঁচ হৈ পৰি আছে।' তাই হাঁহি এটা মাৰিলে, 'সি তেনেকৈয়ে থাকে।'

'কিয়?' কথা সুধিব লাগে সি সুধিলে। সি এটা কথাই ভাবি আছে, পইচাকিটা ধাৰলৈ খুজিব লাগিব।

'কিয় আৰু? মাইকীৰ কামানিৰে খাব পৰা মতাই মৌজ কৰি নাথাকি কি কৰি থাকিব?' হঠাৎ তাই নাকি সুৰেৰে উচুপি উঠিল, 'তহঁতি কি বুজিবি সি মোক কিমান অত্যাচাৰ কৰে। ৰাতি মদ খাই পৰি থাকিব, গোন্ধ, মদাহীৰ নাকৰ পৰা ওলোৱা শব্দ শুনিছ? গাহৰি ৰেপিলে যেনেকৈ মাতে তেনেকৈ তাৰ নাকে মাতে। মই ৰাতিটো কান্দি থাকোঁ।'

কান্দি কান্দি তাই মূৰটো তাৰ কান্ধতে পেলাই দিলে, 'মোৰ প্ৰতি তোৰ মৰম নালাগে?' তাই এইবাৰ গোটেই গাৰ ভৰটো তাৰ গাত পেলাই দিলে।

নবীনৰ খং উঠিছে, 'কি কৰিছে?'

এইবাৰ তাই হাঁহিছে, 'তই মোক চহৰৰ বাবুৱনীবোৰক মতাৰ দৰে মাতিছ দেখোন।' হাঁহি হাঁহি তাই তাৰ গাতে বাগৰি পৰিছে।

নবীন উঠিছে, 'মই অলপ টকা দিয়াৰ কথা ক'ব খুজিছিলোঁ, সুদ দিম।'

'কিমান লাগে।' কামৰ কথালৈ আহিব পাৰি নবীনে ভাল পালে।

'দিব, তিনি হেজাৰমান।'

'আহ, দিয়েই দিওঁ, ভিতৰলৈ ব'ল।'

ভিতৰৰ কোঠা এটাত মাত্ৰ এখন ডাঙৰ বিছনা। তাই আলমাৰী খুলি পইচাখিনি উলিয়াইছে, 'ল', নবীনে হাত মেলি পইচাখিনি লৈছে। 'এইখিনি খা, নিচা নহয় নেমুৰ চৰ্বত।' নবীনে মানুহজনীক অসন্তুষ্ট কৰিব খোজা নাই। পানীয়গিলাচ খাই তাৰ মূৰটো জিন্‌জিনাই আহিল।

'যাওঁ। নবীনে পইচাখিনি লৈ যাবলৈ উঠিছে। সি গম পাইছে কিবা এটাই তাৰ মগজু গ্ৰাস কৰি আনিছে। কথাবোৰ ঠিকমতে চিন্তা কৰিব পৰা নাই। খোজ কাঢ়িবলৈ লৈ এনে লাগিছে যেন সি ওখত খোজ কাঢ়ি আছে, ভৰিকিটা পেলাব পৰা নাই। সি অনুভৱ কৰিছে কিহবাই তাক মেৰাই ধৰিছে। তাৰ শৰীৰত ঝুন-ঝুনকৈ বাজি বাজি এখন হাত ঘূৰি ফুৰিছে। তাৰ গোটেই শৰীৰ জুৰি কাহানিও নোপোৱা এক তীব্ৰ ভাল লগাৰ অনুভূতি বিয়পি পৰিছে। তথাপি চৰবোৰৰ মাজতো সি গম পাই আছে কথাবোৰ ভাল হোৱা নাই।

তাইক ঠেলি সি উঠিল, 'মই যাওঁ'। ঠেলাটো বোধহয় অলপ বেছি হৈছিল, মানুহজনী ঠেকেচা খাই পৰিলগৈ। পৰাৰ পৰা উঠি মানুহজনীয়ে সাপৰ দৰে ফোঁচফোঁচাই উঠিল। প্ৰথমতে তাই নবীনক গতা এটা মাৰিলে। তাৰ পাছত বক্‌বক্‌ কৰি উঠিল, 'তই এটা বন্ধা কবি, কি আছে তোৰ? চব মিলিটেৰীয়ে খুন্দি থৈ গৈছে। ওলাই যা, দে মোৰ টকা ঘূৰাই দে।' নবীনৰ হাতত পৰা পইচাখিনি তাই চিলাই থাপ মৰাদি লৈ গ'ল।

প্ৰায় অৱশ মগজুত সি চাবুক অনুভৱ কৰিলে। কি কয় তাই? তাক বন্ধা কবি বুলি কয়। তাৰ উত্তেজিত স্নায়ুত অপমানৰ ভাবটো বেছি হৈছে। তাৰ মাজৰ মতা মানুহটো অৱসন্ন মগজুত দপ্‌দপাই উঠিল। মিলিটেৰীয়ে তাৰ চব খুন্দি থৈ গ'ল। কি ভাবিছে তাই। এইবাৰ সি গৈ তাইৰ উদং বাহুকিটা জোকাৰি দিলেগৈ, 'কি ভাবিছ তই? মোৰ একো নাই, আহ চাহি আহ।'

তাই ফিক্‌কৈ হাঁহি এটা মাৰিলে, ফান্দত পৰা চিকাৰ চাই মৰা চিকাৰীৰ হাঁহিটোৱে তাক আৰু উত্তেজিত কৰি তুলিলে।

'কি হ'ল দাঁত চেলাবলৈ? কিয় হাঁহিছ তই? কিয় হাঁহিছ?' দোৰোল নোখোৱা জিভাৰে একেষাৰ কথাকে সুধি সুধি হিকটি আহি গ'ল।

'হোঁ খা।' তাই তালৈ আগবঢ়াই দিলে এগিলাচ চাউল ধোৱা পানীৰ ৰঙৰ পাতল পানীয়। টেবুলত থকা এটা পিয়াঁজ টুকুৰা কৰি কাটি দিলে।

'খা, মোক আৰ্মি এটাই দিছিল, বৰ দামী বস্তু।' সি একেঢোকে খাই পেলালে। আচলতে তাৰ ডিঙিটো শুকাই গৈছিল।

তাই আকৌ হাঁহিছে।

সি আকৌ একেটা কথাকে সুধি থাকিল, 'কিয় হাঁহিলি? হাঁহিলি কিয়?'

খাৰুৰ ঝুনঝুন শব্দটোৰ লগে লগে এটা ভাল লগাৰ অনুভূতি তাৰ গাত বগাই ফুৰিছে। মগজুৰ শক্তি কমি আহিছে, শৰীৰটো ঘূলি এটাৰ পৰা উঠি অহা প্ৰকাণ্ড হাতী এটাৰ দৰে উঠি আহিছে, শক্তিশালী হৈছে, বাৰে বাৰে হুংকাৰি উঠিছে।

'মানুহে মিছা কথা কয় তাইৰ প্ৰতিটো শব্দত খিলখিল হাঁহি।'

'কি মিছা কথা?'

'তই বন্ধা কবি হোৱা নাই।'

'কি ক'লি?'

'মিলিটেৰীয়ে তোক মানুহে কোৱাৰ দৰে খুন্দিব পৰা নাই।'

'তই কিয় হাঁহিছ? কিয় হাঁহিছ? হাঁহিছ কিয়?' সি একেটা কথাকে ৰেপি আছে।

ঘূলিৰ পৰা একে কোবে উঠি আহিছে হাতীটো, বাৰে বাৰে হুংকাৰি উঠিছে, তাৰ চিঞৰে পানী-বোকা চব খচি পেলাইছে, বিদীৰ্ণ কৰি পেলাইছে বতাহ, ছিৰা-ছিৰ কৰি পেলাইছে আকাশ।

পুৱা আঠমান বজাত চবেই দেখিলে নবীনে তলমূৰকৈ ড্ৰাইভাৰণীৰ ঘৰৰ পৰা ওলাই

আহিছে। কথাটো জনা-জনি হৈ গ'ল। নবীন ড্ৰাইভাৰণীৰ তাত ৰাতিৰ-ৰাতিটো থাকিল। সি গৈ নিজৰ কোঠাৰ ভিতৰত সোমাল যি সোমালত আৰু নোলোৱা হ'ল।

জোনৰ মাক গ'ল, মণিৰ মাক, মিনতি, ফুলহঁত গ'ল। কাকো মাত নিদিলে। মানুহটো জড়মাৰ দি পৰিল যি পৰিল। কোনোবাই দেখিছিল ড্ৰাইভাৰণীয়ে ড্ৰাইভাৰৰ হাতত টকা দি পঠাইছিল। সি হেনো তাইৰ ঘৰত এৰি আহিছিল। নবীনে সেই পইচা লোৱা নাছিল।

বজাৰবোৰ নিয়মিত হ'বলৈ লৈছিল। বন্ধ দিলেও আৰ্মিয়ে দুৱাৰ কোবাই কোবাই খুলি দিছিল। সকঁকৈ হ'লেও বজাৰবোৰ বহিছিল। মানুহবোৰ ব্যস্ত হৈ পৰিছিল। যেয়ে যি পাৰে সাঁচিবলৈ চেষ্টা কৰিছিল। কেউফালে এটা গুজব উঠি আছে, এহেজাৰ ঘণ্টা বন্ধ হ'ব। বানপানী অহাৰ আগে আগে পৰুৱাবোৰে মুখত কণীবোৰ লৈ অহা-যোৱা কৰাৰ দৰে মানুহজাকো ব্যস্ত হৈ পৰিছে।

নবীন সোমাই আছেনে, বেপাৰ আৰম্ভ কৰিছে সেয়া চাবলৈ আচলতে কাৰো আহৰি নাছিল। এহেজাৰ ঘণ্টাৰ বন্ধৰ এটা ক'লা ছায়াই মানুহবোৰক হেঁচা মাৰি ধৰিছে।

কথাটো মিনতিয়েই প্ৰথমতে দেখিলে। তাই নবীনক পুৰা মুৰি আৰু লাল চাহ দিবলৈ গৈছিল। তায়ো আচলতে নবীনক ভালকৈ দেখা-শুনা কৰিব পৰা নাই। সময় পালে চাহ একণ দি আহেগৈ। তাইকো এহেজাৰ ঘণ্টাৰ বন্ধটোৱে পাগলীৰ দৰে কৰিছে। কেনেকৈ কি কৰিব? আন বহুতৰ দৰে গুৱাহাটীলৈ যাবগৈ নেকি? কিন্তু বেমাৰী ল'ৰাটো লৈ কি কৰে! যাওঁ বুলিলেই যেনিবা ক'লৈই যাবনো ক'লৈ? তাই এইকেইদিন মচলা গুড়ি কৰি যিমান পাৰে সিমান বিক্ৰী কৰিবৰ চেষ্টা কৰিছে। কাগজৰ ঠোঙা বনাইছে। মুৰি ভাজিছে। দুই হাতেৰে পাৰে মানে আঁজুৰিছে। নবীনক কিয় ল'ৰাটোকো ভালকৈ চাব পৰা নাই। যদি বিছ নালাগে দহ কেজি চাউলো উঠাই থ'ব পাৰে।

তাই অকণমান সময় পাই মুৰি কেইটামানে নিমখ চাহে লৈ নবীনৰ ঘৰলৈ গৈছিল। তেজেৰে তলছোৱা তুমবলি কৰি সি পৰি আছে। তাৰ হুঁচ নাই। উদং হৈ থকা মৌনাংগৰ পৰা হো-হোৱাই তেজ ওলাইছে। ওচৰতে এখন চোকা কটাৰী। বিছনাখনতে পৰি আছে দুটুকুৰা মঙহ।

'নবীনে তাৰ আলু-বেঙেনা কাটিলে ঐ।' চিঞৰি চিঞৰি মিনতি বাস্তা পালেহি।

বস্তিত হাল্লা লাগি গ'ল, নবীনে আলু-বেঙেনা কাটিলে। কণী মুখত লৈ অহা-যোৱা কৰি থকা পৰুৱাজাকৰ মাজত হুলস্থুল লাগি পৰিল। বুঢ়া-ডাক্তৰ, বেজী, দৰব, বেণ্ডেজ, মূৰ্চ্ছা যোৱা নবীন।

এহেজাৰ ঘণ্টা বন্ধ হ'বই হ'ব। ক'লা ছাঁটো তললৈ নামি আহিল। সুস্থ হৈ উঠা নবীনেও চিনাকি কিতাপৰ দোকানখনৰ পৰা উঠনা লৈ বজাৰৰ বাদেও ফুটপাথত বহিবলৈ ল'লে। ক'লা ছাঁটোৰ কৰাল ছায়াত ঢাক খাই পৰিল দেকদেকীয়া ঘাঁ লৈ শিও গছৰ তলত পৰি থকা সুমলা পাগলী, ড্ৰাইভাৰণীৰ ঘৰৰ পৰা ওলাই অহা নবীন, আলু-বেঙেনা কটা, তাৰ মৰোঁ মৰোঁ অৱস্থা। চৰবোৰ ক'লা নামি অহা ছাঁটোৱে ঢাকি ধৰিলে।

# ৩২

'মণিৰ মা এ, অ' মণিৰ মা।'

মাজনিশা মিনতিৰ মাত শুনি তাই বুজি পালে, সি নহ'লে তাৰ লগ আহিছে।

'আহ।' একেটা দৃশ্যই, তাই থিয় দি আছে, লগত হাঁহি নোলোৱা ল'ৰাটো।

'ভাত খালি?'

'ওঁ।'

ভাত খাইছে তেতিয়া সি নিজেই আহিছে। সি নাহিলে তাই ভাত-পানী নৰন্ধাকৈ ঘৰটো সিহঁতক এৰি শুচি আহে। সি আহিলে তাক গৰম পানী যতাই, ভাতকিটা খুৱাইহে আহে। আজি নিঃচিন্ত, সি আহিছেই।

'সি আহিছে?'

'ওঁ।'

'সি বোলে জেলত আছিল।'

'আছিল, সিহঁতে ধৰি নিয়া মানুহ কিজন এৰি দিলে।'

'এৰি দিলে নে মাৰিলে? কয়লা খনিলৈ কাম কৰিবলৈ অহা মানুহটোক সিহঁতে মাৰি পেলোৱা নাই? ঘৈণীয়েকজনী ক'ৰ বিদেশৰ পৰা আহি তাইৰ মানুহটোক হাবিয়ে-হাবিয়ে বিচাৰি ফুৰিছিলহি। সেই মানুহ মৰাটোৰ লগত তোৰ কিহৰ কি?'

'মানুহটোক সিহঁতে মৰা নাই। সিহে সিহঁতৰ মানুহক মাৰি পলাই যাব খোজোঁতে নদীত পৰি মৰিল।'

'তইতো তাৰ কথাই শুনিবি।'

মিনতিৰ মুখখন উজ্জ্বল। হাঁহি এটা মুখখনত সান খাই আছে। তাইৰ এই মুখখন দেখিলেই মণিৰ মাকৰ গা জ্বলি উঠে। কিহৰ ইমান দৰদ এই চুৰাখোৰাটোলৈ। কি পাইছে তাই তাৰ পৰা?

'মণিৰ মা, তোৰ খং উঠিছে, মই জানো, কিন্তু সি আহিলে মোৰ যে বৰ ভাল লাগে। আজি কিমান দিনৰ মূৰত আহিল সি।'

মিনতিৰ মুখখন পোহৰ।

'তই তাক বিছনাত উঠাইছ, সঁচা কথা ক।'

মিনতি মনে মনে আছে।

'সি অকলে আহিছেনে আক লগ আছে?'

'অকলে আহিছে। পাহাৰৰ পৰা নামিয়েই সিহঁত বিজাৰ্ভত সোমালহি। সি মোক

দেখা কৰিবলৈ আহিলে। এতিয়া যাবগৈ।'

'উঠালিনে নাই তাক বিছনাত?'

'গাত অলপ হাত দিছে, বিছনাত নাই উঠোৱা।' মিনতিয়ে আকৌ হাঁহিটো মাৰিছে। 'সি এইবাৰ একেবাৰে আহিছে। ছাবেগাৰী হ'ব।'

'সি কৈছেনে নাই তোক, এইবাৰ তোক সি বিয়া কৰাব।'

'কৈছে।' মিনতিয়ে তলমূৰ কৰিছে।

'তোক মই কৈ থৈছোঁ, তোৰ চব শেষ হ'ব, তই জ্বলি মৰিবি। 'এইডাল মৰা হ'লেও ভাল আছিল, নমৰে কিয় ক'ৰবাত গুলী খায়। মানুহজনীৰ শান্তি হ'লহেঁতেন।'

'তেনেকৈ নক'বি মণিৰ মা।'

'ক' তই, তইঁতৰ চবৰে হিংসা, এনেকুৱা ফিলিমৰ হিৰ'ৰ দৰে মানুহ, সি তোক ভাল পাই, তোক বিয়া কৰাব, চবৰে হিংসা। ক' বৈ আছ কিয়? কৈ যা, এনেকুৱা মানুহক আমি চকু তুলি চাবলৈ সাহ নকৰোঁ। সি তোক বিয়া কৰাব। ক'।'

মিনতি মনে মনে আছে।

'সি ছাবেগাৰী হ'লে ক'ত থাকিব?'

'প্ৰথমতে তাৰ ঘৰত, তাৰ পাছত সি নিজা ঘৰ সাজিব।'

'তোক নিজা ঘৰ হ'লেই লৈ যাব। কৈছেনে নাই? বুজিছ মিনতি তই জ্বলি মৰিবি। জুইত জাঁপ দিছ তই।'

মিনতি মনে মনে ল'ৰাটো লৈ সদায় আহিলে শোৱা পাটীখন বহলাই বাগৰ দিলে। তায়ো তাইৰ কাষতে বাগৰ দিলে।

'মিনতি, তই সঁচাকৈয়ে ভাবিছ যে ছাবেগাৰী হৈ আহি সি তোক বিয়া কৰাব।'

'কৰাব, মণিৰ মা, সেই আশাতে জহৰা ছলি বুকুত বান্ধি অত কষ্ট খাই পৰি আছোঁ।' তাই মণিৰ মাকৰ ফালে মুখ ঘূৰাইছে, 'তাৰ মনটো সি মানুহটোৰ দৰে বগা অ', তইঁতে তাক ভুল নুবুজিবি।'

'তোক পইচা-পাতি দিছেনে?'

'দিছে।'

'কিবা লুকুৱাই থ'বলৈ দিছে? কি আনিছে লগত?'

'সি যি আনিছে, চব জমা দিব এইবাৰ।' বহুত টকা আছে। সেইবোৰো দিব।'

'ড্ৰাইভাৰণীয়ে তাক দেখিছেনে?'

'দেখিছে, তাই চব জানে, তাই সেই কাৰণেই মোক তোচ কৰি চলে। নহ'লে, মই কি তাত থাকিব পাৰিলোঁহেঁতেন?'

মিনতিৰ চাদৰখন পিচলি বগা গাটো ওলাই পৰিছে, বেৰাৰ ওপৰৰ নিলিপাখিনিয়েদি জোনৰ পোহৰটো কেৰেচীয়াকৈ আহি তাইৰ গাতে পৰিছেহি। তাই স্পষ্ট চকুত পৰিল, ঠিক মাজখিনিতে এটা গোল কলা দাগ। তাই শোৱা নাই। চট্‌ফটাই আছে।

'কি হ'ল তোৰ?'

মিনতি মনে মনে আছে।

মিনতিয়ে হঠাৎ উচুপি উঠিল। তাই চুপ মাৰি উচুপি আছে। বহুত সময়ৰ মূৰত উচুপনিৰ শব্দটো কামোৰ মাৰি দিয়া দাঁতৰ পৰা ওলাই ওলাই আহিছে।

তাইৰ হঠাৎ কালী বুঢ়ীলৈ মনত পৰিল। কান্দি থকা এইক দেখি বুঢ়ীয়ে কি ক'লেহেঁতেন? সূৰ্যমুখী জলকীয়া এটাৰ দৰে শুকান বুঢ়ীজনীৰ চকুত ইমান বছৰে এটোপাও চকুৰ পানী দেখা নাছিল। মিনতিয়ে উচুপনিৰ শব্দবোৰ ধৰি ৰাখিব পৰা নাই। কালী বুঢ়ীৰ শুকান আঁহত পাত এখিলাৰ দৰে পাতল স্পৰ্শটো মণিৰ মাকে যেন পিঠিত অনুভৱ কৰিছে।

তাই মিনতিৰ গাত হাতখন থ'লে, 'শুন, মনটো ইমান কোমল নকৰিবি। এনেকুৱা মনত দাঁত আৰু নখ বহুৱাবলৈ বৰ সহজ বুজিছ। কালী বুঢ়ীয়ে মোক কি কৈছিল জান? মাইকী মানুহবোৰ মেম জলকীয়াৰ দৰে হ'ব লাগে, দেখাত এখুদমান, চকু-মুখত পৰিলে জুই দিব পাৰে।'

মিনতিয়ে তাইক সাবটি ধৰিলে, 'তই পাৰিছ মণিৰ মা, তোৰ মনটোত জ্বলাই দিব পৰা জ্বাল গোটাব?'

'পাৰিছোঁ, নোৱাৰিলে ল'ৰাটোৰে-ময়ে কেতিয়াবাই জাহ গ'লোঁহেঁতেন। শুই থাক, তয়ো পাৰিবি। দাঁত-নখ পৰিলেই মনটো জ্বালেৰে ভৰি পৰিব।'

'তেনেকৈ নক'বি, তাৰ দাঁত-নখৰ কথা নক'বি।'

'নকওঁ, নিজেই বুজিবি। মনটো ইমান কোমল নকৰিবি।'

দুইজনীয়ে ধৰাধৰিকৈ তেনেকৈয়ে টোপনি গ'ল।

হ'ব নহ'ব কৰি থাকোঁতেই এহেজাৰ ঘণ্টাৰ বন্ধ আৰম্ভ হৈ গ'ল। বস্তি প্ৰায় খালী। প্ৰায়বোৰ মতা মানুহ বন্ধৰ প্ৰভাৱ নপৰা ঠাইবোৰলৈ গুচি গৈছেগৈ। আগৰবাৰো তিনিশ ঘণ্টাৰ বন্ধত গৈছিলগৈ। এইবাৰো তিৰোতাবোৰৰ মাজৰো কেইখিনি গৈছেগৈ। মানুহবোৰে খামোচা মাৰি ধৰিছে আৰ্মি কেম্পৰ ওচৰে-পাজৰে বহা বজাৰখনত। যিয়ে যি পাৰে তাতে বেচা-কিনা কৰিছে।

মীৰাৰ মাকে এইবাৰ মনপুতি বঙালাওৰ খেতি কৰিছিল। চৰেই দেখে মানুহজনীয়ে বঙালাওবোৰ আপদাল কৰি আছে, কেতিয়াবা গধূলি বৰলবোৰৰ পৰা কলিবোৰ ৰক্ষা কৰিবলৈ জাক দিছে, কেতিয়াবা চাঙৰ পৰা ওলমি পৰাকিটাক চেপাৰ দৰে বাঁহৰ টোকা একোটা সাজি দিছে, কেতিয়াবা গছৰ গুৰিবোৰকে চিকুণাই দিছে, কেচুঁৱা এটা দাঙি লোৱাৰ দৰে আলফুলে মাটিত হোৱা লাওকেইটাৰ তলত জাপি দিছে খেৰ অথবা কল-থকুৱা। এতিয়া প্ৰতিদিনেই তাই শুকাই খোৱা পকা বঙালাওকিটা ছিটা ছিটাকৈ কাটি কেম্পৰ ওচৰৰ বজাৰখনত বিক্ৰী কৰি আছে, শাকে-পাতে তাইৰ চলি গৈছে।

মণি সিঙৰ গাড়ীৰ ড্ৰাইভাৰ হৈছে বুলিবই পাৰি। গাড়ীখন ক'ৰবালৈ যাবলৈ হ'লে সিয়ে অনা-নিয়া কৰে, তাৰোপৰি গেৰেজত পূৰা দৰমহা খটা মানুহৰ দৰেই কাম কৰে। মাকে বহি বহি মূঢ়া সাজি থাকে। আগৰ দৰে বাঁহ, প্লাষ্টিকৰ ৰছী আদি বিচাৰি হায়ৰান হ'ব নালাগে। সিয়ে চব যোগাৰ দিয়ে। আবেলি তাই তাৰে দুই-এটা লৈ বহে। কেতিয়াবা বিক্ৰী হয়, কেতিয়াবা নহয়। নহ'লেও নাই। মুৰি নে কিবা যে সেমেকি যাব? আজি নহয় কাইলৈ বিক্ৰী হ'ব। তাই বৰ নিঃচিন্ত হৈছে আজিকালি। মণিয়ে মাকে মূঢ়া বেচিবলৈ গ'লে, মুৰি ভাজিবলৈ ল'লে বেয়া পায়। সি তেনেকুৱাতে কয় গাড়ী এখন ল'ব, কাম-কাজ হৈ আছে, মাৰুতী ভান এখন ল'ব। টেক্সী চলাব। তাইৰ মাজে মাজে দুখ লাগে। ল'ৰাটোৱে পঢ়া-শুনা বন্ধ কৰি দিব লগা হ'ল। চোকা বুধিৰ ল'ৰা আছিল। বুধিটো আছে বুলিহে সি চলি গৈছে। বস্তিৰ কাৰ নো পঢ়া-শুনা হ'ল? বুকুখন ধৰ্‌ফৰাই আছে তাইৰ।

মিনতি আৰু জোনৰ মাকে আচাৰ বনাবলৈ লৈছে। মিনতিয়েই তেল-মচলাৰ পইচাখিনি দিলে। তাইৰ হাতত নো ক'ত পইচা থাকে? পইচা থাকিলেই তাই ল'ৰাক বুঢ়া ডাক্তৰক দেখুৱায়। নাথাকিলেহে তেল জৰা বিচাৰি যায়। সৰু সৰু পেকেটত আচাৰ বনাই দুইজনী আবেলি কেম্পৰ ওচৰৰ পোহাৰখনত বহেহি। কিছু বিক্ৰী নোহোৱা নহয়।

ফুলে আকৌ মদৰ বেপাৰত ধৰিছে। তাই বনায়। বুঢ়া দৰ্জীয়ে বাহিৰৰ ঘৰত বিক্ৰী কৰে। বহুত মানুহে মদ খোৱাতকৈ ফুলৰ লগত চুপতি মাৰিবলৈ যায়।

ৰত্নাৰ মাকে যাৰ ঘৰতে যি পাই তাকে কৰে। বাচন ধোৱা, চুফাৰী তোলা, কাপোৰ ধোৱা যিহকে আগত পৰে তাকে কৰে। মানুহজনী বৰকৈ ক্ষীণাইছে, বুকুত সকলো সময়তে ধৰ্‌ফৰণি এটা লাগি থাকে। ৰত্না ড্ৰাইভাৰণীৰ ঘৰৰ চাকৰণী হোৱাদি হ'ল, ঘৰখন এৰিবলৈ ক'লেও তাই নেৰে। বিছনাৰ পৰা উঠিয়ে ৰত্না তালৈ যাবলৈ পগলা হোৱাদি হয়। যিমানে দিন গৈছে বাপেকটোৰ ল'ৰাৰ বাবে হা-হুতাশ বাঢ়ি গৈছে। ছোৱালী দুজনী আৰু মাকক শত্ৰু জ্ঞান কৰে আজিকালি।

বন্ধটোৱে গোটেই বস্তিখনকে অজগৰ এডালে গিলাদি গিলি পেলালে। অজগৰডাল পৰি আছে। দূৰৰ পৰা দেখিলে ভাব হয় মৰা, এই গেলিবলৈ আৰম্ভ কৰিব, গোন্ধত কোনো থাকিব নোৱাৰা হ'ব। কিন্তু ওচৰ চাপি গ'লে গম পাই, সাপডাল মৰা নাই, পৰিহে আছে।

পুৱাই পুৱাই অজগৰ সাপডালে কোনোবাই খুঁচি দিলে, সাপডাল কেৰ্‌মেৰাই উঠিল। বিছনাৰ পৰা উঠা-নুঠাতে বস্তি জুৰি হুলস্থুল লাগিল। বুঢ়া ডাক্তৰক ঘৰলৈ গৈ থাকোঁতে দুটা চাইকেলত উঠি অহা ল'ৰাই গুলীয়াই মাৰিলে। ডাক্তৰ ফাৰ্মেচীৰ পৰা আহি আছিল। একেবাৰে ওচৰৰ পৰা গুলীয়াইছিল। ৰাস্তাৰ কাষৰ শিল দ'মত মানুহটো বাগৰি পৰিল। বহুত টকা ডিমাণ্ড কৰিছিল হেনো। চহৰত ডাক্তৰ এজনো নাই। চৰকাৰী হস্পিতালৰ ডাক্তৰবোৰ সপ্তাহত দুই-তিনিদিন আহে, কেতিয়াবা নাহেই। চৰকাৰী কোৱাৰ্টাৰবোৰ চব খালী, ভাঙি-ছিঙি গৈছে। প্ৰতিটো ঘৰৰ চোতাল ভৰি পৰিছে জাৰ্মেনী বন, টেকীয়া-

কচুৰে। চহৰখন জুৰি আজিকালি এনে ঘৰ বহুত দেখা যায়। লোমালোমে ফুল ফুলা জোপোহা গছবোৰ ছানি ধৰিছে আকাশী-লতাই, ফলৰ ভৰত দোঁ খাই পৰা গছবোৰত কি গছ চিনিব নোৱাৰাকৈ কোবা-ভাতুৰীৰ লতা বগাইছে। এসময়ত সুগন্ধ বিলোৱা ফুলেৰে ভৰা কিন্তু এতিয়া আকাশী-লতাই মেৰাই পেলোৱা নিস্তেজ হালধীয়া পৰি অহা গছ এজোপাৰ দৰে হৈ পৰিছে চহৰখন। উশাহ ল'ব নোৱাৰে, বতাহত নাচিব নোৱাৰে, গ্ৰহণ কৰিব নোৱাৰে সূৰ্যৰ ৰং, ফুল নাই, সেউজীয়া পাত নাই, কেৱল এটা হাহাকাৰ।

বস্তিৰ মানুহবোৰৰ ত্ৰাণকৰ্তা আছিল বুঢ়া ডাক্তৰ। বস্তি খালী কৰি মানুহবোৰ হস্পিতাল পালেগৈ। প'ষ্ট মৰ্টেম কৰাৰ বাবে বাৰাণ্ডাত শুৱাই থৈছে ডাক্তৰৰ হালধীয়া পৰি অহা বৃদ্ধ দেহা। একেই আছে, একেই বগা চুলি, বগা চেলাউৰী, চকুৰ চছমাবোৰো আছে। নাই মাত্ৰ মুখৰ হাঁহিটো, আশ্বাস ভৰা মাতষাৰ, 'বেমাৰ ভাল নহ'লে এই বুঢ়া ডাক্তৰে কিয় চুলি পকালে?' মানুহবোৰ আবেলিলৈকে বহি থাকিল। আবেলি তিনিমান বজাৰ পৰা চহৰত গিজ খাই থকা পুলিচ-মিলিটেৰীৰ মাজত, শাৰী শাৰী বন্ধ দোকানৰ মাজৰ যান-বাহন নোহোৱা ৰাস্তাবোৰেদি মানুহবোৰে বুঢ়া ডাক্তৰৰ শ লৈ শোভাযাত্ৰা কৰিলে। জোনৰ মাক, মণিৰ মাক, মিনতি, মীৰাৰ মাক, মাজে মাজে বুকুখনত ধৰি ধৰি বন্টুৰ মাকেও গোটেইবোৰ ঘূৰিলে। শ্মশানলৈ যাবৰ সময়ত মতা মানুহখিনি থাকিল, মাইকী মানুহখিনি গুচি আহিল।

বস্তিলৈ ঘূৰি আহোঁতে চবেই মন কৰিলে, আজি কেম্পৰ চাৰিওফালে আৰ্মিয়ে হাতত বন্দুক লৈ লৈ পহৰা দি আছে। ঠিক যেন বাঘে চিকাৰ আগলি আছে। চবকে পথাৰলৈ নমাই দিছে। কেম্পৰ আগত কোনো ৰাস্তাইদি যাব পৰা নাই।

ৰাতি চুপি চুপি খবৰ ওলাল কেম্পত পৰি আছে আগৰ বুলেন, এতিয়াৰ বাঘা টেৰৰিষ্ট। কোনোবাই কৈছে অকলে সিয়ে নহয়, লগত আছে হৰি ভড়ুৱাৰ পুতেক, এতিয়াৰ টাইগাৰ। কোনো কোনোৱে কৈছে লগত আৰু আছে। খবৰ ওলাইছে আজি ৰাতিয়ে সিহঁত লগৰকিটাৰ ডেড-বডি নিবলৈ আহিব। সিহঁতৰ হাতে হাতে বিবিধ অস্ত্ৰ। দেখা নাই বুঢ়া ডাক্তৰক কেনেকৈ মাৰিলে? চাৰ্টৰ জেপৰ ওচৰত এটা চিগাৰেটৰ দৰে পোৰা দাগ মাত্ৰ, না আছে তেজ, না আছে ঘা, ডাক্তৰক মৰা গুলীটোৱেই বেলেগ। গাত সোমাই আধা ইঞ্চি গুলীটো তেজৰ ধাৰত ঘূৰিবলৈ ধৰে, যেনি যায়, তেনিয়ে জ্বলাই যায়। ডাক্তৰে দুইলাখ টকা দিছিল হেনো, আৰু পাঁচলাখ বিচাৰিছিল। সংখ্যাকিটা বাঢ়ে কমে, তিনি-সাত, এক-পাঁচ, চাৰি-ছয়।

ৰাতিৰ ৰাতিটো মানুহবোৰ নুশুলে। গোটেই ৰাতি আৰ্মিৰ গাড়ী অহা-যোৱা কৰিছিল। মতা মানুহবোৰক জগাই জগাই পহৰা দিবলৈ লগাইছিল। পুৱাই পাকা খবৰ ওলাল। আৰ্মিয়ে খেদি খেদি গুলীয়াই মাৰি অনা টেৰৰিষ্টটো বুলেনেই হয়। তাৰ হাতত আৰ্মিয়ে পিস্তল, বোমা পাইছে। বুলেনৰ ডেড-বডি ৰাতি-ৰাতি কেম্পৰ পৰা গুৱাহাটীলৈ চালান দিলে।

কেম্পৰ ওচৰে-পাঁজৰে বহা বজাৰখনো বন্ধ হৈ গ'ল। কেৱল খবৰ আৰু খবৰ। বস্তি আজি ৰাতিতে জ্বলি যাব। এটাও মানুহ নাবাচিব। বুলেন মৰাৰ প্ৰতিশোধ বস্তিৰ মানুহৰ ওপৰতে সিহঁতে ল'ব। চহৰত দুটা ডাঙৰ বোমা পাইছে, ফুটা হ'লে গোটেইখন চহৰ শেষ হৈ গ'লহেঁতেন। সঁচা-মিছা তৰহে তৰহে কথা। জুইৰ ফিৰিঙতিৰ দৰে বহু খবৰ বতাহে কঢ়িয়াই আনে, ক'ৰবাত মানুহ দুদল বিভক্ত হৈ এনে কটাকটি কৰিছিল যে নদীৰ পানী ৰঙা হৈ গৈছিল, মৰা শৱে ভৰি পৰিছিল নদীৰ পাৰ। মানুহে শুনে আৰু কয়, চাই থাক, আমাৰ ইয়াতো হ'ব।

বন্ধৰ দহদিন পাৰ হৈ গ'ল। ৰিজাৰ্ভৰ কিৰাপাত সিজাই খাই এঘৰৰ এহাল ল'ৰা-ছোৱালী মৰিল, আন এঘৰত বিহ কাঠফুলা খাই ল'ৰাটো নমৰিল যেনিবা, ডাক্তৰে বচাই দিলে। দিনৌ হাই-কাজিয়া। এচুবা গোবৰ লৈ, এটুকুৰা ৰঙালাও, এটা আলু লৈয়ে হঠাৎ হঠাৎ কাজিয়া আৰম্ভ হৈ যায়। অলপ দিনৰে পৰা হাই-কাজিয়াবোৰো নোহোৱা হৈছে। কেউপিনে থমথম নীৰৱতা। কেম্পৰ বজাৰখন বন্ধ হৈ যোৱাৰে পৰা মানুহখিনি সঁচাকৈয়ে অজগৰ এডালৰ দৰে পৰি দিলে।

হঠাৎ যেন কোনোবাই লেবাই পৰি থকা অজগৰডালৰ কোমল গাত ধাৰাল কুঠাৰ এখন চলাই দিলে। ফিন্‌ফিন্‌কৈ তেজ ওলাববলৈ ধৰিলে। তেজেৰে ভৰি পৰিল মাটি আৰু বতাহ।

চিঠিবোৰ দি থৈ গ'ল ফুলৰ গিৰীয়েক বুঢ়া দৰ্জীৰ হাতত। পিস্তল দেখুৱাই কৈ গৈছে নিদিলে খুপ্‌ৰী উৰাই দিব। পুৱাই পুৱাই বেঁকা পিঠিখনেৰে মানুহটো আটায়ে ঘৰৰ পদূলিত দেখিলে। চিঠিবোৰত প্ৰত্যেকৰ পৰা ত্ৰিছ হাজাৰকৈ টকা ডিমাণ্ড কৰিছে, নহ'লে বুঢ়া ডাক্তৰৰ দশা হোৱাৰ কথা লেখিছে। বুঢ়া ডাক্তৰৰ নাম নাই, কিন্তু ভয় একেটাই খুৱাইছে। বস্তিৰ মানুবোৰ জড়মাৰ দিলে। কাৰো চৌকা দুবেলা নজ্বলা হৈছে, 'তিৰিছ হাজাৰ টকা'— শব্দকেইটাই মানুহবোৰৰ বাবে অচিনাকি। আটাইবোৰে হৰি ভণ্ডুৱাৰ পুতেকৰ লগত যোগাযোগ কৰাটোকে ঠিক কৰিলে। যোগাযোগ কৰিবলৈ লৈ গম পালে টাইগাৰ সিহঁতে ধৰিব নোৱাৰা, কিবা এটা হ'ল। তাক নাপালেও তলৰ এটাৰ লগতে সিহঁতৰ যোগাযোগ হ'ল। ত্ৰিছৰ পৰা পাঁচলৈ নামিল। প্ৰথম কিস্তিত দুহেজাৰ।

জোনৰ মাকে বাৰীৰ এচুকত মাটি লওঁতেই পোৱা গমাৰী গছডাল বেচিলে। পুৰঠ হোৱা নাই। টকা পাঁচশ পালে।

মীৰাৰ মাকে গোটাই থোৱা ৰঙালাওখিনি বেচিলে, হাতৰ খাৰু দুপাত আছিল, সেয়াও বেচিলে।

মিনতিয়ে এশ টকাও গোটাব পৰা নাই। পৰা নাই বস্তাৰ মাকেও।

নবীনে কিস্তাপ-পত্ৰ লোৱা মালিকৰ পৰা টকা তিনিশ খুজি আনিছে। লাতুৰ মাকে তিনিযোৰ পাৰ বেচিলে।

ৰামু দোকানীৰ প্ৰথম বন্ধটোতে ব্যৱসায় পৰিল, মূলটো খাই পেলাই ৰামু এতিয়া

লাওলোবা কৰিব। সি দুশহে যোগাব কৰিব পাৰিছে।

মণিয়ে সিন্দুক খুজি টকা তিনিশ আনিছে।

কোনোবাই তামোল বেচিলে, হাঁহ-কুকুৰা, ছাগলী বেচিলে। লাগনী গছো বেচিলে। কোনোবাই কাঁহী-বাটিকে বেচিলে।

গাইপতি পাঁচ হাজাৰকৈ বিচৰা বস্তিখনত উঠিল মাত্ৰ পাঁচ হেজাৰ টকা। আৰু পোন্ধৰ দিনৰ ভিতৰত বাকী টকা দিয়াৰ হুমকি দি সেই পাঁচ হেজাৰকে ল'লে।

গোটেই বস্তিখনতে যেন সিহঁতে বুঢ়া ডাক্তৰ মৰা সেই বিদেশী আধা ইঞ্চিৰ গুলীটো চলাই দিলে। মানুহবোৰৰ তেজৰ ধাৰত গুলীটো সোমাই পৰি চলি থাকিল। যি ফালেই গ'ল সেইফালেই জ্বলাই নিলে। মানুহবোৰ বুঢ়া ডাক্তৰৰ বৃদ্ধ দেহাৰ দৰে ৰাস্তাৰ শিলৰ দ'মত বাগৰি পৰাদি বাগৰি পৰিবলৈহে বাকী।

ৰাতিয়ে খবৰ ওলাল। টাইগাৰহঁতৰ পাৰ্টিক চৰকাৰে মাতিছে, আলোচনা হ'ব, গতিকে বন্ধটো উঠাই দিছে। পুৱাতে বস্তিজুৰি উখল-মাখল লাগিছে। তাতে আজি বজাৰ বাৰো। গোটেইবোৰ মানুহে বজাৰলৈ লাইন ধৰিলে।

জোনৰ মাকৰ হাতত নেমুটেঙা।

মণিৰ মাকৰ হাতত মূঢ়া, বস্তাৰ মাকৰো।

মিনতিৰ হাতত ঢেঁকীয়া শাক।

লাতুৰ মাকৰ হাতত কাগজৰ ঠোঙা।

ফুলৰ হাতত শুকুৰাই থোৱা বাৰীৰে তেজপাত এমোনা।

নবীনৰ হাতত কিতাপ।

ৰামু দোকানীৰ হাতত জাতিলাও।

কথা-বতৰা পাতি গৈ থকা মানুহজাকক দেখিলে এনে লাগে ইহঁত যেন সদায়ে এনেকৈ হাঁহি-মাতি অহা-যোৱা কৰি আছে, কোনো দুখ নাই সমস্যা নাই। অহা-যোৱা কৰিয়ে আছে। মাত্ৰ হাতৰ বস্তুবোৰ সলনি হয়। মানুহবোৰ একেই থাকে। একেই কোবেৰে দিয়া খোজ, চিএৰ-বাখৰ কৰি ইটোৱে সিটোক মতা, কিবা কথাত খং উঠি ওলোৱা দুটা মাত, সামান্য কথাতে ওলোৱা হাঁহি, উচ্চস্বৰে পতা বিভিন্ন কথা-বতৰা। চব একে থাকে। একেটা ছন্দত বান্ধ খাই থাকে। মাত্ৰ হাতৰ বস্তুবোৰ বেলেগ হয়। মণিৰ মাকৰ হাতত মূঢ়াৰ সলনি মুৰিৰ টিং থাকে, লাতুৰ মাকৰ হাতত্তো মুৰিৰ টিং উঠে, মিনতিৰ হাতত গৰম মচলাৰ পেকেট, জোনৰ মাকৰ হাতত বগৰী আচাৰ। বস্তুবোৰ চবৰে সলনি হয়, কিন্তু হাত খালী নপৰে। কিবা নহয় কিবা এটা লৈ মানুহবোৰ অহা-যোৱা কৰি থাকে।

# ৩৩

সেইদিনা বজাৰ বাৰ আছিল। বজাৰলৈ বুলি ওলোৱা মানুহবোৰে দেখিলে ৰিজাৰ্ভৰ ওচৰত কেইবাখনো চিক্‌চিকাই থকা গাড়ী, সবহ কেইখনৰ ৰং ৰঙা। গাড়ীবোৰৰ পৰা নমা ল'ৰা কেইজনৰ কাপোৰ-কানিবোৰ আনে নিপিন্ধা ধৰণৰ। লগত কাম কৰা মানুহ, গছ কটাৰ যন্ত্ৰ-পাতি। বজাৰলৈ যোৱা মানুহবোৰ থমকি ৰ'ল। চকুৰ আগতে ৰিজাৰ্ভৰ গছত কৰত লাগিল, কুঠাৰ লাগিল। নিজম পৰি থকা হাবিখনত হৈ-হাল্লা লাগি পৰিল। ৰিজাৰ্ভ জুৰি থকা চৰাইবোৰে এনেকুৱাকৈ চিঞৰিবলৈ ধৰিলে, বস্তিৰ মানুহবোৰ আচৰিত হৈ গ'ল। ক'ত আছিল এই চৰাইবোৰ?

জোনৰ মাক, মিনতি, মণিৰ মাকহঁত যিখিনিতে বৈ গৈছিল, সেইখিনিতে ছিটিকি পৰিলহি এটা কপৌ চৰাইৰ বাহ। বাহটোত কণী আছিল আৰু দুটা চকু নুফুটা পোৱালী। সিহঁত কিজনীৰ ভৰিৰ ওচৰতে কণীকেইটা ভাগি গ'ল, মুৰকিটা অলপ সময় লৰাই পোৱালীকিটা মৰি থাকিল। অলপ পিছতে সিহঁতে দেখিলে চৰাই এহালে আহি সেইখনিতে ঘূৰি ঘূৰি চিঞৰিবলৈ ধৰিছে। চৰাইহালৰ মাতটোত লাগি থকা কান্দোনটোৱে কেউজনীকে থৰ্‌মৰ্ খুৱাই পেলালে। মাত্ৰ মিনতিক চৰাইহালে, ভঙা বাহটোৱে চুব পৰা নাই। তাইৰ মুখখনত এক অদ্ভুত আনন্দ। এইখন মুখ আটাইতকৈ ভালকৈ চিনি পাই মণিৰ মাকে। ঠিকেই এখন বগা ডাঙৰ গাড়ীৰ পৰা সি নামিছে। যেন এজন ৰজাহে সোমাই আহিছে, গোটেই মানুহবোৰৰে চকু তাৰ ওপৰত, লগৰ ল'ৰাবোৰো তাৰ ওচৰ চাপি গ'ল। সি এটা ৰংচঙীয়া হাফপেণ্ট পিন্ধিছে, নাৰিকল গছ আৰু বেলিৰ ছবি থকা এটা বুকুখোলা চোলা। ৰ'দৰ বাবে চকুত ক'লা চছমা। ওখ, বগা, জোঙা নাক, ডাঙৰ ডাঙৰ চকুৰ ল'ৰাটোক এই মুহূৰ্তত মিনতিয়ে কোৱাৰ দৰে সঁচাকৈয়ে ফিলিমৰ হিৰ'ৰ দৰে লাগিছে। সি যেন এতিয়াই নিজৰা এটাৰ মাজৰ শিল এটাত বহি এজনী আধাতিতা ছোৱালী লৈ গান গাই উঠিব।

মণিৰ মাকৰ মাজত সেই পুৰণা খংটো উঠি আহিছে। তাই মিনতিক হেঁচুকি দিলে, 'ব'ল, বেগতে ব'ল। ইহঁতে গছ কাটিব, পইচা ঘটিব, আমাৰ কি আহে যায়! ব'ল বুলিছোঁ নহয়।' তাই হন্‌হন্‌কৈ খোজ ল'লে। পাছে পাছে বাকী কিজনীও। মিনতিয়ে ঘূৰি ঘূৰি পাছলৈ চাই আহিছে।

আবেলি যেতিয়া সিহঁত বজাৰৰ পৰা ঘূৰি আহিলে, দুই ট্ৰাক কাঠ ল'ড কৰা হৈ গৈছে। ৰাস্তাৰ কাষৰ এটুকুৰা ঠাই মুকলি হৈ পৰিছে। সিহঁত ৰিৰ্জাভৰ ওচৰত সদায় বোবাদি আজিও ৰ'ল। কিন্তু আনদিনাৰ দৰে হাত-ভৰি মেলি নবহিল। বেলিটো পৰি আহিছে। এজাক চৰায়ে ঘূৰি আহি নিজৰ ঘৰ নাপাই গোল হৈ ঘূৰি-ঘূৰি চিঞৰি চিঞৰি

কমলা ৰঙৰ আকাশখন চিৰা-চিৰ কৰি পেলাইছে। চৰাইবোৰৰ চিঞৰবোৰ বুকুত বান্ধি সিহঁত কিজনী ঘৰমুৱা হ'ল।

চাওঁতে চাওঁতে বিজাৰ্ড মুকলি হ'বলৈ ধৰিলে। বস্তিৰ বহুত মানুহে অন্য ধান্ধা বাদ দি ইহঁতৰ তলত গছ কটা কামত লাগি গৈছে। চাওঁতে চাওঁতে বিজাৰ্ড শেষ হৈ গ'ল। কিছুমানে মাছৰ বিশাল বিশাল পুখুৰী খান্দিছে, গাহৰি, মুৰ্গীৰ ডাঙৰ ডাঙৰ ফাৰ্ম হৈছে। এইবোৰ বোলে চৰকাৰী পইচাৰে কৰিছে। মুখ্যমন্ত্ৰীয়ে নিজে ছাৰেণ্ডাৰীখিনিক লাখে লাখে পইচা বিলাইছে। মুকলি বিজাৰ্ডত কিছুমান মানুহো আহি বহিছেহি। একেবাৰে পাহাৰৰ দাঁতিৰ ফালে কিছু গছ আছেগৈ।

ছাৰেণ্ডাৰীবোৰ সৰহভাগেই গধূলিৰ ফালে ড্ৰাইভাৰণীৰ ঘৰত মদ খাবলৈ যায়। ড্ৰাইভাৰণীয়ে ৰত্নাক আজিকালি গধূলিলৈকে ৰাখে। পকৰি, মিছামাছ, মাংস ভাজিব লাগে, গিলাচ ধুব লাগে। ৰত্নাই এদিন আগফালে পকৰি এথাল দিবলৈ গৈ মিনতিৰ ৰাজকোঁৱৰক দেখিলে। তাই তাৰ পৰা চকু আঁতৰাব নোৱাৰা হ'ল। টিভিৰ সেই ল'ৰাটো। বগা, ওখ, চকুকিটা অলপ বাদামী ৰঙৰ আৰু চকুৰ চাৱনীটো? একো এটা নোকোৱাকৈ বহুত কথা কোৱা চকুহাল। সি ৰত্নাৰ কোমল মায়ালগা মুখখন অলপ সময় চালে। কলেজীয়া জীৱনতে মিনতিক দি আৰম্ভ কৰা নাৰীক লৈ কৰা খেলাৰে অভিজ্ঞ তাৰ মনে ৰত্নাৰ মুগ্ধ চকুহাল চায়ে গম পালে এজনী কোমল হৰিণী তাৰ ফান্দত পৰিল।

'এইজনী কোননো? একেবাৰে টিভিত নমাব পাৰি।' ৰত্নাৰ চকুত ভাহি উঠিছে ধুনীয়া ল'ৰা এটাৰ গাত আচাৰ খাই পৰা সেই ছোৱালীজনী।

'মোৰ ভনী বুলিয়ে ধৰিব পাৰি।' ড্ৰাইভাৰণীৰ মাতষাৰ সৰু, ইহঁতবোৰ মদ খাবলৈ আহিলে তাই অলপ সাৱধানে থাকে। তাই এই ল'ৰাকিটাক ভয় কৰে, সকলোৱে যেনেকৈ কৰে।

'বৰ ধুনীয়া ছোৱালী।' অভিজ্ঞ সি প্ৰথম শৰপাত এৰিছে। ৰত্না সেইখিনিতে বৈ গ'ল যি, এই ল'ৰাটোৱে তাইক ধুনীয়া বুলি কৈছে।

'পিছে ইমান ধুনীয়া ছোৱালীজনীৰ গাত এইবোৰ কাপোৰ নুশুৱায়।' সি তাইৰ দ'কৈ কাটি লোৱা চুৰিদাৰযোৰৰ ডিঙিটো চাইছে।

ৰত্নাৰ ক'বৰ মন গৈছে, উচুপি উচুপি ক'বৰ মন গৈছে, তাইৰ একোৱে নাই। এইবোৰ চব বায়েকে অনা পুৰণা কাপোৰ। এসাজো নতুন কাপোৰ তাই পিন্ধি পোৱা নাই। তাইৰ মুখত সানিবলৈ এটা পাউদাৰ নাই, গা ধুবলৈ এটুকুৰা গোন্ধ থকা চাবোন নাই। তাইৰ একো নাই। কোনে দিব তাইক? সঁচাকৈয়ে তাইৰ চকুৰ পৰা পানী পৰিবলৈ ধৰিলে। সি জাঁপ মাৰি তাইৰ ওচৰ পালেগৈ। তাইৰ হাতত ধৰি টানি আনি ড্ৰাইভাৰণীয়ে সত্তীয়া বেড কভাৰেৰে সজাই থোৱা বিছনাখনতে তাইক বহুৱাই দিলে। সি তাইক গৰা মাৰি গাৰ কাষলৈ টানি আনিলে। 'কান্দিছা কিয়? মই দিম, তোমাক যি লাগে তাকে দিম। মোৰ লগত ওলাবা এদিন।' তাৰ হাত এখন তাইৰ গাটোত যেনি-তেনি বগাবলৈ ধৰিলে।

বস্তাই চকু মুদি দিছে। হাতত গোলাপ ফুল এপাহ লৈ বেবা এখনৰ কিনাৰত বৈ থকা বাদামী ৰঙৰ চকুৰ ল'ৰাটো, সেই ধুনীয়া ছোৱালীজনী। অলপ সময় তেনেকৈ ৰাখি সি তাইক এৰি দিলে। বস্তা বিছনাখনত বহি থাকিল।

ল'ৰাবোৰ হুৰমুৰকৈ ওলাই গ'ল গৈ। সিহঁতে তাক কিবা কৈ কৈ গৈছে। বস্তাই কিছু শুনিলে, কিছু নুশুনিলে।

'জিত দাক কিন্তু মানিব লাগিব দেই।'

'যেনিয়ে যায় তেনিয়ে ঘিউ-মৌ।'

'জিত দাই পখিলা খেদিব নালাগে, আহি গাতে পৰে।'

সিহঁতবোৰ ওলাই যাবলৈহে পালে, ড্ৰাইভাৰণী ৰত্নাৰ গাত বাঘিনী পৰাদি পৰিল।

'তোৰ চুলি এডালো নাথাকিব, লাজ-চৰম নাই? কিয় তাৰ গাত লাগি আছিলি? কেইদিন ধৰি তই তাক জান? তোক মই ইয়াত ৰেণ্ডীগিৰী কৰিবলৈ মতা নাই। তোৰ মাৰে মোৰ তালৈ তোক বিশ্বাসত পঠায়, গৰীব মানুহ। দুটা পইচা, একমুঠি ভাত পাবি, মোৰো সহায় হ'ব কাৰণে তোক মোৰ ঘৰত আহিবলৈ দিওঁ। তই কি কাৰণত ইমান মানুহৰ আগত তাক তোৰ গাত হাত দিবলৈ দিলি?' ড্ৰাইভাৰণীয়ে তাইৰ চুলি জোকাৰি দিলে।

ৰত্নাই একো কোৱা নাই। চুলিখিনি ঠিক কৰি ওলাই গ'লগৈ। তাই আৰু ড্ৰাইভাৰণীৰ তালৈ নহা হ'ল। ইয়াত চুলি জোকাৰিবলৈকে কোনোবা আছে, ঘৰত কথা এষাৰ সুধিবলৈকো কোনো নাই। মাক অনবৰতে ব্যস্ত, বাপেকতো বাপেকেই। বাপেকে তাৰ পৰা টকা-সিকাও পাইছে। ৰত্নাৰ কাপোৰ বদলিছে, হাঁহি বদলিছে, জোতা বদলিছে। তাইক সকলোৱে মুকলিকৈ তাৰ মটৰ চাইকেলৰ পাছত বা গাড়ীৰ আগৰ ছিটত দেখে।

ট্ৰাকে ট্ৰাকে গছ বাগৰিছে, সজীৱ অৰণ্য এখন কবৰস্থানৰ দৰে হৈ আহিছে। আৰু এজনী মানুহৰ বুকুত দিনে দিনে এখন সেউজীয়া অৰণ্য নিঃচিহ্ন হৈ যাব ধৰিছে। মিনতিয়ে নিগনি মৰা দৰব খাই মুখেৰে ফেন উলিয়াই পৰি থকা দেখিলে নবীনে। যিদিনা নিগনি মৰা দৰব খাই মিনতি মৰিবলৈ ওলাইছিল সেইদিনাই ৰত্নাই তাৰ গাড়ীত সিয়েই দিয়া কাপোৰ-কানি বান্ধি চিনেমাত নামিবলৈ গুচি গৈছিলগৈ। মিনতি নমৰিল। জোনৰ মাকক বচোৱাদি তাইকো সিহঁতে বচাই তুলিলে।

এমাহৰ মূৰত ৰত্না ঘূৰি আহিল। ইতিমধ্যে বিজাৰ্ভ সম্পূৰ্ণ ৰূপে শেষ। যাওঁতে গৈছিল গাড়ীত, আহোঁতে বাছত। ৰত্নাও এতিয়া উজাৰ কৰা হাবি এখন।

মাকে যিদিনা কথাটো গম পালে সেইদিনা প্ৰথমতে তাইক উৰাই-ঘূৰাই কোবালে। গছৰ মূঢ়াবে ভৰি যোৱা হাবিখনৰ দৰেই তাই নিথৰ। কোবাওঁতে কোবাওঁতে তাইৰ হাত-ভৰি ফাটি গ'ল। তাই কেঁত্-কুতেই কৰা নাই। পিৰালীত বহি বাপেকটোৱে চিঞৰি আছে, 'ল'ৰা নোহোৱা বাপেক মই, মোৰ কি আছে? এটা ল'ৰা থকা হ'লে আজি তাইক সি ঠগাব পাৰিলেহেঁতেননে? সি গৈ তাক টোচোৰাই আনিলেগৈহেঁতেন। মোৰ ল'ৰাই তাইক এনেকৈ যাবলৈ দিলেহেঁতেননে? মোৰ ল'ৰা... মোৰ ল'ৰাই...।' এক কাল্পনিক

ল'বাই বুঢ়াক কি কৰিলেহেঁতেন, কি দিলেহেঁতেন তাকে বকি বকি মানুহটো পিৰালীতে বহি থাকিল, কিবা এটা হ'লেই সদায় যেনেকৈ থাকে।

মণিৰ মাকে বজাৰৰ পৰা আহি ঘৰৰ কামখিনি কৰি শেষ কৰাই নাছিল, বল্লাক হাতত ধৰি বল্লাৰ মাক তাইৰ ওচৰলৈ আহিল। আজি মণি নাই, সিঙৰ গাড়ীখন লৈ গুৱাহাটীলৈ গৈছে, কাইলৈ আহিব। তাইৰ মনটো বেয়া লাগি আছিল। বল্লাইতক দেখি ভাল লাগি গ'ল, হওক তেওঁ কথা পতাৰ লগ এটা ওলাল।

বল্লাক তাই ওচৰৰ পৰা চালে। কিমান কথা শুনিছে এই ছোৱালীজনীৰ। বৰলে বিজ্ঞাই পেলোৱা জিকা এটাৰ দৰে হোৱা ছোৱালীজনীক তাই অলপ সময় চাই থাকিল।

'মণিৰ মা, তই মোৰ লগত এফালে যাবি?'

'ক'লৈ?'

'এইক পুতি থৈ আহোঁগে।'

'কি ক'ব এ বল্লাৰ মাক?'

'যাবি নে নাযাব ক'। তোক বিশ্বাসত ল'ব পাৰোঁ বাবেহে আহিছোঁ। মাইকী মানুহৰ আটাইতকৈ ডাঙৰ বিপদত পৰিছে এই।'

'কেইমাহ?'

'চাৰিমাহ।'

'কি কৰিবি এতিয়া?'

'মই কি কৰিব লাগে কৰিম, যোগাৰো আনিছোঁ। মানুহ এজনী লাগে লগত। সেই কাৰণেই তোৰ ওচৰলৈ আহিলোঁ।'

হঠাৎ মানুহজনীয়ে তাইৰ হাতখনতে ধৰি উচুপি পেলালে, 'মণিৰ মা, অকলে মই সাহ কৰা নাই।' তই কেৱল মোৰ লগত যাব লাগে।

'ক'লৈ যাব লাগিব?'

'কৈঁচাইখাইতী থানলৈ।'

তাই বস্তিৰ বহুতৰ মুখতে এই থানৰ কথা শুনিছে। তাত হেনো মাইকী মানুহ বলী দিছিল। সাধাৰণতে কোনো মানুহ সেইফালে নাযায়। দৰকাৰো নপৰে। তাৰোপৰি এটা ভয়। তালৈ গ'লে গাত কিবা লাগি আহে। আহিয়ে হয় জ্বৰ হ'ব, নহয় তেজ হাগনী হ'ব। কোনোবা কোনোবা মৰিছেও হেনো। হাবিৰ মাজত এটা ভগ্ন মন্দিৰ পৰি আছে হেনো। সেই ভগ্ন মন্দিৰত নুবা খাই থাকে ক'লী কেটীৰ এটা ডাঙৰ পৰিয়াল।

তাই সেপ ঢুকিছে, 'কৈঁচাইখাইতী থান।'

'একো নহয় ব'ল, আমি মন্দিৰৰ ফালে নাযাওঁ নহয়, মই গৈ চাই আহিছোঁ। এজোপা বৰগছ আছে। তাৰ তলতে কামটো কৰি গুচি আহিম।' 'বেলেগ ঠাই আৰু নাই, তয়ে ক' ক'লৈ যাম? ছোৱালীজনীৰ জীৱনটোৰ কথা আছে।'

তাই মানুহজনীৰ মুখখন চাই থাকিব পৰা নাই। কেনেকৈ কান্দোনত বেঁকা হৈ হৈ

...াহিছে। তাতকৈয়ে অসহ্য লাগিছে বৰল এটাই ৰস শুহি খাই ভিতৰে ভিতৰে গেলাই পেলোৱা বাহিৰত কেৱল বাকলিটো থকা জিকা বা লাও এটাৰ দৰে ছোৱালীজনীৰ মুখখন। কেনেকৈ আছে ছোৱালীজনী। তাতকৈ যদি তাই মাটিতে বহি আঁঠুত মূৰ দি উচুপি থাকিলেহেঁতেন।

'ব'ল তেনেহ'লে।' তাই দুৱাৰত তলা লগালে।

কালী বুঢ়ীৰ মন্দিৰৰ আগত ৰত্নাৰ মাকে সেৱা কৰিছে, তামৰ থালখনত দুটামান পইচা থৈছে।

'মন্দিৰটো একেবাৰে জহি গৈছে, দেখিছনে ছালখন কেনে হৈছে। কিবা কৰি মাৰ মূৰ্তিটো বাচি আছে। ডাঙৰকৈ বৰষুণ দিলে মূৰ্তিটো পৰে। দেখা নাই মাৰ গাৰ ক'লা ৰং কেনেকৈ এৰাইছে।'

'তইনো কি কৰিবি? ল'ৰাটো বুকুত বান্ধি কোনোমতে চলি আছ।' মন্দিৰ এটা ভাল কৰা কি মুখৰ কথা?'

'মইনো ক'ত পাৰিম? কিমাননো শকতি আছে মোৰ? কালী বুঢ়ীয়ে এসাঁজ খাই এসাঁজ নাখাই মাৰ প্ৰতিপাল কৰিছিল। কালী বুঢ়ীৰ মাজত সঁচাকৈয়ে মাৰ শক্তি আছিল। বুঢ়ীয়ে মোক মাৰ দায়িত্ব দি গ'ল, বলখিনি দি নগ'ল।'

ৰত্না মাক আৰু তাইৰ পাছে পাছে আহিছে। তাই এবাৰ বমিও কৰিলে। দেখিলেই গম পাই তাই দেহাটো চোঁচোৰাই আনিছে। কালী বুঢ়ীয়ে এইক দেখিলে কি ক'লেহেঁতেন? বুঢ়ীৰ টেংটেঙীয়া উচ্চ স্বৰৰ মাতটো তাইৰ কাণত বাজি উঠিল, 'কান্দ আৰু কান্দ। মেয়ে মানুষৰ এই কান্না মৰদক দেখুৱাবৰ বাবে। তবেচে ভাতাৰ একটা আহিব, শৰীৰ দলাই-মলাই কৰি ক'ব, আহা-হা বেচাৰী। মেয়ে মানুষ সুখে আঠখানা। দলাই-মলাইৰ পাছত আচল সুখ।' বুঢ়ীৰ পাতল কঁপি কঁপি উঠা দেহাটো তাৰ চকুৰ আগত স্পষ্টকৈ ভাহি উঠিল। বুঢ়ী জকি উঠিছে, 'পেট লাগে যদি আৰু কান্না জোৰ... বস্তিৰ চৰগুলো ভাতাৰ আহি যাব,' বুঢ়ীয়ে তাইক এখন ছবি দেখুৱাইছে, 'মাৰ শক্তি চা, পুৰুষক কি ভাবে পদাঘাত কৰিছে...' বুঢ়ীয়ে এটা সূৰ্যমুখী জলকীয়া তাইৰ চকুৰ আগত তুলি ধৰিছে। বহুসময় বুঢ়ীৰ মুখখন চকুৰ আগত ভাহি থাকিল।

সিহঁত আহি থান সোমাইছেহি। থান শব্দটো ভুল হ'ব, কাৰো ভৰি নপৰা এটুকুৰা পৰিত্যক্ত জয়াল ঠাই। বেলি মাৰ যাবলৈ কিছু সময় আছে। তথাপি ঠাইখিনি পাতল আন্ধাৰে ইতিমধ্যে খেৰি পেলাইছে। যেনি-যেনি গজি উঠা গছবোৰত জংঘলী লতা বগাইছে, লতাবোৰে গছবোৰক এনেকৈ মেৰিয়াই ধৰিছে যে প্ৰতিজোপা গছকে পাতল আন্ধাৰত একোটা বিভিন্ন ধৰণে বহি থকা জন্তু যেন লাগিছে। তাইৰ গাটো সিৰ্‌সিৰাই উঠিল।

ইতিমধ্যে ৰত্নাক শুৱাই মাকে কাম আৰম্ভ কৰি দিছে। তাই ওচৰ চাপি আহিব খোজোঁতে কিবা এটাত উজুতি খালে। এটুকুৰা অদ্ভুত ধৰণৰ শিল, শিলটোৰ মাজখিনি ন জোনটোৰ দৰে কটা, কটাখিনি ঠিক এটা মানুহৰ ডিঙি বহিব পৰা। তাই শিলটুকুৰা চুই চালে।

এইখিনি ঠাইত বজাই মনে মনে মাইকী মানুহক বলী দিছিল। এই মানুহৰ ডিঙি এটা বহিব পৰা শিলটোত সুমুৱাই লৈছিল নেকি এজনী মাইকী মানুহৰ কোমল ডিঙি। তাই শিলটোৰ পৰা হাতখন এক্ৰাই আনিলে। ঠাইখিনিত এসোপা বিহপৰুৱাই পিলপিলাই আছে। তাইৰ বাহুত কামোৰ মাৰি দিলে, উসউসাই উঠিল তাই। কেইবাটাও পৰুৱা বন্থাৰ মুখে-কপালে বগাই আছে। নিশ্চয় কামুৰিছে। ডিঙিটোত কেইবাটাও পৰুৱা আঠা লাগি ধৰিছে। ছোৱালীজনীয়ে কেঁত্-কুতেই কৰা নাই। কেনেকৈ চাই থকা যায় এই ছোৱালীজনী? মাকে ডিঙিৰ পৰা পৰুৱাকিটা আঁতৰাই তাইক অলপ হেঁচুকি শিলটোৰ খাঁজটোত মূৰটো পাতি দিলে। ডিঙিটো জোনবাইৰ দৰে খাঁজটোত ভৰাই তাই যেন অলপ আৰাম পালে, মূৰত গাৰু এটা দিয়াৰ দৰে হ'ল।

মাকে বন্থাৰ ভৰি দুখন ফাঁক কৰি এডাল শিপা ভৰাই দিলে। তাই মুখেৰে অলপ গোঙাইছে। হঠাৎ বন্থাৰ মাকে বুকুখনত ধৰি মুখখন বিকৃত কৰি দিলে। এফালে তেজৰ ডোঙাত পৰি থকা ছোৱালীজনী আৰু আনফালে বুকুত হাত দি ক্ৰমে নীলা পৰি অহা মাকজনী। তাই চকুৰে সৰিয়হ ফুল দেখিলে। কি কৰে এতিয়া? কোনজনীক চাই?

'মণিৰ মাক, তই বস্তুটো হাত ভৰাই উলিয়াই আন।'

তাই বৈ আছে। কি কৰে এতিয়া? ছোৱালীজনীয়ে বুকুখন মোহাৰি আছে। মানুহজনী ঘামিছে, কপালৰ পৰা টোপ্‌টোপ্‌কৈ ঘাম নিগৰিছে।

'মণিৰ মা, উলিয়াই আন, নহ'লে ফুলটোৱে উজাই গৈ কলিজাত কামোৰ ধৰিব। তেতিয়া তাই আৰু নাবাচিব। আন, মণিৰ মা বস্তুটো নামি আহিছে, উলিয়াই আন।" মানুহজনী এইবাৰ ফোপাই ফোপাই বননিত বাগৰি পৰিছে। লৰচৰ কৰাৰ ক্ষমতা নোহোৱা হৈ আহিছে।

তাই বন্থাৰ গাত হাতখন ভৰাই দিলে, ওলাই আহিল এটুকুৰা মাংস, লপ্‌থপ্ কৰি আছে। বননিত বাগৰি বাগৰি বুকুত হাত দি বন্থাৰ মাকে চাই আছে, 'পেলাই দে সেইটো।'

তাই দুহাতত তুলি ল'লে মাংসপিণ্ডটো। ওচৰৰ পৰা চাই দেখিলে এবেগেতমান এইটো এটা ল'ৰা, বাঁহৰ খৰিকা যেন হাত-ভৰি, সৰু মুখ এখন, গাৰ ছাল হোৱা নাই, চকুহাল মুদ খাই আছে। তাই দৌৰি যোৱাদি গৈ বস্তুটো দলিয়াই দিলে। খাপ পিতি থকা শিয়াল নে কিবা এটাই বস্তুটো লৈ গ'ল। বন্থাৰ গা জুই যেন তপত। তাই উঠি বহিছে।

'যা, তই ঘৰলৈ যাগে। মই আৰু কিজানি উঠিব নোৱাৰিম।' সঁচাকৈয়ে এহাতে বুকুখনত ধৰি মানুহজনী পৰি গ'ল। বন্থাই দৌৰ মাৰি ওচৰৰে ডোঙা এটাৰ পৰা পানী আনি মাকৰ চকুৱে-মুখে মাৰি দিলে। মানুহজনীয়ে চকু মেলিলে।

'মা।' বন্থাই মাকৰ মুখখন পানীৰে ধুৱাই দিলে।

'মোনাতে চোলা আছে।' মাকে জীয়েকৰ তেজেৰে লেট-পেটীয়া স্কাৰ্টটোলৈ আঙুলিয়াইছে। বন্থাই কাপোৰ সলাই ল'লে। বৈ থকা তেজবোৰৰ ব্যৱস্থাও কৰি ল'লে। কামখিনি কৰোঁতে তাই মাজে মাজে কেঁকাই উঠিছে। বন্থাই মাকক তুলি ল'লে। মাকে

একালে জীয়েক একালে মণিৰ মাকৰ বাহুত হেঁচা দি উঠিল।

তিনিওজনী কেঁচাইখাতী থানৰ পৰা ওলাই আহিল।

ৰত্নাৰ মাকে বৰকৈ ফোপাইছে। বস্তিৰ ৰাস্তাত সোমাওঁতেই মানুহজনী মাটিতে পৰি গ'ল, মুখখন কেঁহেৰাজ বৰণ কৰি মানুহজনীয়ে পৰিয়ে চকুকিটা মুদি দিলে। তৎক্ষণাত গোটেইখন হুলস্থূল লাগি গ'ল। ৰত্নাৰ নতুন চোলাটোত আকৌ দাগ লাগি আহিছে। মণিৰ মাকে তাইক ঘৰলৈ গৈ শুই থাকিবলৈ ক'লে।

ৰত্নাৰ মাকক দাহ কৰিবলৈ নিয়া, ডাঙৰ জীয়েকে গুৱাহাটীৰ পৰা টকা-সিকা লৈ অহা, যি পাৰে শ্ৰাদ্ধ-শান্তি কৰা— এইবোৰৰ মাজে মাজে ৰত্না উঠি বহিল। তাইৰ কাপোৰত যেতিয়াই-তেতিয়াই লগা তেজৰ দাগবোৰো কাৰো চকুত নপৰিল। তাই সদায় থকাদি কৰ্দৈডালৰ তলৰ শিলটোতে বেছি সময় বহি থাকিল।

ৰত্নাক চবৰে নতুনকৈ চকুত পৰিল এটা বজাৰ বাৰৰ দিনা। তাই দুহাতত দুযোৰ মূঢ়া লৈ মানুহবোৰৰ লগত গৈ থাকিল। চবেই তাইক একোষাৰ মাত দিলে।

'ৰত্না, মাৰ মৰাৰ পৰা তই বৰ ক্ষীণালি।'

'মূঢ়া তই নিজেই বনাইছনে?'

'বাপেৰ ভালে আছে?'

'বায়েৰ গুৱাহাটীতে আছেনে?'

ৰত্নাই মূঢ়াকিটা লৈ ওলোৱাৰ দিনা বাপেকে কপাল চপৰীয়াই একে ধৰণেৰে বকি উঠিছিল, 'মোৰ এটা ল'ৰা থকা হ'লে ভনীয়েকক এনেকৈ বজাৰলৈ পঠালেহেঁতেননে? কেতিয়াও নপঠালেহেঁতেন। মোৰ পোৰা কপাল।'

## ৩৪

আজি মণিহঁতৰ ঘৰত বস্তিৰ চব মানুহ আহি গোট খাইছেহি। মিনতি, জোনৰ মাক, ৰত্না চবেই মণিৰ মাকক সহায় কৰিছে। মিঠাই, চিংৰা, ৰঙা চাহ যিয়ে য'তে পাৰে ৰহি খাইছে। সৰহভাগ গাড়ীখনৰ ওচৰে-পাঁজৰে আছে। অ'ত-ত'ত ৰং এৰোৱা গাখীৰ বগা গাড়ীখন কোনোবাই চুই চাইছে, কোনোবাই ধূলিকে মচিছে। তায়ো আঁৰে আঁৰে গাড়ীখন চাইছে। তেনেহ'লে মণি সঁচাকৈয়ে ডেকা ল'ৰা হ'ল, নিজাকৈ গাড়ী কিনিব পৰা হ'ল। মানুহবোৰ যোৱাৰ পাছত মণিয়ে ৰাতি গাড়ীখনত উঠি চাবি পকালে।

'আহ মা, নতুন গাড়ীত উঠিবি। কাইলৈৰ পৰা গাড়ী ষ্টেণ্ডত দিম।'

তাই মণিয়ে অনা নতুন মেখেলা-চাদৰযোৰ পিন্ধিলে। কাপোৰযোৰ পিন্ধি তাইৰ মুখত এটা হাঁহি খেলি গ'ল। শাহুআই যেন লাগিছে। হঠাৎ তাইৰ সেই চন্দ্ৰহাৰডাল এবাৰ চাবৰ মন গ'ল। চন্দ্ৰহাৰডাল পিন্ধি তাইৰ কাষত থিয় হ'লহি এজনী লজ্জাকুণ্ঠ গাভৰু। তাই টপ্‌ৰকৈ চুমা এটা খালে ছোৱালীজনীৰ গালত। বহু সময় ধৰি মিচিকিয়া হাঁহি এটা তাইৰ মুখত লাগি থাকিল।

গাড়ীখন চলিছে। অকণমান ভাল ৰাস্তা পালেই গাড়ীখন পানীত নাও যোৱাৰ দৰে যায়। গাঁতবোৰ বচাই বচাই সি গৈ আছে। জোনাক নিশা, নমাই দিয়া আইনাৰে বাহিৰৰ বতাহ ভিতৰলৈ আহিছে, তাইৰ চকুহাল মুদ খাই খাই আহিছে।

'মা, মাহে তিনি হেজাৰকৈ দি কুলদীপৰ বাপেকৰ ধাৰটো মাৰি দিম।'

'তিনি হাজাৰ?' তাই উচপ খাই উঠিছে।

'উপাৰ্জন হ'ব নহয় মা।' মণিয়ে হাঁহিছে।

গাড়ীখনৰ ভিতৰলৈ সোমাই অহা বতাহ আৰু মোলায়েম হৈছে। মণিয়ে গাড়ীখন ৰাধিকা নদীৰ পাৰে পাৰে চলাইছে। তাই আজি বহুত দিনৰ মূৰত পিঠিত চেগুণৰ দৰে ধপলা হাত এখনৰ স্পৰ্শ অনুভৱ কৰিছে। কাণত ভাহি উঠিছে এটা মৰমেৰে চপচপীয়া মাত, 'মালতী, তই তেনেহ'লে মোৰ ল'ৰাটো ডাঙৰ কৰিলি? খুটি খাব পৰাও কৰিলি।'

তাইৰ চকুহাল উপচি আহিছে আজি মানুহটোৱে দেখা হ'লে।

'হল্ট।' কৰ্কশ মাত এটাত মণিয়ে হঠাৎ ব্ৰেক মাৰি গাড়ী ৰখাই দিলে। এজাক আৰ্মি। দুটামানে ভিতৰলৈ জুমি চালে।

'লাইচেঞ্চ।'

মণিয়ে কাগজ-পত্ৰ দেখুৱাইছে।

'ইধাৰ আও।' মিলিটেৰীয়ে মণিক গাড়ীখন নদীৰ ফালে মুখ কৰি লাইট জ্বলাই থ'বলৈ অৰ্ডাৰ দিলে। গাড়ীখনৰ ফট্‌ফটীয়া হেড লাইটৰ পোহৰত নদীৰ পাৰৰ বোকাত জিলিকি উঠিল

পিয়াপি দি থকা গামবুট পিন্ধা এজাক আর্মি। সিহঁতে নদীৰ পাৰৰ বোকাত কিবা বিচাৰিছে।

'সিহঁতে কি বিচাৰিছে?' তাইৰ মাতটো ভয়তে বহি বহি গৈছে। আৰ্মি কেইটামানে কোৰেৰে দুই-এঠাইত খান্দিছেও। দুই-এঠাইত চিপৰাং দিও খান্দিছে।

'মানুহ-দুনুহ পুতি থৈছে নেকি।' মণিৰ মুখখনো শেতা পৰি গৈছে।

গাড়ীৰ লাইটটো নুমাই থাকিল। মৰ আঁউসীৰ নিশা হঠাৎ নদীৰ পাৰখন আন্ধাৰ হৈ গ'ল। মণিয়ে বুজাই দিলে তাৰ গাড়ীত পেট্ৰল নাই। আৰ্মিয়ে মণিক যাবলৈ দিলে। বস্তিলৈ আহি মণিয়ে প্ৰায়খিনি মানুহকে নদীৰ বোকাত আৰ্মিয়ে কিবা বিচাৰি থকাৰ খবৰটো দিলেহি। খবৰটো জনা-জনি ভালকৈ নৌহওঁতেই আৰ্মি আহি বস্তিত সোমালহি। চব মতা মানুহকে হাতত জোৰ লৈ আৰ্মিয়ে নদীৰ পাৰে পাৰে মৰা মানুহ বিচাৰিবলৈ লগাই দিলে। নবীন আৰু মণি দুইটা ওচৰা-উচৰিকৈ আছে। মণিৰে চকুত পৰিলে এপাৰি মানুহৰ দাঁত বোকাৰ মাজত আধা পোত গৈ আছে, ওপৰত বগাই আছে দুটা শামুক। গোটেইখন হুলস্থুল লাগি পৰিল। তেতিয়া প্ৰায় মাজ নিশা, আকাশত আঁউসীৰ জোন। আৰ্মি আৰু বাকী মানুহবোৰে ঠাইখিনি খান্দিবলৈ ধৰিলে। প্ৰায় চাৰিফুট বোকাৰ তলত এখন মানুহৰ হাত দেখা গ'ল। লাহে লাহে সাতটা ডেকা ল'ৰাৰ মৃতদেহ উঠি আহিল। একেবাৰে শেষত উঠি আহিল এটা দীঘল মৰাশ। মৰাশটোৰ হাতৰ আঙুঠি এটা দেখি নবীনে চিঞৰ মাৰি উঠিল। তাৰ চিঞৰত আৰ্মি এটা ওচৰ চাপি আহি বন্দুকৰ কুন্দাৰে গতিয়াই দিলে, 'চুপ ৰহো।' ল'ৰাকিটা বন্দুকৰ গাদীৰে কোবাই, গুলীয়াই মাৰি নিমখ ঢালি নৈৰ পাৰৰ বোকাত পুতি থৈছিল। মৰাশ যেতিয়া আৰ্মিয়ে লৈ গ'ল তেতিয়া আকাশ বগা হৈছিল। মতা মানুহবোৰ ঘূৰি আহোঁতে প্ৰায় সকলোৰে ঘৰত মাইকী মানুহবোৰ জাগি আছিল।

মাকে মণিক বাহিৰে বাহিৰে গা ধোৱা দেখি ওচৰ চাপি গ'ল। একো নোকোৱাকৈয়ে মাকে চব বুজিলে। মাকে ধুনাৰ মলা এটাতে নাৰিকলৰ বাকলি আৰু খেৰ জ্বলাই লৈ মণিৰ ওচৰলৈ লৈ গ'ল। মণিয়ে হাত সেকিলে। দুৱাৰমুখতো তাই খেৰ আৰু কাঠৰ চলি দুটুকুৰামান জ্বলাই দিলে। কাপোৰ-কানি কলৰ পাৰতে থৈ সি তিয়নী গামোচা এখন পিন্ধি ঘৰ সোমাল। তাই তুলসীপাত দুটামান ছিঙি বাটি এটাতে লৈ পানীখিনি মণিৰ গাত ছটিয়াই দিলে। তাৰপাছত সি আহি বিছনাত পৰিলহি। সি আৰু মাকে সেইদিনা পানী এগিলাচো নাখালে।

পুৰা চহৰখন কোনেও বন্ধ নিদিয়াকৈ বন্ধ হৈ গ'ল। কেউপিনে চুপি চুপি বোকাত পুতি থোৱা ডেকাকিটাৰ কথা ৰাষ্ট্ৰ হৈ গৈছে। পুলিচ-মিলিটেৰীৰে গোটেইখন ভৰি পৰিছে। বস্তিৰ মানুহবোৰ সেইদিনা কোনো ওলাই নগ'ল। আৰ ঘৰৰ পিৰালীত, তাৰ ঘৰৰ চোতালত মানুহবোৰ জুমে-জুমে বহি আছে। হঠাৎ দেখিলে এজাক আৰ্মি আহি মিনতিৰ ঘৰ বেৰি ল'লেহি। গাড়ীত উঠিবলৈ তাইক সিহঁতে হেঁচা মাৰি ধৰিছে। তাই নাযায়। চোতালতে বহি মিনতিয়ে হাওঁ-হাওঁকৈ কান্দিবলৈ ধৰিলে।

'তহঁতে মোক নি কি কৰিবি মোৰ জনা আছে।' ল'ৰাটোৱে মাকক গৰা মাৰি মাৰি

ধৰিছে। বস্তিৰ প্ৰায় মানুহ আহি মিনতিৰ ঘৰৰ ওচৰে-পাঁজৰে গোট খালেহি। মাইকী মানুহখিনিও আহিল।

গোটেইবোৰে চাই আছে। কাৰো মুখত একো কথা নাই।

সেয়া এটাই তাইক বন্দুকেৰে ঠেলি দিছে। তাইৰ চিঞৰ আৰু বাঢ়িছে। আকৌ এটাই তাইক গালি পাৰিছে। কি কৰে সিহঁতে? তাইক চুলিত ধৰি চোঁচোৰাই নিব খুজিছে।

মণিৰ মাক চোঁ মাৰি আগুৱাই গ'ল। মানুহজনী বতাহত কলপাত কঁপাদি কঁপিছে।

'কি কৰিছে এই? বোকাত পুতি থোৱা মানুহকিটা এই মাৰিছে?'

জোনৰ মাক, মীৰাৰ মাক, বস্তা, লাতুৰ বৌয়েক গোটেইবোৰে আহি মিনতিক আৱৰি ধৰিলেহি। মতা মানুহবোৰো ওচৰ চাপি আহিল।

নবীন মিনতিৰ কাষ চাপিলহি। তাৰ মুখখন ৰঙা পৰি আছে। এটাই মিনতিক আকৌ বন্দুকৰ কুন্দাৰে হেঁচি দিছে। এইবাৰ তাই মণিৰ মাকৰ গাতে পৰি উচুপি উঠিল। নবীনে মিনতিক বন্দুকৰ কুন্দাৰে হেঁচা মাৰি দিয়াটোৰ হাতত খামোচ মাৰি ধৰিলে। লাহে লাহে কাষৰে-পাঁজৰে বৈ থকা গোটেইবোৰ মানুহ ওচৰ চাপি আহিল। মানুহবোৰ গোঁৱাৰ হৈ পৰিছে। ভয়-ভীত নোহোৱা হৈছে।

'নক'ব কিয়? কি কৰিছে মানুহজনীয়ে? কি কাৰণে তাইক গাড়ীত তুলি নিব লাগে?'

'কি কৰিছে তাই?'

'এইজনী মানুহে সাতোটাকে ডেকা ল'ৰা মাৰিব পাৰিব নেকি?'

'গাঁত খান্দি পুতিব পাৰিব নেকি?'

'নৈৰ পাৰলৈ চোঁচোৰাই নিব পাৰিব নেকি?'

'সাতোটা ডেকা ল'ৰাৰ শ পুতিবলৈ নিমখ আনিব পাৰিব?'

'কিয় হাৰাশাস্তি কৰিছ তাইক?'

মানুহবোৰে ঘনকৈ গঁথা মণি এধাৰৰ দৰে ক্ৰমে ক্ৰমে আৱৰি ধৰিছেহি। পুলিচ-মিলিটেৰীয়ে ঘনকৈ গাঁথি থকা মণিধাৰৰ ভিতৰ সোমাব পৰা নাই। মানুহবোৰ আৰু ঘন হৈছে। মিনতিৰ কান্দোন বন্ধ হৈছে।

এটা সময়ত পুলিচ-মিলিটেৰীবোৰ গুচি গ'লগৈ।

সেইদিনা ৰাতি নবীনে মিনতিক নিজৰ ঘৰলৈ লৈ গ'লগৈ। ৰাতিটো তাই তাতে থাকিল। লাহে লাহে দেখা গ'ল মিনতিয়ে নবীনৰ ভাতকিটা ৰান্ধি দিছে, ঘৰ মচি দিছে, গধূলি সি অহালৈ বাট চাই আছে। যিদিনা মিনতিয়ে তাইৰ ভাৰাঘৰটো এৰি দিলে সেইদিনা বস্তিৰ চৰৰে চকুত পৰিল কথাটো। ওচৰা-উচৰিকৈ থাকে, অহা-যোৱা আছে, ঘৰটো এৰিলত চৰৰে কথাটো চকুত পৰি গ'ল।

মিনতিই নবীনৰ লগত থাকিবলৈ লোৱাৰ লগতে এটা মুগ্ধাৰ ইপিঠি-সিপিঠি হৈ আন এটা কথা আকৌ ওলাইছে, নবীনৰ আলু-বেঙেনা কটা ঘটনাটো। সেইদিনা মিনতিয়ে

নবীনৰ ঘৰৰ চোতালতে কিবা কৰি আছিল। ল'ৰাটো স্কুললৈ গৈছিল। তাইৰ কাষতে গোল হৈ শুই আছিল কালু। কালু এটা মিচমিচীয়া ক'লা ঢেকুৰা কুকুৰ। মিনতিয়ে ক'ৰবাৰ পৰা আনিছিল। এতিয়া ডাঙৰ হৈ নোদোকাটো হৈ পৰিছে। মাজতে ফাপৰে ধৰিছিল। নবীনেই কিবা দৰব দি দি ভাল কৰিলে। মিনতিয়ে নবীনৰ ঘৰত এজোপা শেৱালি ফুল কৰ খুজিছিল। ফুলজোপা তাই গাঁতটোত পুতিব খুজি দেখিলে কেংকেঙাই কালু তাইৰ ফালে দৌৰি আহিছে। কালু তেজেৰে ৰঙা হৈ আহিছে, যিফালে কালু গৈছে সেইফালেই তেজৰ ধাৰ এটা বৈ গৈছে। যন্ত্ৰণাত কুকুৰটো চোতালখনত কেংকেঙাই বাগৰি ফুৰিছে, সি বাৰে বাৰে তাইৰ ভৰিৰ ওচৰলৈ আহিবলৈ চেষ্টা কৰিছে। চেঙালুটী পাৰি থকা কুকুৰটোৰ গাত হাত ফুৰাই দিবলৈ গৈ তাই চিঞৰ মাৰি উঠিল, কুকুৰটোৰ যৌনাংগ কোনোবাই চোকা অস্ত্ৰেৰে সমানকৈ কাটি পঠাইছে। তাই যেন শুনিবলৈ পালে ড্ৰাইভাৰণীৰ ঘৰত গোট খোৱা দুটামান মদাহীৰ চেপা হাঁহি। হাঁহিটোৱে নে কুকুৰটোৰ কেংকেঙনীয়ে ঠিক ধৰিব নোৱাৰিলে তাইৰ মগজুটোত জুই জ্বলাই দিলে।

তাই ৰাস্তালৈ ওলাই আহিল। গাৰ কাপোৰখন কঁকালত পাক মাৰি ল'লে। তাৰ পাছত উৰুত চপৰিয়াই চপৰিয়াই তাই উচ্চ স্বৰে চিঞৰিবলৈ ধৰিলে।

'ওলাই নাহ কিয়? তহঁতৰ আলু-বেঙেনাৰ ইমান জোৰ যদি ওলাই নাহ কিয়?'

কালুৰ চিঞৰ আৰু তাইৰ মাত যেন দুইটা ক'ৰবাৰ এক বিন্দুত মিলি গৈছে, 'শুন, কাণ পাতি শুন, মোক আলু-বেঙেনা থকা মতা নালাগে, ঢেৰ দেখিলোঁ এনে মতা।' মিনতিয়ে বুকু চপৰিয়াইছে, 'মোক ইয়াত মৰম থকা মানুহ লাগে, আলু-বেঙেনাৰ জোৰত দেমাকি দেখুওৱা মতা ষাঁড় গৰু নালাগে।'

মিনতিয়ে এইবাৰ মাটিত বহি উচুপি উঠিল, 'মই মতা ষাঁড় গৰু নহয়, মানুহ এটা পাইছোঁ। মোক কিয় শান্তিৰে থাকিবলৈ নিদিয়?'

তাৰ পাছত তাই উঠি গৈ চেঙালুটী পাৰি থকা কালুৰ ক্ষতস্থান ধুৱাই দিলে। ভিতৰৰ পৰা মলম এটা আনি লগাই দি তাই কুকুৰটোক পৰম মমতাৰে গৰা মাৰি ধৰিলে। সিয়ো আৰাম পাই কুঁ-কুঁৱাই গৃহস্থনীৰ ভৰিৰ তলত সোমালগৈ। কুকুৰটো গৰা মাৰি ধৰি তাই বহুত সময় বহি থাকিল।

তাইৰ হঠাৎ বন্নাক এবাৰ লগ পাবৰ মন গ'ল। বন্নাই জানেনে তাৰ সেই আঙঠিটোৰ কথা? হীৰা এটুকুৰা বহওৱা আঙঠিটো সি পাহাৰলৈ যাওঁতে আন কিবা-কিবিৰ সৈতে তাইৰ হাতত থৈ গৈছিল। বহুত দিন আছিল আঙঠিটো তাইৰ হাতত। সি থ'বলৈ দিয়া বস্তুবোৰৰ নবীনে চাইছিল। বন্নাই জানেনে বাৰু নবীনে নিজ চকুৰে এটা চকু ওলাই অহা নিমখ ঢালি পুতি থোৱা দীঘল শটোৰ হাতত সেই আঙঠিটো দেখিছিল। সি বাৰু বন্নাক অকল চিনেমা কৰিবলৈকে লৈ গৈ এমাহ ৰাখিছিল নে? সি বাৰু বন্নাকো কৈছিল নে 'তোমাক মই বিপদত নেপেলাওঁ' বন্না হোৱালী মানুহ, তেনেই সৰু ছোৱালী। তাই বাৰু বুজিছিলনে কথাবাৰ? বন্নাই সেই এমাহত কি ভাবিছিল, চৰেই তাইক হিংসা কৰে, নে তাই ভাবিছিল কিলিমৰ

হ'ব'ৰ দৰে ল'ৰাটোৰ সৈতে তায়ো ফিল্মৰ নায়িকা হ'ব, নদীত সাঁতুৰিব, ফুলনিত নাচিব। সি বাক তাইকো কৈছিল নেকি? 'মোৰ ঘৰটো সজা হ'লেই তোমাক মই বিয়া কৰাম?' তাইৰো দেহাই তাৰ কাৰণে কান্দিছিলনে? কান্দেনে এতিয়াও? তাইতো আওঠাৰ কথাটো নাজানে? তাইৰ সেই মুখখনত চকু পৰিলেই মনটো চৰাই এজনীৰ দৰে উৰিব খুজিছিল নে?

মিনতিয়ে সঁচাকৈয়ে বস্তাৰ ঘৰলৈ বুলি খোজ ল'লে। ঘৰত বস্তা আছিল, তাই কোৰ মাৰি চোতালতে লাও এজোপা নিৰাই আছিল। মিনতিক দেখি তাই চাই থাকিল। সেই ল'ৰাটোৱে এইজনী মানুহকো...। মিনতিয়ে বস্তাৰ শুকান দেহাটো চাই আছে। বস্তাই এবাৰ মিনতিৰ চকুলৈ চাই তাইৰ গাতে পৰি উচুপি উঠিল।

'সঁচা কথা ক' বস্তা, তোক বিপদত কোনে পেলালে, সি?'

'নহয়, সি সদায়...।'

'তেনেহ'লে?'

'তাৰ বন্ধুবোৰে মোক দিনে তিনি/চাৰি বাৰকৈ... সেই চিনেমাৰ চুটিং হ'ব বুলি নিয়া হাবিৰ মাজৰ বঙলাটো...।'

বৰলে ফুটোৱা বেঁকা ভাঁজ ধৰা জিকা এটাৰ দৰে ছোৱালীজনীয়ে মাটিতে বহি উচুপি উঠিল। তেজ গৈ গৈ ছোৱালীজনী শেতা হৈ পৰিছে। মিনতিয়ে দেখিলে তাই বহি থকা ঠাইখিনিত ভাঙি দিয়া গেলা জিকাৰ পৰা ওলোৱা বিজলুৱা ৰসৰ দৰে ঘোলা মটীয়া ৰঙৰ বস্তু অলপে মাটি ভিজাই তুলিছে। তাইৰ নাকত এটা পূঁজৰ গোন্ধ লাগিল। ঠিক পূঁজ নহয় গেলা তেজ-পূঁজ একেলগে ওলালে হোৱা এটা গোন্ধ। এইটো গোন্ধ বস্তিৰ প্ৰায়বোৰ মাইকী মানুহৰে চিনাকি।

'তই দৰব-পাতি খাইছনে নাই?'

'নাই।'

'কি হয়?'

'পেট বিষায়।'

'আৰু?'

'মৰা তেজ আৰু পূঁজ ওলাই থাকে।'

'ওলাবি মোৰ লগত কাইলৈ চৰকাৰী হস্পিতাললৈ।'

'বায়েৰে জানেনে নাই?'

'জানে।'

'বস্তাই আকৌ কান্দিছে, মিনতিয়ে তাইক পৰম মমতাৰে গৰা মাৰি ধৰিলেগে, এইজনী যেন বস্তা নহয় তেজেৰে বস্তা হৈ অহা কালুহে। কালুৱে কুঁ-কুঁৱাই অহাদি তায়ো তাইৰ ওচৰলৈ কাষ চাপি আহিছে।

'তই এটা কথা জান? তাক নিমখৰ গাঁতটোত, তাৰ হাতৰ আঙঠিটো, হীৰাৰ আঙঠিটো নবীনে নিজে দেখি আহিছে।' অলপ সময় দুইজনীক ৰগা দীঘল আঙুলি এটাত ব'দ পৰি চিক্‌মিক্ কৰি থকা হীৰাৰ আঙঠি এটাই চকুত চাং মাৰি ধৰিলে। লাহে লাহে চিক্‌মিকনিটো

গেলা মগুহ্ আৰু নিমখ ঢালি থোৱা গাঁত এটাত পোত গ'ল।

বত্নাৰ পিঠিত হাত থ'বলৈ গৈ তাই গোন্ধটো আৰু ওচৰৰ পৰা পালে। জগুৰ ঘৈণীয়েকৰ গাৰ পৰাও প্ৰথমতে ঠিক এই ধৰণৰে গোন্ধ ওলাইছিল।

'শুন বত্না, বৰ কম বয়সতে তই মতা বাঁড়ৰ গচক খালি। সাৱধান হ'বি, ইহঁতৰ দেমাকৰ আগত পৰি নিদিবি। তোৰ আৰু বহুত দিন আছে।'

'মই মৰি যাম, মই জানো মই মৰিবলৈ আৰু বেছি দিন নাই। যোৱা আঁউসীত মা মৰিছিল, মই অহা আঁউসীত...। মই মৰিম, মৰিমেই মই।'

'মৰাটো ইমান সহজ কথা নহয় অ বত্না। মোক চাচোন, মই কেইবাৰ মৰিব খুজিছিলোঁ জান? এয়া চা, মৰিব খুজি খুজিও মই মৰা নাই।'

'আজিকালি নবীন দাৰ লগত...।'

'কোনে ক'লে তোক?'

'সি ভাল মানুহ।'

'আছে অ বত্না, বুকু এখন থকা মানুহো আছে।'

বত্না মনে মনে আছে।

'মোক ঘিনে ধৰিছে, বুজিছ বত্না মোক ঘিনে ধৰিছে। ময়ে বা কি পালোঁ? তোৰে বা কি হ'ল?'

'সিহঁতৰ বৰ জোৰ।' বত্নাৰ চকুত স্পষ্ট খং।

'ঠিকেই কৈছ তই। সিঁহতৰ বৰ দেমাক, বৰ জোৰ, বন্দুক-বোমাৰ জোৰ, টকাৰ জোৰ, আলু-বেঙেনাৰ জোৰ।'

'কেনেকৈ সিহঁতৰ ইমান জোৰ হ'ল?'

'চবেই মিলি সিহঁতক এই জোৰ দিছে। আচলতে ভয় বুজিছ, চবেই সিহঁতক ভয় কৰে।'

চকুৰ আগত হীৰাৰ আঙঠি এটাৰ চক্‌মকনি মাৰ গৈ গৈ নিমখ ঢালি লোৱা গাঁত এটাৰ গেলা মগুহৃত পোত যোৱা চাই চাই দুইজনী বহি থাকিল।

'কাইলৈ ওলাবি মোৰ লগত।'

মিনতি ওলাই আহিল। বত্নাৰ বাপেক সোমাই আহিছে, 'মোৰ ল'ৰা এটা থকা হ'লে... মোৰ এটা ল'ৰা।' ঘৈণীয়েক মৰাৰ পৰা বুঢ়াৰ ল'ৰা এটাৰ প্ৰতি হামৰাও বাঢ়িছে। চবেই কয় বুঢ়াৰ মূৰটো গ'ল।

'ভাত দে বুলিছোঁ নহয়।' বত্নাক বুঢ়াই পাছকালৰ পৰা গোৰ এটা মাৰিছে।

চৌকাত জুইকুৰা জ্বলাই দি বত্নাই ভোৰভোৰাই উঠিল। 'ইয়াৰো বৰ দেমাক।'

বুঢ়াই বকিয়ে আছে, 'মোৰ ল'ৰা এটা থকা হ'লে... ল'ৰাটোৱে মাছ... গাখীৰ...' থকা হ'লে ল'ৰা এটা মোৰ।'

বত্নাই একো নকৈ একমনে ভাত বান্ধিবলৈ লাগিল।

৩৫

মণি ভাৰা লৈ দূৰলৈ গৈছে, আজি নাহে। সি নাথাকিলে ঘৰখন উদং হৈ পৰে। মাকজনীৰ কাৰণে কিমান যে চিন্তা তাৰ। পুৰা কৰিব নোৱাৰিলেও ভিতৰতে পানী, গা-ধোৱা ঘৰ, পায়খানা থকা এটা কোঠা আৰম্ভ কৰিছে অকল মাকজনীৰ কথা ভাবিয়েই। মাটি এটুকুৰা কিনিব লগা হোৱা হ'লে ক'তনো ঘৰ-দুৱাৰত হাত দিব পাৰিলেহেঁতেন? কালী বুঢ়ীৰ মাটিখিনিৰ পৰা উঠি যাব বুলি শুনি আটায়ে হাক দিলে, কালীমাৰ থানখন জহি যাব, বস্তিৰ আটায়ে আহি কিবা এটা হ'লেই মাৰ ওচৰত ভৰষা কৰেহি। থাকক মণিহঁত তাতে। মণিয়ে হাতলৈ দুটা পইচা অহাতেই প্ৰথমতে কালী বুঢ়ীৰ খেৰ-বাঁহৰ মাৰ থানখন পকী কৰাই দিলে। অৱশ্যে তাৰ পাছতে কোনে কি কৰিলে হিচাপ নথকাকৈয়ে থানখন হৈ গ'ল। ভালকৈ মনত আছে বজত মিস্ত্ৰীৰ নামটো। কামৰ পৰা আহি ৰাতি ৰাতি সিয়ে বহুতখিনি কাম আদায় কৰি দিলে। বস্তাই আহি সদায়ে সৰা-মোচা কৰেহি। তাই মণিৰ মাকৰ ঘৰুৱা কাম-বনতো সহায় কৰি দিয়েছি। প্ৰায়ে ভাতসাঁজ খাই যায়গৈ। ছোৱালী মানুহ, এইটো বয়সত হাঁহি এটা নমৰাকৈ থাকিবনো কেনেকৈ? সেই কথাবোৰ তায়ো নুলিয়াই, বস্তায়ো নুলিয়ায়। তাইৰ চেহেৰাটোও অলপ ভাল হৈছে। মিনতিজনীয়ে জানো কমখন কৰিলে? চৰকাৰী হস্পিতাললৈ নি নি দৰব-জাতি দি দি ছোৱালীজনী ভাল কৰিলে। আগতে মুৰি ভাজি বজাৰলৈ অহা-যোৱা কৰোঁতে বিছনাত পৰোঁতেই টোপনি আহিছিল। আজিকালি দিনৰ দিনটো শুই-বহি কটোৱাৰ দৰেই হয়। ঘৰতনো কাম কিমান? মণি প্ৰায়ে নাথাকেই, সি ৰাতিৰ সাঁজটোহে ঘৰত খাই। বস্তা আছেই। ছোৱালীজনীবো হাত দুখনে কট্‌কটাই থাকে। একো বন নাথাকিলে আলনাৰ কাপোৰবোৰকে নমাই আকৌ জাপে। শুই-বহি থকা মানুহজনীৰনো ক'ত বিছনাত পৰাৰ লগে লগে টোপনি আহে? টোপনি নাহিলেই ভাবনাৰ চিন্তা। আৰু মণিয়ে গাড়ী চলাবলৈ লোৱাৰ আগতেনো ক'ত আৰু তাই অকলশৰে আছিল? আজি মণি ইচ্ছা কৰিলে ঘূৰি আহিব পাৰিলেহেঁতেন। কিয় নাহিল অলপ অলপ ধৰিব পৰা হৈছে। সি সুধিলে ভাগৰৰ কথা, ৰাতিৰ বিপদৰ কথা ক'ব। সিনো ভাগৰলৈ পৰোৱাই কৰেনে? নে ৰাতিৰ বিপদলৈকে পৰোৱাই কৰে? গুৱাহাটীৰ পৰা আহোঁতে তাৰ লগৰ মিণ্টুহঁতৰ নদীৰ পাৰৰ পদূলিত নাহৰ দুজোপা থকা ঘৰখনৰ ওচৰ পালেই চাগে তাক ভাগৰে হেঁচা মাৰি ধৰে, ৰাতিৰ বিপদবোৰ বেছিকৈ মনত পৰে। তাইৰ মুখখনত হাঁহি এটা খেলি গ'ল। যোৱা মাহত হাজোৰ মন্দিৰলৈ তাইক লৈ যাওঁতে মণিয়ে তাৰ বন্ধুৰ ঘৰত সুমুৱাই নিছিল। বোধহয় খবৰ দিয়া আছিল। পদূলিৰ পৰা পাছচোতাললৈকে বগা মাটিৰে মচা আছিল। চিক্‌চিকিয়া কাঁহৰ কাঁহীত হাতে-বোৱা কাপোৰ এসাজ পিন্ধি মুখ মেলাই কপালত ডাঙৰ বগা ফোঁট এটা লৈ মিণ্টুৰ ভনীয়েক

বীণাই মণি আৰু তাইক লাডু-পিঠা দিছিল। কামিলা, শান্ত, মৰম লগা ছোৱালীজনীলৈ তাইৰো চেনেহ জাগিছিল। মণিয়ে পাকঘৰত গৈ আৰু একাপ চাহ খুজি খাইছিল। তাই বীণাৰ মাকৰ লগত কথা পাতি থাকোঁতে মণিৰ ফুৰ্তিৰে ওপচা চেপা মাত এটা শুনিছিল, 'মই আহিলে এইবোৰ কিয় নাপাওঁ?' উত্তৰত একেই ফুৰ্তিৰে ওপচা এটা চেপা নাৰীকণ্ঠ 'শাহআই প্ৰথম আহিছে যে' বাগৰ সলাই তাই বিছনাতে শব্দ কৰি হাঁহি দিলে। মণিয়ে অলপ দিনৰে পৰা ক'বলৈ লৈছে, এটা কোঠাৰে বৰ দিগদাৰী হয়, আৰু এটা কোঠা বঢ়াব লাগে। মণিৰ বিয়াখন পাতিব লাগিব। বহুত সময় ডাঙৰ ৰঙা ফোঁট লোৱা, কেঁকোৰা চুলিৰ শান্ত ছোৱালী এজনী তাইৰ কাষে কাষে ঘূৰি থাকিল।

'মণিৰ মা এ, উঠচোন উঠ।'

মিনতিৰ মাজনিশাৰ মাত। কি হ'ল তাইৰ আজি? কিমান দিনৰ মূৰত আজি তাই তেনেকৈ আহিছে।

'মামী, মামী।' নবীনৰ মাত।

কি হ'ল? মণি গাড়ী লৈ গৈছে। তাইৰ বুকুখন ধপ্‌ধপাবলৈ ধৰিলে।

'কি হ'ল?'

দুইটা হৰমূৰকৈ সোমাই আহিল। নবীন, মিনতি আৰু ল'ৰাটো তিনিওটাৰ মুখত স্পষ্ট ভয়। নবীনৰ কাগজৰ দৰে বগা মুখখন দেখি তাইৰো গাটো জিকাৰ মাৰি মাৰি উঠিল। মতা মানুহটোৱে এনেকৈ ভয় খাইছে।

নবীনে পূৰা দুগিলাচ পানী খালে। মিনতিয়ে পানীও খাব পৰা নাই। থৰ্থৰ্কৈ মানুহজনী কঁপি আছে।

'তাৰ লগৰ কোনোবা আহিছে?'

'নাই অহা।'

'কিবা বস্তু থ'বলৈ দিছে?'

'নাই দিয়া'

'কি হৈছে খুলি নক'ৰ কিয়?'

'দুটা মানুহ ড্ৰাইভাৰণীৰ ঘৰৰ পাছফালে...।'

মিনতিয়ে কথাষাৰ শেষ কৰিব পৰা নাই।

'হয় মামী, আমি ৰাতিখন মাটি খন্দা দেখি ওলাই গ'লোঁ। ড্ৰাইভাৰণীৰ পায়খানাৰ ওচৰত দুটা মানুহ পেলাই থৈছে।'

'এটা মতা, এজনী মাইকী মানুহ।'

'কোনে পেলাইছে?'

'ক'ব নোৱাৰোঁ। মানুহবোৰৰ মুখ বন্ধা।'

মিনতিৰ ল'ৰাটো ইতিমধ্যে শুই পৰিছে।

'কি ভাবা কৈছে?'

'বঙালী ভাবা, ড্ৰাইভাৰণীয়ে কোৱাদি কৈছে।'

'ড্ৰাইভাৰ?'

'সি মদ খাই বেহুঁছ। সি পলালে যেন পাওঁ।'

'সদায় সি তেনেকৈয়ে থাকে। পলালে যেনেই পাওঁ।'

'কিয় মানুহকিটা ড্ৰাইভাৰণীয়ে ঘৰত পুতিবলৈ দিছে?'

'তাইক টকা লাগে।'

'টকা নাই তাইৰ? বস্তিত তাইৰ দৰে বস্তু-বেহানি থকা পকী ঘৰ আৰু কাৰ আছে?'

'তাইৰ ব্যৱসায় মন্দা হৈ আহিছে, বিছনাত তুলিবলৈও মানুহ নাপায়, মদো আগৰ দৰে বিক্ৰী নহয়।'

মিনতি আৰু তাই কথা পাতি থাকোঁতে নবীন তলমূৰকৈ বহি আছিল। হঠাৎ সি কৈ উঠিল, 'আকৌ এখন লাগিব, টকাৰ কাৰণে মানুহজনীয়ে লাচ দুটা নিজৰ বাৰীত পুতিবলৈ দিব নালাগিছিল।'

'মানুহ কিহাল অসমীয়া মানুহ।'

'পোহৰ হ'বই এতিয়া, দুটাকে মানুহ পুতিব পাৰিব? পুলিচে খবৰ পালে,... আৰ্মি আহিব...।'

আটাইকেউটাৰে চকুত ভাহি উঠিল পুলিচ-মিলিটেৰীয়ে গচকি থকা সেই বস্তিখন। মতা মানুহবোৰ বিজাৰ্ভলৈ গৈছিল, হোৱাই-নোহোৱাই মানুহবোৰ ধৰি নিছিল। আকৌ হ'ব, চববোৰ আকৌ হ'ব।

'মই শুনিছোঁ, আহিবৰ সময়ত সিহঁতে ড্ৰাইভাৰণীৰ ভাষাতে কথা পাতিছে, লাচকিটা পায়খানাৰ টেংকিত থ'ব, কাপোৰ-কানি আৰু চুৰি পুতি থ'ব' মিনতিৰ মাতটো বহি বহি গৈছে।

'সিহঁতে আমাক দেখিছে।' নবীনৰ মাতটোও বহি গৈছে।

'দুদিনমান মোৰ ইয়াতে ৰাতি থাকিবি। এনেও মণি আজিকালি ৰাতি নাথাকে।'

'মণিক হ্যক দিবি মামী। কোনো ড্ৰাইভাৰে গাড়ী নিব নোখোজা ঠাইলৈ সি গুচি যায়। চাগেচোন কোনে তাৰ দৰে ৰাতিৰ ভাৰা মাৰে।'

'সি এটা কোঠা সাজিব খুজিছে। দুটা পইচাৰ কাৰণেই সি এনে কৰিছে।'

বাহিৰখন পোহৰ হৈ আহিছে। তাই চাহ তিনিকাপ বাকিবলৈ পাকঘৰ পালেগৈ। মণিয়ে গেছ আনিছে। পুৱাৰ ব'দ পৰি গেছটো জিলিকি উঠিল। চালৰ আঁচলেৰে ৰূপালী গেছটো মচি তাই নীলা জুইকুৰালৈ চাই থাকিল। নালাগে, সি ৰাতি ৰাতি আনে নিব নোখোজা ঠাইলৈ গাড়ী নি টকা উপাৰ্জন কৰি ঘৰঘৰ সাজিবলৈ। কালী বুঢ়ীৰ ঘৰটো পৰি আছে। তাই তাতে থাকিব, এইটো মণিয়ে ল'ব। ক'ব তাই, মণি আহিলেই ক'ব।

চাহ খাই নবীনহঁত গ'লগৈ।

পাছদিনা পুৱাই বস্তিত হৈ-হাল্লা লাগিল। গোৱালকুচিৰ ফালৰ পৰা আহি বিজাৰ্ভত

নতুনকৈ থিতাপি লোৱা হৰিদাস আৰু তেওঁৰ ঘৈণীয়েক নাইকিয়া হৈছে। মানুহজনে ঘৰে ঘৰে পাট-মুগাৰ কাপোৰ বিক্ৰী কৰিছিল। টিঙৰ চালি এখন দি মানুহহাল কোনোমতে আছিল। মৰা সাপো ডেই নোযোৱা মানুহহাল ক'তনো যাব পাৰে। ক'ৰবাত মিতিৰ ফুৰিবলৈ গ'লেও ঘৰ-দুৱাৰ খুলি থৈ নাযায়। কেৰাহীত মাছৰ জোল, থালত বঢ়া ভাত এৰি মানুহ ক'ৰবালৈ যায়নে? ওচৰ-চুবুৰীয়া বুলিবলৈ তেনেকৈ কোনো নাই। একেবাৰে অকলশৰীয়াকৈ মানুহহাল আছিল। ৰিজাৰ্ভৰ গোলমলীয়া মাটিত দুই-এঘৰ মানুহ বহিলেও এতিয়াও বেছি মানুহ বহা নাই। ঘৰটোৰ ওচৰে-পাঁজৰে থকা গছৰ মূঢ়াবোৰে কেনেকৈ কয় মানুহহাল ক'ত নোহোৱা হ'ল? ঘৰটোত আশ্ৰয় লোৱা ভতুৱা কুকুৰটোক নো কি সোধা যায়? নে বঢ়া ভাত, পাৰি থোৱা বিছনাকে সোধা যায়, ক'লৈ গ'ল মানুহহাল? দুপৰীয়াৰ ফাললৈ পুলিচ-আৰ্মি আহি গোটেইখন ভৰি পৰিল। আৰ্মিয়ে এহাল কুকুৰ আনিলে। বস্তিৰ আৰু ৰিজাৰ্ভত পাতলীয়াকৈ বহা দুই-এঘৰ মানুহ, মাছ পোহা পুখুৰী, গাহৰি আৰু কুকুৰাৰ ফাৰ্মবোৰৰ ৰখীয়াকিটা— চববোৰ কুকুৰকিটাৰ পৰা অলপ আঁতৰি আঁতৰি গোট খালেহি। কুকুৰহাল এটা মিচমিচিয়া ক'লা, এটা গাখীৰৰ দৰে বগা, গাত খাকি ৰঙৰ কোটৰ দৰে পোছাক। কুকুৰ দুটাক যি কিডাল শিকলীৰে বান্ধিছে, তাৰে হাতী বান্ধিব পাৰি। শকত-আৱত ওখ-পাখ মিলিটেৰী কেইজনে কুকুৰকিটাক বৰ কষ্ট কৰিহে ধৰি ৰাখিছে। কুকুৰকিটা প্ৰথমতে বঢ়া ভাত এৰি থৈ যোৱা ঘৰটোত সোমালেগৈ। তাৰ পাছত শুঙি শুঙি ৰিজাৰ্ভৰ পাছফালে গ'ল। তাৰ পাছত ৰিজাৰ্ভৰ পাছেদি থকা লুংলুঙীয়া বাটটোৰেদি বস্তিত সোমাল। আগে আগে কুকুৰকিটা পাছে পাছে এজাক মানুহ লুংলুঙীয়া বাটটোত সোমাল। শুঙা-শুঙি কৰি ৰয়, মানুহখিনিও ৰয়। কুকুৰ গৈ বস্তিত সোমালগৈ। এই ৰিজাৰ্ভৰ লুংলুঙীয়া বাটটোৰে বস্তিত সোমালে প্ৰথমতে মিনতিৰ ঘৰটো পাই, তাৰ লগতে লগা নবীনৰ ঘৰটো। তাৰ উত্তৰ ফালেই ড্ৰাইভাৰণীৰ চকোৱাৰ বেৰা দিয়া পকীঘৰ। কুকুৰকিটা একবাই থোৱা চকোৱাৰ মাজেৰে জঁপিয়াই ড্ৰাইভাৰণীৰ চৌহদত সোমাল। মানুহবোৰ ভিতৰত সোমাব নোৱাৰি এনি-তেনি বৈ থাকিল। ভিতৰত কুকুৰৰ ভীষণ ভৌ-ভৌৱনী, মানুহবোৰে লগতে ড্ৰাইভাৰণীৰ সেই টেংটেঙীয়া মাতষাৰ শুনিলে, 'মোক এৰি দে ঐ।' তাৰ পাছত একে লেঠাৰিয়ে অহা নাকী সুৰৰ কান্দোন, বাঢ়ি অহা কুকুৰৰ গৰ্জন। কৌতূহলত দুই-একে চকোৱাৰ ফাঁকেদি জুমি চাবলৈ যত্ন কৰিছিল মাত্ৰ, আৰ্মিয়ে আহি টঙনিয়াই টঙনিয়াই গোটেইবোৰকে খেদি পেলালে। মানুহবোৰ গুচি গ'লগৈ। বস্তিত অ'ত-তত জুম বান্ধি থকা মানুহবোৰৰ মাজত ভুকি থকা কুকুৰকিটাৰ ঠেঙৰ ওচৰত পৰি থকা তেজ লগা কাপোৰ কিখনৰ কথা বাষ্ট্ৰ হৈ গ'ল।

কথাটো ইকাণ-সিকাণ হওতে-নৌহওতেই আটায়ে দেখিলে ড্ৰাইভাৰণীৰ ঘৰ পুলিচ-মিলিটেৰীয়ে চকোৱাৰ দৰে ঘনকৈ ঘেৰি পেলালে। ঘন ঘনকৈ গাড়ী আহিল। মানুহবোৰ তাপ মাৰিলে। খবৰৰ পাছত খবৰ ওলাইছে।

বাঁহৰ জোপৰ তলত তেজ লগা কাপোৰ ওলাইছে।

পায়খানাৰ টেংকীত ওলোৰা মৰাশকিটাৰ মূৰত চুলি নাই, মুখ কিথন আধা জ্বলি গৈছে।

ড্ৰাইভৰণীক বহুত টকা দিছে। টকাৰ থকতে তাই এই কাম কৰিবলৈ ৰাজী হ'ল।

মানুহহাল মৰা পাৰ্টিটোৰ এটা ধৰা পৰিছে।

ড্ৰাইভাৰণীৰে জাতি-গোষ্ঠীৰ মানুহ।

ইয়াৰ মানুহ বেছি নাই। শিলিগুৰিৰ পৰা আহিছে।

অস্ত্ৰ-শস্ত্ৰও আহিছে শিলিগুৰিৰ পৰা।

মানুহখিনিয়ে হ'ব লগা ভয়াবহ ঘটনাবোৰৰ কথাও পাতিছে।

সিহঁতে আৰু সহ্য নকৰে।

কলিকতাৰ পৰা বোমাই-বাৰুদে মানুহ আহিছে।

সিহঁতৰ হাতত এনে বন্দুক, ঘূৰালেই চৰাই মৰাদি মানুহ মৰে।

সিহঁতৰ গোটেইবোৰে বোমা বনাব জানে।

জংঘলী পাৰ্টিটোৱে ইহঁতক সহিব নোৱাৰে।

গোটেইগালকে কচুকটা দিব।

আৰ্মিৰ লগত থকা কেউবাজনহে ইহঁতৰ লগ। তাৰ পাছত মানুহবোৰে বুজিবলৈ চেষ্টা কৰে ঘটনাবোৰে সিহঁতৰ গাত কেনেকৈ পৰিবহি।

আমি আৰু কোনো ইয়াত থাকিব নোৱাৰিম।

ৰাস্তাত গৈ মৰিব লাগিব।

চব ৰোজগাৰ-ধাণ্ডা বন্ধ হৈ যাব।

শিলিগুৰিৰ পাৰ্টিয়ে কেনেকৈ মানুহহাল মাৰিলে দেখা নাই?

জংঘলী পাৰ্টিৰ লগত কোন পাৰ্টি আছে নাজান?

সেইটো পাৰ্টিৰ আগত ইহঁত কোন কুটা? কাৰ বাপেকৰ বল আছে ইহঁতক ৰক্ষা কৰাৰ?

চব মৰিব। ইটো পাৰ্টিৰ মানুহে এইবোৰ মানুহ মাৰিব, সিটো পাৰ্টিয়ে সিবোৰ মাৰিব।

চব মৰিব লাগিব।

একমুঠি চাউল, একমুঠি আটা নাপাব।

কোনো বাচি নাথাকিব।

মানুহবোৰ গধূলিৰ ফালে নিশ্চুপ হৈ বহি পৰিছিল। প্ৰায় চবেই দেখিলে দুটা পায়খানাৰ টেংকীৰ পানীৰে ভিজা মানুহ এহালৰ মৰাশ পুলিচৰ গাড়ীত তুলি গৈ গৈছে। মানুহবোৰে বন্ধ উশাহ ঘূৰাবলৈ নৌপাওঁতেই শুনিলে গোটেই গধূলিটো ফালি-চিৰি পেলোৱা এটা চিএৰ, ঠিক চিএৰ নহয় একেখাৰে পৰা গালি। গালিৰ শব্দবোৰ, টেংটেঙীয়া মাতটো বস্তিৰ আটাইৰে চিনাকি কিন্তু গালিৰ অশ্ৰাব্য শব্দবোৰৰ মাজে মাজে অহা কান্দোনৰ আৰ্তনাদখিনি অচিনাকি। পুলিচে ড্ৰাইভাৰণীক গাড়ীত তুলিছে। ধৰা পৰা এটাই ড্ৰাইভাৰণীৰ

হাতত নগদ টকা দিয়াৰ কথা কৈছে। ড্ৰাইভাৰ সেই ৰাতিয়েই ঘৰৰ পৰা পলাল।

'চাল্লা, হাৰামজাদা, মাইকীৰ কামানিৰে খোৱা হাৰামজাদা, সি মোৰ পইচা লৈ ল'লে ঐ, মই ইহঁতৰ স্কুলৰ কিতাপ দিম, টকা দিম, মোৰ বেমাৰ দেখুৱাবলৈ থৈছিলোঁ, সি লৈ গ'ল। মোক এৰি দেঐ। তাক বিচাৰি আন, মাইকীৰ ওপৰত বৰ মতা দেখুৱাই, তাক ধৰি আন, মাইকীৰ কামানিৰে খোৱাটোক ধৰি আন।'

বহুত দেৰীলৈকে মানুহবোৰে গাড়ীৰ শব্দৰ লগতে শুনি থাকিল কান্দোন আৰু গালিৰে মিলি-মিচি অদ্ভুত ৰূপ লোৱা মাতটো। আন্ধাৰৰ লগে-লগে অদ্ভুত মাতটো গোটেই বস্তিখনতে বহি ল'লে। বতাহ ওপৰলৈ উঠি গ'ল। বতাহৰ ঠাইত এটা গোন্ধ আৰু অদ্ভুত এটা মাত। মানুহবোৰে উশাহেদি বুকুত ভৰাই ল'লে এই গোন্ধ আৰু অদ্ভুত মাতটো।

মানুহবোৰে ভোকে-লঘোণে বুকু গধুৰ কৰি বতাহ-বতাহ কৰি আফালীয়াই থাকিল। চবৰে নজ্বলোৱা চৌকাবোৰত বহি পৰিল সেই কুকুৰকিটা, মিচমিচিয়া ক'লা আৰু গাখীৰৰ দৰে বগা, খালী ভোকাতুৰ পেটবোৰত সোমাল বিষ্ঠাৰ পানীৰে লেট-পেট দুটা মৰাশৰ গোন্ধ, কাণেদি গৈ মূৰত ঘূৰপাক খাবলৈ ধৰিলে এজনী মানুহৰ এটা অদ্ভুত চিএৰ।

চহৰখনত কাৰ্ফিউ ঘোষণা কৰা হ'ল।

কাৰ্ফিউ চলি আছে। কেতিয়া খোলে কোনেও নাজানে। এইটো বন্ধ আগৰ বন্ধবোৰতকৈ একেবাৰে সুকীয়া। ক'তো এখন বজাৰ বহি যোৱা নাই বা কোনোবাই বাৰীত মুঠা হ'বলৈ ধৰা জিকা বা ভোলকিটা পাচিত ভৰাই বিক্ৰী কৰিবলৈ লৈ যোৱা নাই, অথবা আবেলি নদীত মৰা মাছকিটাকো চালনী এখনত টেকীয়া পাতেৰে ঢাকি ৰাস্তাত ওলোৱা নাই। কোনো সক ল'ৰাই ৰাস্তাত ক্ৰিকেট খেলিবলৈ ওলোৱা নাই। চবেই ঘৰে ঘৰে দুৱাৰ ডাং দি চুপ-চাপ বহি আছে। বহা নাই এটাও তাচৰ আড্ডা। কেৱল ক'ৰবাত ক'ৰবাত মানুহবোৰ জটলা বান্ধি বান্ধি বহি আছে।

এঘণ্টাৰ কাৰণেও খুলি নিদিয়া কাৰ্ফিউ। ইলেক্‌ট্ৰিক তাঁৰবোৰত নাৰিকলৰ খোলাৰে খেড বনাই হুক লগাই জ্বলোৱা হৈছে এশ পাৱাৰৰ বাল্ব। মানুহবোৰেও একেদৰে হুক লগাই আগফালে-পাছফালে লাইট জ্বলাইছে, কোনোবাই চকোৰাতে আঁৰি দিছে, কোনোবাই বাঁহত লগাই, কোনোবাই বাৰাণ্ডাৰ খুঁটাতে বান্ধি দিছে। মানুহবোৰে সৰহভাগেই হুক লগাই মনে মনে লাইট জ্বলাই, লাইন যেনেক ধৰা পৰিলে টকা দুটা ধৰাই দিয়ে। এতিয়া কোনো বাধা-নিষেধ নাই। কেউপিনে দিন যেন পোহৰ হৈ লাইট জ্বলিছে। দুৰ্বল দলংবোৰ ঘট্‌ঘট্‌কৈ লৰাই পুলিচ-আৰ্মিৰ গাড়ীবোৰ দিনে-ৰাতিয়ে অহা-যোৱা কৰিছে। আৰ্মিৰ কাঢ়া হুকুম বস্তিৰ চবেই পহৰা দিব লাগিব। চবেই পাল পাতি পাতি পহৰা দিছে।

সৰ্বত্ৰ এটা ভয়। এই আহিব, ভয়ানক অস্ত্ৰ-শস্ত্ৰ লৈ আহিব। কোন মৰে ঠিক নাই। চব মৰিব লাগিব, মাত্ৰ আগ-পিচ। উত্তৰৰ পৰা আহিব, দক্ষিণৰ পৰা আহিব, পূবৰ পৰা পশ্চিমৰ পৰা— কেউপিনৰ পৰা আহিব।

জংঘলী পাৰ্টিয়ে সিহঁতৰ বাপেকহঁতৰ লগ লাগি আহিব।

এটাও বঙালী নাবাচে।

আৰ্মিৰ লগত থকাগাল আহিব শিলিগুৰিৰ বোমাৰে ঠাহ খুৱাই বৈ থকাগালৰ লগ লাগি।

এটাও অসমীয়া নাবাচে।

বাগানীয়া দলটো আহিব খেনু-কাঁড় লৈ। কাঁড়বোৰত বিহ, গাত লাগিলেই ফেটীসাপে কামোৰাদি নীলা কৰি আছে।

এটাও বড়ো মানুহ নাবাচে।

নাবাচে বিহাৰীকিটাও। হিন্দুকিটাও মৰিব, মুছলমানৰ এটাও নাথাকে।

তেনেহ'লে কোন থাকিব?

কোনো নাথাকে।

সোপাই মৰিব?

সোপাই মৰিব।

বাঘ-সিংহৰে ভৰা অৰণ্য এখনতো শহাপহুকিটাই কাণ-মূৰ জোকাৰি দূৰৰি খাবলৈ সময় পাই, সাহ কৰে। শহাকিটাই জানে বাঘ-সিংহবো যেতিয়াই-তেতিয়াই ভোক নালাগে। কিন্তু এই চুৰ নোৱাৰা, ধৰিব নোৱাৰা শত্ৰুবোৰৰ তেজৰ খক প্ৰতি মিনিটতে থাকে। এই আহিব, এই আহিব, মিনিটতে চব চাৰখাৰ কৰি যাব।

সঁচাকৈয়ে আহিল। ঠিক টিভিত অসমীয়া বাতৰি দি থকাৰ সময়তে আটায়ে দেখিলে আকাশত ধুমকৈ কিবা এটা ফুটি গোটেইখন দিন যেন পোহৰ হৈ গ'ল। এনেকুৱা পোহৰ যে চোতালৰ দূৰৰি পৰ্যন্ত দেখা যায়। তাৰপাছত ফটকাৰ দৰে নহয়, ফটকাতকৈ গোটা শব্দ চবৰে কাণত পৰিল। এই শব্দটো প্ৰায় চবৰে চিনাকি হৈ গৈছে। তেজপিয়া ভূতৰ ভৰিৰ শব্দ। তাৰ পাছত চব নিঃশব্দ। শব্দবোৰ আহিছিল ড্ৰাইভাৰৰ ঘৰৰ ফালৰ পৰা। কোনো পুলিচ-মিলিটেৰীৰ গাড়ীৰ শব্দ নাই। ক'লৈ গ'ল লৰক-ফৰক দলংবোৰ ঘট্‌ঘটাই পাৰ হৈ অহা-যোৱা কৰি থকা গাড়ীবোৰ? ক'ত নোহোৱা হ'ল টহলদাৰী মিলিটেৰীবোৰ? অনবৰতে সিহঁতবোৰ থাকে। কেম্পৰ আগত বৈ থাকে, অহা-যোৱা কৰা মানুহৰ চাইকেল কাঢ়ি ৰাখে, তিনি-চাৰি দিন, কেতিয়াবা এসপ্তাহ-দহদিনৰ পাছতো ঘূৰাই দিয়ে। কেতিয়াবা লগত নিয়া বেগ, টালি-টোপোলাবোৰ চাই, দুই-এক থাপ্পৰ মাৰে। পহৰা দিয়াত কিবা হীন-ডেঢ়ি দেখিলে গালি-গালাজ, মাৰ-পিট আছেই। ক'লৈ গ'ল আজি গোটেইবোৰ?

প্ৰথমতে বস্তিৰ মানুহখিনি লৰ-চৰ কৰা নাছিল। প্ৰথমতে মণিয়েই ক'লে কি হৈছে চাবতো লাগিব। মণিৰ সাহৰ কথাৰ বস্তিত প্ৰায় সকলোৱে জানে। তাৰ কথাতে সাহ পাই গোটেইবোৰ উঠি ড্ৰাইভাৰৰ ঘৰৰ ফালে খোজ ল'লে। ভিতৰত কোনোবাই কেঁকাই আছে। মণিৰ পাছে পাছে চবকেইটা সোমাই গ'ল। তেজৰ জোঙাত পৰি আছে ড্ৰাইভাৰ, তাৰ গাটো চালনীৰ দৰে কৰি থৈ গৈছে। কেঁকনিটো শুনি শুনি গৈ দেখিলে ৰত্নাৰ বাপেক কেঁকাই কেঁকাই পৰি আছে। মানুহটোৱে এবাৰ চকু মেলিলে তাৰ গাছত মূৰটো একতীয়াকৈ পেলাই দিলে। ৰত্নাৰ বাপেকে জীয়েকৰ হতুৱাই ৰন্ধাই এমুঠি ভাত আনিছিল ল'ৰা-ছোৱালীহালৰ কাৰণে মাকক ধৰি নিয়াৰ পৰা ল'ৰা-ছোৱালীহাল লঘোণে-ভোকে পৰি আছে। ৰত্নাৰ বাপেকৰ গাটোত ড্ৰাইভাৰৰ সমান নহ'লেও কেইবাটাও গুলীৰ দাগ। কাৰোবাৰ চেপা উচুপনিৰ শব্দত চাই দেখিলে বিছনাৰ তলত ড্ৰাইভাৰৰ ল'ৰা-ছোৱালীহাল। ল'ৰাটো পৰি আছে, ছোৱালীজনীয়ে তাক ধৰি উচুপি আছে। বিছনাৰ তলৰ পৰা ল'ৰা-ছোৱালীহাল উলিয়াই আনিলে। ল'ৰাটোৰ গাত গুলী লাগিছে। তাৰ গাটো ঠৰঙা। ছোৱালীজনীৰ গাত তেজৰ চেকাহে লাগিছে। তাইৰ একো হোৱা নাই। তাইক কোনোবাই থিয় কৰাই দিব খোজোঁতেই মূৰ ঘূৰাই পৰি গ'ল। ভয়তে ছোৱালীজনীৰ মুখখন কাগজৰ দৰে বগা। কোনে জানো তাইক বুঢ়া দৰ্জীৰ হাতত তুলি দিলে। ছোৱালীজনী বুকুত বান্ধি বুঢ়া দৰ্জী তাৰ পৰা আঁতৰি গ'লগৈ।

মানুহবোৰ থৰ লাগি অলপ সময় বৈ থাকিল। কি হৈছে এইবোৰ? কাক সুধিব? ইমানবোৰ পুলিচ-মিলিটেৰীৰ জাক থাকোঁতেও কেনেকৈ এইবোৰ হয়? গোটেই চহৰে আকাশৰ এক খণ্ড খণ্ড পোহৰাই তোলা সেইবোৰ দেখিছে, আকাশত ধম্‌কৈ ফুটা শব্দ শুনিছে, গোটা আৱাজবোৰ শুনিছে, পুলিচ-আৰ্মিবোৰে দেখা নাই? তেনেহ'লে। ভয় কৰে? নিজৰ জানৰ ভয়?

চৰেই কথাবোৰ বুজি পালে বা বুজি পোৱা যেন পালে। এঁকবা মানুহজাক জকি আহিল। খেমালী পাইছে? সিহঁতে যাকে যি কয় তাকে কৰি আহিছে। কাণত ধৰি উঠা-বহা কৰ। কৰিছে। দিনৰ দিনটো বজাৰ কৰি আহি দে যুলিলভে বাতিটো পহৰা দিছে, পুৱাই আকৌ চকুৰে-মুখে পানী মাৰি দৌৰ মাৰিছে। লাগ বুলিছে চাইকেল দিছে। মাত্তি নিছে বাস্তাত শিলগুটি দিছে, কেম্পত বাঁহৰ চকোৱা বৈ দিছে। সুমলা পাগলী সিহঁতৰ কেম্পৰ মুখত বলী দিয়া ছাগলী এজনীৰ দৰে পৰি থাকিল। ভিতৰত গুৰৰুণ্ডৰালেও কোনোবাই কিবা ক'লে? আঙুলি এটা টোৱালে? সিহঁতে দেখা নাই?

ড্ৰাইভাৰ, ড্ৰাইভাৰৰ ল'ৰাটো আৰু বস্তাৰ মালেকক আগত লৈ মানুহবোৰ বহি থাকিল। বস্তিত কাৰো চৌকাত জুই নাই। চকুত কাৰো টোপনি নাই। তিনিটা জীৱৰ তেজত গোটেই বস্তিখন ডুব গ'ল। পুৱা আটাইৰে চকুত দেখা গ'ল একোটুকুৰা খমলা বঙা তেজৰ চেকুৰা।

পুৱা পোহৰ হৈ আহিলত পুলিচৰ গাড়ী এখন আহিল। নামি আহিল বডি-গাৰ্ড সহ অফিচাৰ এজন।

কোনে জানো প্ৰথম শিলটো মাৰিবলৈ আৰম্ভ কৰিলে। পুলিচৰ গাড়ী চূৰ্ণ-বিচূৰ্ণ হ'ল। বৰষুণৰ দৰে জীপ গাড়ীখনত শিলগুটি পৰিবলৈ ল'লে। অফিচাৰজনে বন্দুক উলিয়াব খোজোঁতেই মণিয়ে নে নবীনে কোনে জানো এক চৰ মাৰি কেইবাটাও গোৰ শোধাই দিলে। প্ৰাণ লৈ পুলিচৰ গাড়ীখন উভতি গ'লগৈ।

অলপ পাছতে আৰ্মিৰ ভান আহিল। ইটা-শিলগুটি গোটাই থোৱা আছিল। মানুহবোৰ সাজু হৈ আছিল। আৰ্মিৰ ভানত থনৰ্ থনৰ্কৈ শিলগুটি পৰিল। সৰহভাগ নহয়, প্ৰায়বোৰ মানুহেই সকতে কেটেপা লৈ লৈ বাটলু গুটি মাৰি ফুৰিছিল, হাতবোৰ পোন। ধম্ ধম্ ভঙা ইটাৰ টুকুৰা পৰিল। আৰ্মিৰ ভান ঘূৰিল। ইতিমধ্যে পুলিচ জীপ কেইবাখনো বোজাই কৰি আহি গৈছে। বাকী-টকী চলিছে। আৰ্মিৰ গাড়ীও আহি পৰিল। গোটেই বস্তিখন পুলিচ-মিলিটেৰীয়ে ঘেৰি ধৰিলে।

বন্দুকৰ কুন্দাৰে কোবাই কোবাই মানুহবোৰক কাণত ধৰি শাৰি পাতি বহুৱাই ল'লে। তাৰ পাছত এটা এটাকৈ চৰকে অজগৰ সাপৰ দৰে হা কৰি মুখ মেলি থকা ক'লা গাড়ীখনত উঠাবলৈ ধৰিলে। মাইকী মানুহবোৰে কালী বুঢ়ীৰ থানত বৈ চাই আছে। মুখবা মানুহ কিজনী শিলপৰা কপৌ হৈ আছে।

মণিক বন্দুকেৰে খুন্দা এটা মাৰি কোনোবা এটাই গোৰ মাৰি দিছে, 'সিডাৰী কৰ্তা হৈ

ক্যা?' মণি টান হৈ বৈ আছে। তাক সি ঠেলি লবচৰ কৰিব পৰা নাই। পুলিচ এটাই আহি মণিক গতা মাৰি দিছে, 'কোনটো বাপেৰৰ লেংটিত আছ? চাল্লা হাৰামজাদা।'

মণিৰ মাকে চাই আছিল। তাই চাদৰৰ আঁচলখন কঁকালত বান্ধি দৌৰ মাৰিলে, 'কাক হাৰামজাদা বুলিছ?'

মণিৰ মাকৰ পাছে পাছে মিনতি, ৰত্না, মীৰাৰ মাক, ফুল, জোনৰ মাক আটাইকেউজনী দৌৰ মাৰিলে। সিহঁত কিজনী মণিৰ মাকৰ গাতে আঠা লাগি থকাদি আছে।

এটাই হাঁহিছে, 'বঢ়িয়া মাল দেখোন বে, ভগাবি নেকি?'

'মা তই গ'লিনে?' মণিয়ে দাঁত কামুৰি উঠিল, 'মা, তহঁত ভিতৰলৈ যাগৈ, এই কুকুৰবোৰৰ ওচৰত আছ কিয়?'

'কাক কুকুৰ বুলিছ?' মণিক কোনোবা এটাই মাৰ এটা শোধাই ভানত ভৰাই দিলে।

'মিনতি, তহঁত যাগৈ।' নবীনে ভানত সোমাই চিঞৰি উঠিল।

চকুৰ আগতে ভানখন ঘৰ্‌ঘৰ্‌কৈ চলি গুচি গ'লগৈ। মণিৰ মাকে একেথৰে ভানখন চাই আছে। যিখিনিতে ভানখন নেদেখা হয় সেইখিনিতে এটা মানুহ আহি থকা চৰেই দেখিলে। মীৰাৰ বাপেক। আজি বহুত দিনৰ মূৰত দেখিছে মানুহটো। কিবা টান বেমাৰত পৰাৰ দৰে হৈছে চেহেৰাটো। চুলিবোৰ প্ৰায় সবি গ'ল, বুঢ়া মানুহ এটাৰ দৰে লগা হৈছে মীৰাৰ বাপেকক। বোধহয় মানুহটো কেতিয়াবাই বস্তিত সোমাইছিলহি। গোলমালবোৰ দেখি ক'ৰবাত লুকাই আছিল। পুলিচ-আৰ্মিবোৰ যোৱা দেখি ওলাই আহিছে। মীৰাৰ মাকে মানুহটো দেখি বেগা-বেগিকৈ ঘৰৰ ফালে গুচি গ'লগৈ। কন্দা-কটা কৰি ভয়ত বিতত হৈ থকা মানুহ কিজনীয়ে কথাটো লক্ষ্য নকৰিলে।

মীৰাৰ মাকে প্ৰথমতে দুৱাৰখন বাহিৰৰ পৰা তলা মাৰিলে। পুতেকক পুলিচে ধৰি নিছে, মীৰা মাইকী মানুহবোৰৰ লগত। তাই আজি কেইবাবছৰৰ মূৰত ঘৰলৈ অহা গিৰীয়েকৰ বাবে বাট চাই ৰ'ল। বন্ধ দুৱাৰখনৰ আগত ঘৰ পহৰা দিয়া কুকুৰ এজনীয়ে পদূলিত অচিনাকি মানুহ এটা দেখিলে জাঁপ মাৰি উঠাদি মীৰাৰ মাকে পদূলিমুখত গিৰীয়েকক দেখি জাঁপ মাৰি উঠিল। প্ৰথমতে তাইৰ বুকুখনৰ পৰা উঠি আহিব খুজিলে এটা পাৰভঙা কান্দোন। তাৰপাছত তাইৰ চকুৰ আগত ভাহি উঠিল বাহিৰৰ অলমলীয়া পোহৰ আহি ভঙা বেৰাৰ ফুটাৰে পৰি ফুটফুটীয়া হোৱা দুটা দেহা। তাইৰ চিনাকি মানুহটোৰ গাত এজনী মচোৱা গোম সাপ কেৰ্‌মেৰাই আছে, কিচ্‌কিচ্‌কৈ ক'লা, আন্ধাৰতকৈয়ো ক'লা। তাইৰ কাণত বাজি উঠিল এক নিচা লগা নাৰী কণ্ঠ, 'বেঙেৰী গুলে দে।' মীৰাৰ মাকৰ বুকুৰ কান্দোনটো শুকাই গ'ল, তাইৰ শুকান বুকুখনত এতিয়া কেৱল তপত বালিৰ ওপৰেদি হোঁ-হোঁৱাই বৈ যোৱা বতাহ।

মানুহটো সোমাই আহিছে। দুৱাৰখনত মাৰি থোৱা তলাটোলৈ চাইছে।

'মই মানুহৰ মুখত খবৰ পালোঁ। ইয়ান গোলমালত তহঁত পৰি আছ। এখন ট্ৰাকত উঠি গুচি আহিলোঁ। মনটো বৰকৈ পুৰিলে।' সি চাৰিওকালে চাইছে, 'ভাল ঘৰ-দুৱাৰ

উঠালি। সি দোকানত সোমাল। তই ভাল ঘৰত কাম কৰ চব খবৰ ৰাখিছোঁ। তইঁতৰ ভাল কামানি।' তাইৰ বুকুৰ বালিবোৰ হোঁ-হোঁৱাই ওপৰলৈ উঠি আহিছে, তাইক নাকে-মুখে হেঁচা মাৰি ধৰিছে, তাই উশাহ ল'ব পৰা নাই।

'মই একেবাৰে আহিলোঁ বুজিছ। তাই মোক ঔষধ কৰিছিল। মোক বেমাৰী কৰি পেলালে।' সি মীৰাৰ মাকৰ কঠিন মুখখন এবাৰ চুৰকৈ চাই ল'লে। 'এজন বাবাই জৰা পানী খাবলৈ দিলে। এটা জীয়া বস্তু বমিত মোৰ পেটৰ পৰা ওলাই আহিল। মই একেবাৰে আহিলোঁ। তোৰ ওচৰত থাকিলে মই বাচিম, নহ'লে তাই মোক মাৰি পেলাব।'

তাই মানুহটোলৈ চাই আছে। সিও টু শব্দ এটা নকৰা মানুহজনীৰ মুখখনলৈ পোনকৈ নহ'লেও বেঁকাকৈ চাই আছে।

'বৰ ভোক লাগিছে, একো নেখোৱাকৈয়ে মই ইটাৰ ট্ৰাকখনত আন্ধাৰ ৰাতিতে উঠিলোঁ। এইখিনি খোজকাঢ়ি, ইয়াতেহে যত গোলমাল, কালাইগাঁৱৰ পৰা চব খোলা। ইয়ালৈ আহিম বুলি জানি চবেই ভয় খাইছে। তইঁত পৰি আছ...।' সি ধৰিব পাৰিছে মানুহজনী আক টান হৈছে।

'দুৱাৰখন খোল।' সি তাইৰ ওচৰ চাপি আহিছে। 'তোৰ চেহেৰাটো ভাল হৈছে। ডাঙৰ ঘৰত ভালকৈ খাইছ। পুতেৰে কামানি কৰিছে। মোৰহে বৰ কষ্ট...। বেমাৰ হোৱাৰ পৰা কাম নাই।' সি ইফালে-সিফালে চাই তাইৰ পিঠিত হাত থ'ব খুজিছে।

'একবাৰ যদি মোৰ গাত হাত দিয়।'

'কি কৰিবি? তই মোৰ বিয়া হোৱা মাইকী। মোৰ ল'ৰা-ছোৱালী তই পেটত ধৰিছ।' মানুহটোৰ কথাৰ মোলায়েম সুৰটো হঠাৎ নোহোৱা হ'ল।

'খোল বুলিছোঁ দুৱাৰ। ভাঙি পেলাম ঘৰ-দুৱাৰ। চব জ্বলাই দিম।' সি ধম্‌কৈ দুৱাৰত গোৰ মাৰিছে।

'নোখোলোঁ দুৱাৰ। তোক মই ঘৰত নোতোলোঁ। এই ঘৰ মই সাজিছোঁ। মাটি মই কিনিছোঁ। তই যাগে। যেনেকৈ আহিছ তেনেকৈ যাগে। তোৰ মাইকীৰ ওচৰত যাগে, যাগে, মাংস ৰান্ধগে, মদ খাগে, তাইৰ লগত বিছনাত উঠগে।' শান্ত মানুহজনী কলীয়াৰ দৰে হৈছে।

সি এইবাৰ তাইৰ চুলিত ধৰি মাটিত বগৰাই দিছে, 'চাম্না মাইকী, দুপইচা কামানি কৰিলি বুলি ইমান কথা।' সি দুৱাৰখন দুবাৰ গুৰিয়াই আক নোৱাৰি কাষতে পকুৰাই থোৱা খৰি এডালেৰে ধম্‌ধম্‌কৈ কোবাবলৈ লাগিল, 'বজ্জাতি মাইকী, বেশ্যাগিৰী কৰি পইচাৰ ফুটনি দেখুৱাইছ।'

'কি ক'ব, বেশ্যাগিৰী কৰিছোঁ?' তাইৰ কিলাকুটিৰ ওচৰৰ পৰা তেজ ওলাইছে।

'মাইকী বজ্জাত নহ'লে কোন মতাই এৰি যায়? তইঁত বাই-ভনী একেই বেশ্যা। তোৰ ভনীক সি কিয় এৰি গ'ল? তইঁত ভাল কাৰণে মতাই এৰে।'

'তাইৰ কথা নক'বি। তোৰ খাইছে নে পিন্ধিছে তাই?'

'তাইক মতাই এৰি গ'ল। তোৰ মতা তোৰ ঘৰলৈ আহিছে।' তাৰ মাতটো অলপ মোলায়েম হৈছে।

'মতা ওলাবলৈ আহিছে। নালাগে এনে মতা মোক, মই তোক ঘৰত নোতোলোঁ বুলিছোঁ নোতোলোঁ।'

'তোৰ চব ধ্বংস হ'ব। পুতেৰক সেয়া পুলিচে নিলে, বেশ্যাৰ জীয়েক বেশ্যা হ'ব। তোৰ ফুটনি...।'

'তই ইয়াৰ পৰা যা। তোৰ মাইকীক কথা শুনাগৈ। মই মৰোঁ, মোৰ ল'ৰা মৰে, তোৰ কি? তোক মই ঘৰত নোতোলোঁ।'

সি এইবাৰ খৰিডালেৰে তাইক মাৰিবলৈ খেদি গ'ল।

'মোক ই মাৰিলে ঐ' বুলি মীৰাৰ মাকে জটলা বান্ধি থকা মাইকী মানুহখিনিৰ কাষলৈ বুলি লৰ ধৰিলে। মীৰাৰ মাকৰ ঘৰত চিঞৰ-বাখৰ শুনি জোনৰ মাক, মণিৰ মাকহঁত আটাইবোৰ আগবাঢ়ি আহিছিলেই। মীৰাৰ মাকে গৈ মণিৰ মাকক গৰা মাৰি ধৰিলেগৈ। 'মোক বচা ঐ। ইয়াৰ পৰা বচা।' তাইৰ কিলাকুটিৰ পৰা ওলোৱা তেজেৰে কাপোৰসাজত চেকা লাগি গৈছে। 'সি মাইকী ৰাখিছে। মই মাত মতা নাই। সি একেখন বিছনাতে তাৰ নতুন মাইকীৰ লগত মোক শুৱাইছে। মই একো কোৱা নাই। সি এক পইচা দিয়া নাই। মই যি পাৰো কামানি কৰি খাইছোঁ। ক' তহঁতি, সি আহিলে বুলিয়ে মই তাক ঘৰত তুলিম?' মীৰাই মাকক সাবটি ধৰিছে, 'মাই এ, হাতত কেনেকৈ দুখ পালি? ইমান তেজ ওলাইছে।'

সি হাতৰ পৰা খৰিডাল পেলোৱা নাই।

মীৰাৰ মাকক জোনৰ মাকহঁতে ঘেৰি ধৰিলে। মণিৰ মাকে তাইক গৰা মাৰি ধৰি আছে।

সি খৰিডাল জোকাৰি জোকাৰি আহি আকৌ পিছুৱাই গৈছে। 'মোৰ বিয়া হোৱা মাইকী তাইক মই যি কৰোঁ। আনৰ কি?'

'বিয়া হোৱা মাইকী। ইমান বছৰে তাইক তই খুৱাইছিলি নে পিন্ধাইছিলি?'

'গুৱাহাটীৰজনীয়ে তোক বেমাৰী দেখি বেলেগ জোৱান মতা ধৰিলে। এতিয়া ঘৰৰ কথা মনত পৰিল?'

'বিয়া হোৱা মাইকীক কোৱাবলৈ আহিলি?'

'ঘৰ দেখি আহিলি?'

'কামানি দেখি আহিলি?'

আটাইবোৰে তাক জকজকাই উঠিলে।

মণিৰ মাকে তাইক গৰা মাৰি ধৰিয়ে আছে।

'ক' মীৰাৰ মা, তাক ঘৰত তুলিবিনে?'

'নোতোলোঁ। নালাগে মোক এনে মতা।'

'শুনিলিনে। তই যাগে। যেনেকৈ আহিছিলি তেনেকৈ যাগৈ।'

পুলিচৰ গাড়ীৰ শব্দ শুনি আটাইকেউজনীয়ে চক খাই উঠিল।

'ব'ল, মোৰ ঘৰলৈকে ব'ল।'

পৰুৱা এলডাৰ দৰে লাডু বান্ধি গোটেই কেইজনী কালী মাৰ থান পাৰ হৈ এবাৰ এবাৰ প্ৰণাম কৰি মণিৰ মাকৰ ঘৰত সোমালগৈ। বাহিৰৰ পুলিচৰ গাড়ীৰ আৱাজ শুনি সিহঁতে ঘৰৰ খিলি লগাই দিলে।

'ভয় নকৰিবি। ইমান কিজনী আছোঁ। কোনেও আমাক একো কৰিব নোৱাৰে।' যেন্দানীৰ মাতত যেন কিবা এটা আছিলহে, আটাইকেউজনীয়ে মূৰ তুলি চালে।

'মীৰাৰ মাকৰ হাতখন কেনেকৈ কাটিছে চাচোন।'

'এয়াকে লগাই দিওঁ, এইখনতে বাটো?' মীৰাই হাতত টিপা মাৰি থোৱা গোন্ধোৱা বনখিনি মেলি ধৰিলে।

মিৰ্নাঁতয়ে বিছনাৰ তলৰ পৰা পটাখন উলিয়াই মীৰাৰ হাতৰ পৰা গোন্ধোৱা বনখিনি লৈ থেঁতালিবলৈ লাগিল।

বাহিৰত মীৰাৰ বাপেকৰ দুই-এবাৰ গালি শুনা গৈছে। লাহে লাহে গালিৰ শব্দবোৰ নুশুনা হৈ আহিল।

এইবাৰ একেলগে অহা কেইবাখনো গাড়ীৰ গোঁ গোঁ আৱাজ। গাড়ী কিখনৰ শব্দও নুশুনা হ'ল।

এতিয়া গোটেই ঘৰটো জুৰি থেঁতেলিয়াই লোৱা গোন্ধোৱা বনৰ কাঢ়া গোন্ধ। কোনে জানো মীৰাৰ মাকৰ গাত লাহে লাহে গোন্ধোৱা বনৰ ৰসখিনি লগাই দিলে।

'উস, উস, ধৰিছে।'

'অকণমান নধৰিলে, কেনেকৈ ঘাঁ শুকাব, ভেজ ৰ'ব?'

মণিৰ মাকৰ কথাত সিহঁত কিজনীয়ে অকণমান হাঁহিলে।

## ৩৭

প্ৰথমতে সাৰ পালে জোনৰ মাকে। তাই উঠি হামি এটা মাৰোঁতেই প্ৰায় আটাইকেউজনীয়ে সাৰ পাই উঠিল। ৰাতি শুবলৈ যাওঁতে এটাৰ ওপৰ হৈছিল। 'আমিবোৰ বাৰু লঘোণে থাকিলোঁ, ল-ছালীকিটাক নো কেনেকৈ লঘোণে ৰাখোঁ বুলি প্ৰথমতে ফুলেই ভাত এমুঠি বহোৱাৰ কথা কৈছিল। তাই ড্ৰাইভাৰণীৰ ছোৱালীজনী এই কেইদিন বুকুৰ পৰা এৰা নাই। ছোৱালীজনীয়েও তাইৰ গাতে লিপিট খাই থকাদি আছে। চাউল-দাইল মণিৰ মাকৰ ঘৰতে আছিল। আজি দুদিনৰ আগতে মণিয়ে মাকক বজাৰ-পাতি গোটাই দিছিল। তিনি-চাৰিজনী লগ হৈ কোনে জানো নিজৰ নিজৰ ঘৰৰ পৰা কি কি আনিলে, চবৰে কাৰণে খিচিৰি হৈ গ'ল। গোটেই কিজনীয়ে ঢলপুৱাতে সাৰ পালে। ৰাতি শোওঁতে যিমান সময় নহওক, গোটেইবোৰে অভ্যাস মতে ঢলপুৱাতে সাৰ পায়। সাৰ পায়েই কোনো বহি থাকিব নোৱাৰে। আজিও নোৱাৰিলে।

মীৰাই বাচনখিনি ধুবলৈ লাগিল, লগত গ'ল ৰত্না।

জোনৰ মাকে বাঢ়নিপাত ল'লে।

মিনতিয়ে শোটাটো।

ফুলে ঘৰ মোচা বাল্টি আৰু কাপোৰ।

মীৰাৰ মাকে বিছনাখন জোকাৰি পেলালে।

মুহূৰ্তৰ ভিতৰতে ঘৰটো যু-মাৰি ভাত খাব পৰা হ'ল। তাৰ পাছতে গোটেই কেইজনীৰ গা-মুৰ ধোৱাও হ'ল। ৰঙা নিমখ দিয়া চাহ লৈ গোটেই কিজনী বহিছিল মাত্ৰ। এজন ডেকা, মণিহঁতৰ বয়সৰ ল'ৰাৰ লগত এজনী ছোৱালী আহি দুৱাৰমুখত ৰ'লহি।

মণিৰ মাক গৈ দুৱাৰমুখত থিয় হোৱাৰ লগে লগে ছোৱালীজনী তাইৰ বুকুত ঢলি পৰিল। বুকু ভঙা কান্দোনত মণিৰ মাকৰ বুকুত ছোৱালীজনী বতাহ-বৰষুণে কোবাই থকা জাতি বাঁহ এজোপাৰ দৰে হ'ল। মণিৰ মাকে তাইক ধৰি ৰাখিব পৰা নাই। ছোৱালীজনীৰ কান্দোনটো আটাইকেউজনীৰ মাজলৈ বাগৰি গ'ল।

'নাকান্দিবি বীণা, নাকান্দিবি।' তাইক সান্ত্বনা দিবলৈ গৈ মণিৰ মাকেও কান্দিবলৈ ধৰিলে। কি বা হৈছে ল'ৰাটোৰ। সি ইমান ডাঙৰ হ'ল যে মিলিটেৰীয়ে তাক ধৰিলৈ যাব পৰা হ'ল। সি ইমানেই ডাঙৰ হ'ল নে যে তাক ধৰি নিনিলে নহ'ব? সি কি কৰিলে। ধনী মানুহৰ ল'ৰা হোৱা হ'লে কলেজত পঢ়া ল'ৰা হৈ থাকিলেহেঁতেন, সৰু ল'ৰা হৈ থাকিলেহেঁতেন।

আটাইকেউজনীৰে যেন হঠাৎ সিহঁতে সৰু বুলি ভাবি থকা ল'ৰাকিটা ডাঙৰ হৈ

গ'ল। চাউলমুঠি গোটাবলৈ যাওঁতেই ল'ৰাকিটা ডাঙৰ হৈ গ'ল, পুলিচ-মিলিটেৰীয়ে ধৰিব পৰাকৈ ডাঙৰ হৈ গ'ল। কেউজনীয়ে হাওঁ-হাওঁকৈ কান্দিবলৈ ধৰিলে।

ফুলে কান্দিছে অসুখীয়া বেঁকা মানুহটোৰ কাৰণে।

মীৰাৰ মাকে লোকৰ দোকানত বস্ত্র বিক্রী কৰা গোঁফ থুতিউৰা মন্টুৰ কাৰণে।

জোনৰ মাকে নতুনকৈ ঠেলা এখন কিনি ধান-মিলৰ পৰা তুঁহ নি হোটেল কেইখনমানত দি ঘৰলৈ চাউলমুঠি অনা জোনৰ কাৰণে।

মিনতিয়ে নবীনৰ কাৰণে।

ৰীণাই মণি নামৰ ককায়েকৰ বন্ধু ডেকা ল'ৰাটোৰ বাবে

ফেলানীয়ে মণি নামৰ হঠাতে ডাঙৰ হৈ উঠা সৰু ল'ৰাটোৰ কাৰণে।

মীৰাই ককায়েকটোৰ কাৰণে।

ৰত্নাই তাইৰ চকুৰ আগতে কোবাই কোবাই লৈ যোৱা বস্তিৰ চিনাকি মানুহখিনিৰ কাৰণে।

ফেলানীৰ ঘৰখন মানুহ মৰা ঘৰৰ দৰে হৈছে। আধাসজা ঘৰটো, কালী বুঢ়ীৰ থান— গোটেইবোৰ কান্দোনত ডুব গ'ল।

হাঁও-হাঁওকৈ হোৱা কান্দোনৰ শব্দবোৰ উচুপনি হৈছে। কান্দি কান্দি লেবেজান দিয়া মানুহ কিজনীক চাই ফেলানীৰ খং এটা উঠি আহিল। কালী বুঢ়ীয়ে ঠিকেই কৈছিল মাইকী মানুহে খালি ভেঁ-ভেঁ কৰি কান্দিব পাৰে। কেনেকৈ কান্দিছে মানুহ কিজনীয়ে কাৰ আশাত কান্দিছে। বাহিৰত পুলিচৰ গাড়ী এখন ৰৈছে। কান্দোনৰ শব্দ শুনি সোমাই আহিব। আহি কি ক'ব? 'বঢ়িয়া মাল, ভগাই ল'বি নেকি?'

'তহঁতবোৰ চুপ থাকিলিনে নাই?' ফেলানীৰ মাতত গোটেই কিজনী চক খাই উঠিল।

'কাক শুনাবলৈ কান্দিছ? কোনকিটা পৈয়েৰ আহিব?'

'তেনেকৈ কিয় মণিৰ মা? মোৰ ল'ৰাটোৱে ঠেলাত কেইবস্তা তুঁহ টানে জান? তাক আৰ্মিয়ে নি...।' জোনৰ মাকে আকৌ কান্দিছে। লগে লগে অলপ সময় বন্ধ হোৱা কান্দোনটো আকৌ উঠি আহিল।

'তহঁতক পুতেক, গিৰিহঁতক লাগেনে নাই? নে সিহঁতক আৰ্মিৰ হাতত এৰি দিবি?'

'পাকা খবৰ। গোটেইবোৰকে অলপ পাছতে চালান দিব।' ৰীণাৰ ককায়েকে কথাষাৰ কৈ মাটিত বহি পৰিল। সোমাই অহা ল'ৰাটোৰ মুখৰ খবৰটো শুনি উচুপনিবোৰ আকৌ হাওঁহাৱনী হ'ল।

কান্দোনৰ শব্দত বাহিৰত টহল দিবলৈ অহা আৰ্মি কেইটামান সোমাই আহিল।

'কিউ হাল্লা-চিল্লা কৰতা হে?'

'কাৰ্ফিউ লাগা হুৱা হে, মালুম নেহি?'

'চুপ নেহি বেহনে হে...' এটাই কোবোহনী মাৰি উঠিল।

'কি কৰিবি কুকুৰহঁত?...' কথাষাৰ মুখৰ ভিতৰতে গিলি ফেলানী বৈ গ'ল। সিহঁতবোৰ

গ'লগৈ।

'দাদা তই যাগৈ।' ৰীণাই পাছফালে লুকাই থকা ককায়েকক যাবলৈ কৈছে।

'তই?'

'তাই মোৰ লগতে থাকক দে।' ফেলানীয়ে ৰীণাক নিজৰ কাষতে বহুৱাইছে। শুনিলি সিহঁতগালে কি কৈ গ'ল? শুনিলিনে নাই?'

'কি কৰিব আমাক সিহঁতে?' মীৰাৰ মুখখন ভয়তে শেতা পৰি গৈছে।

'কিটো কৰিব? একো কৰিব নোৱাৰে।' ফেলানীৰ মাতত যেন চবেই সাহ পালে।

'কি কৰিবি মণিৰ মা? মানুহকিটা মৰিবলৈ দিবি নেকি?'

'কিনো কৰিবি ক'চোন? মানুহকিটা চালান দিব। তেতিয়া কি হ'ব?'

'কি হ'ব আৰু? মানুহকিটাক মাৰি পেলাব?' ফেলানীয়ে কেউজনীৰে প্ৰশ্নৰ উত্তৰত নিৰ্লিপ্ত ভংগীত উত্তৰটো দিলে।

'কি ক'ব এ মণিৰ মা?'

'তোৰ মুখত কিহে বাহ লৈছে?'

'তই মাক হৈ এইটো কথা কৈছ?'

'পোক লাগক তোৰ মুখত।'

'তোৰ বুকুত কি মায়া-মমতা নাই?'

কেউজনীয়ে ফেলানীক খেংখেঙাই ধৰিছে। উচুপনিৰ শব্দটো উঠি আহিছে।

'কান্দি কান্দি পৈয়েৰহঁতক মাতি থাকিবিনে? কিবা এটা কৰিব নালাগে?'

'কি কৰিব?' ৰীণাৰ মাতটো কোনোমতে কোনোমতে ওলাই আহিছে।

'কিনো কৰিবি?'

'আমাৰ হাতত বন্দুকেই আছেনে টকাই আছে?'

'ক'লৈ যাম আমি?'

'আৰ্মিৰ ওচৰলৈনো যামি কেনেকৈ?'

'গ'লেই বন্দুক দেখুৱাব।'

'হট্‌ যাও, হট্‌ যাও-কৈ খেদি আহিব।'

উচুপনিৰ শব্দটো বেছি হৈ আহিছে।

'তহঁতৰ মৰিবলৈ বৰ ভয় নহয়?' ফেলানীয়ে অকণমান হাঁহিছে। কোনেও একো কোৱা নাই।

'আমাৰনো মৰা-জীয়া কি?' জোনৰ মাকে হুমুনিয়া এটা কাঢ়িছে।'

'ঠিকেই কৈছে জোনৰ মাক। জীয়াতে আমি মৰিছোঁ।' মিনতিয়ে গধুৰ মাতেৰে কৈ উঠিল।

'জোনৰ মাক মৰিছিলেই, তয়ো মৰাৰ শৰা বাচিছ।'

'ঠিকেই কৈছ, আমাৰ নো মৰা-জীয়া কি?' মীৰাৰ মাকে হাতৰ কুলি ক'লা পৰি

যোৰাখিনিত হাত ফুৰাই আছে।

'আমাৰে কিমান মৰিলে। জগু মৰিল, ঘৈণীয়েক মৰিল।' ফেলানীয়ে মানুহ কিজনীক মনত পেলাই দিব খুজিছে।

'জোনৰ বাপেক, সুমলা, বুলেন।'

'হৰি ভগুৰাৰ পুতেক।'

'ৰত্নাৰ মাক।'

'কালী বুঢ়ী।'

'মিনতিক জহৰা দিয়াটো।'

'ড্ৰাইভাৰ।'

'ৰত্নাৰ বাপেক।'

'ড্ৰাইভাৰৰ ল'ৰাটো।'

'এৰা, বহুত মানুহ মৰিল।' ফুলে কথা'ষাৰ এনে ধৰণেৰে ক'লে যেন তাই মানুহবোৰ মৰা কথাটো নাজানেই।

'মোকো মৰা বুলিয়েই ধৰ।' ৰত্নাই মুখখন ঢাকি উচুপি উঠিল।

'মা মৰিল, দেউতা মৰিল।' তাই হুকহুকাই কান্দিছে।

'তেনেহ'লে মৰালৈ তইঁতৰ ভয় নাই?'

'তোৰ, মণিৰ মা?' মীৰাৰ মাকে তাইলৈ চাই আছে।

'মোৰ আৰু কি? ল'ৰাটোৱেই মোৰ চব। মোৰনো মৰা-জীয়া কি বেলেগ?'

ফেলানী পোন হৈ থিয় হ'ল।

'তইঁত যাবি মোৰ লগত?'

'ক'লৈ?'

'এতিয়াও মানুহকিটা চালান দিয়া নাই। সৌখিনিতে আছে। যাবি?'

'কি কৰিম?'

'ক'লৈ যাম?'

'কেনেকৈ যাম।'

'ক'লৈ যাম? আৰ্মি কেম্পলৈ।' ফেলানীয়ে গাৰ কাপোৰসাজ ঠিক কৰি ল'লে।

আটাইকেইজনী উঠিল।

'তইঁতে দেখা নাই কিমানবাৰ মাইকী মানুহে কেম্প ঘেৰি লৈছিল?'

'সেইবাৰ জংঘলীয়া পাৰ্টিৰ পাঁচটা ল'ৰা উলিয়াই নিয়া নাই?'

'এবাৰ তিনিদিন-তিনিৰাতি কেম্পত বুলেনৰ পাৰ্টিৰ মাইকী মানুহবোৰো থকা নাছিল?'

নিঃশব্দে গোটেই কিজনী থিয় হ'ল আৰু আৰ্মি কেম্পৰ ফালে আগবাঢ়ি গ'ল। নিঃশব্দে বস্তিখন পাৰ হ'ল, পকী আলিত ভৰি দিলে। কাঁটি উদং কথা বিজাৰ্তখন পাৰ হ'ল। তাৰ

পাছতে আর্মি কেম্পৰ মুখতে সিহঁতবোৰ বহি ল'লে। সিহঁতে বহা ঠাইখিনিৰ অলপ দূৰৈত আছিল শিশু গছৰ মূঢ়া এটা। তাতে পৰি আছিল সুমলা পাগলী। মাত্ৰ তাত এজোপা গছ আছিল। এতিয়া এটা শুকান মূঢ়া পৰি আছে।

সিহঁতক দেখি দুটামান বন্দুকধাৰী ওলাই আহিল। সিহঁত কিজনী বহি আছে। মানুহকিটাই সিহঁত এনেকৈ কেম্পৰ আগত বহি থকাৰ কথা সুধিছে। ইয়াৰ পৰা যাবলৈ কৈছে। ফেলানী থিয় হ'ল, লগতে বাকী কিজনীও।

'আমাৰ মানুহকিটা নিবলৈ আহিছোঁ।' কেম্পৰ ভিতৰৰ পৰা আৰু বন্দুকধাৰী ওলাই আহিছে। সিহঁতে ফেলানীক বন্দুকৰ পাছফালেৰে হেঁচা মাৰি দিছে। সিহঁতে মানুহ কিজনীক যাবলৈ কৈছে।

'আমাৰ মানুহকিটা লাগে।'

'হামাৰ আদমি...।'

'আমাদেৰ লোক...।'

'হামাৰ মৰদ...।'

'হামাৰা বেটা।'

কোনো এজনী নাযায়, মানুহকিটা নিনিয়াকৈ কোনো নাযায়।

দিনটো গ'ল। ৰাতি হ'ল। এজনীও নুঠে। কেম্পৰ পৰা দিয়া ৰুটি কোনেও নুচুলে। পানীখিনি অলপ অলপ খালে।

পাছদিনা পুলিচ আহিল। বুজালে, গালি পাৰিলে। এজনীকো লৰচৰ কৰিব নোৱাৰিলে। বোধহয় কাৰ্ফিউ খুলিছিল, চহৰখনত এদিন এৰাতি বহি থকা মানুহ কিজনীৰ কথা জনা-জনি হৈ গৈছে। বহুত মানুহ আহি কেম্পৰ ওচৰে-পাঁজৰে থিয়া-থিয়ি কৰি থাকিলহি। জীপ গাড়ীত অফিচাৰ আহিল। যেনেকৈ আছিল সিহঁত কিজনী তেনেকৈয়ে থাকিল। কিবা সুধিলে সিহঁতৰ একেষাৰ কথাই।

'মানুহকিটা, আমাৰ মানুহকিটা...।'

আৰু এটা দিন গ'ল, লগতে এটা ৰাতি।

পুবাৰ ফালে ৰত্না ঢলি পৰিল। চাবলৈ অহা মানুহেই ডাক্তৰ আনিলে। আটাইকেউজনী লেবেজান দিছে। মাটিয়ে-বালিয়ে পৰি থকা মানুহ কিজনীৰ ওচৰলৈ কাগজৰ মানুহ আহিল। ফটো উঠালে। চব প্ৰশ্নৰ উত্তৰ একেটাই।

'আমাৰ মানুহকিটা, মানুহকিটা লাগে।'

দুটা দিন শেষ হ'ল, তিনি নম্বৰ ৰাতিটো আহিবৰ হৈছে। এনেকৈ খোঁৱা-কোঁৱা দেখা মানুহ কিজনীয়ে আন্ধাৰবোৰ আৰু ঘনকৈ নামি অহা যেন পালে। এজনীয়েও ভালকৈ মূৰ দাঙিব পৰা নাই। 'আমাৰ মৰা-জীয়া কি?' কোনে জানো সেহাই-সেহাই কথাষাৰ ক'লে। আটাইকেউজনীৰ লঘোণীয়া দেহত লাগি থাকিল একেষাৰ কথাই, 'আমাৰনো মৰা-জীয়া... আমাৰ মৰা-জীয়া...।'

ঠিক ভালকৈ আন্ধাৰ নমাৰ আগতে ফেলানীয়ে শুনিলে এটা মাত, 'মা।'

লগে লগে আটাইকেউজনীয়ে শুনিলে কিছুমান চিনাকি মাত।

'মা।'

'মিনতি।'

'ফুল।'

'মা ঐ।'

'মীৰা।'

আটাইকেউজনীয়ে থিয় হ'বলৈ যত্ন কৰিলে। সিহঁতে ভুল দেখা নাই। সিহঁতৰ মানুহকিটা আহি ওচৰত থিয় হৈছেহি। কাৰো মুখত মাত নাই।

একেলগে গোটেইবোৰ বস্তিলৈ আগবাঢ়িল। উজাৰ কৰা হাবিখন পাৰ হ'ল, পকী আলি পাৰ হ'ল, তাৰ পাছত প্ৰায় নিঃশব্দ হৈ থকা বস্তি। বস্তি আৰু বিজাৰ্ডৰ কিছু মানুহ আলিবাটত বৈ আছে। চৰবোৰ গৈ থাকিল।

আকাশত জোন উঠিছিল। জোনৰ কোমল পোহৰত ফেলানীয়ে দেখিলে মণিয়ে বীণাৰ ফালে চাই হাঁহিছে। বীণাই তলমূৰ কৰিছে। তাইৰ মুখতো এটা জান-নেজান হাঁহি।

মণিৰ মাকে সোনকালে সাৰ পালে। অৱশ্যে যোৱাৰাতি তাই বেছ সোনকালেই শুইছিল। মণিয়ে বিয়াৰ ভাৰা লৈ গৈছে। দুই ৰাতি থাকিব লাগিব। একেবাৰে কইনা-দৰা লৈহে আহিব। দিন-ৰাতি ছেদ-ভেদ নোহোৱাকৈ খাটিছে ল'ৰাটোৱে। মাক-পুতেকৰ পেট পোহাৰ উপৰিও সিঙৰ ধাৰো মাৰি আছে। মাজে-মাজে তেওঁৰ গেৰেজতো কাম কৰি দিয়ে। দুই-এজন মানুহে তেওঁলোকৰ গাড়ী-স্কুটাৰ ঘৰলৈকে লৈ আহে। মাজে মাজে মণিক লৈয়ো যায়। কেতিয়াবা তাই পুতেকৰ হাত দুখন চাই, আঙুলিৰ গাঁঠিবোৰ টান টান হৈ ওলাই পৰিছে, তলুৱাখন টান হৈ পৰিছে। ল'ৰাটোৰ বগা গাৰ বৰণটো আৰু নাই, ৰ'দে-বতাহে গোমা হৈ পৰিল। তাইৰ নিজৰো জানো মাছে সাৰি থকা পুখুৰী পাৰৰ ঘৰটোত কটোৱা সময়ৰ গাৰ ৰংটো আছে? নাই। তগৰ ফুল হেন হাতখনৰ ঠাইত এইখন গাঁঠি ওলোৱা টান হাত। কি ক'লেহেঁতেন বাৰু সেই মানুহটোৱে? সেই চেগুণ পাতৰ দৰে ধপলা হাতৰ মানুহটোৱে?

তাই গাৰ কাপোৰখন ভালকৈ চাতি মাৰি ল'লে। পাহাৰৰ কাষৰ এই ঠাইখনত শীত যে বৰ সোনকালে নামি আহে। আকাশখনলৈ তাই আজি বহুত দিনৰ মূৰত চালে। নীলা ৰংটো পৰিষ্কাৰ হৈ আহিছে। নীলা পাহাৰলানিও স্পষ্ট হৈ পৰিল। তাই বহুত সময়ত পাহাৰলানিলৈ চাই থাকিল। নীলা ৰংটো আকাশৰ নীলাৰ দৰে ইমান উজ্জ্বল নহয়, পাহাৰলানিৰ নীলাখিনিৰ লগত অলপ সেউজীয়া মিহলি হৈ আছে। মাজৰ ওখ পাহাৰটোৰ মাজৰ বগাখিনি পূৰা স্পষ্ট হোৱা নাই। অলপ আভাসহে পোৱা গৈছে।

হাতত বাঢ়নিতাৰ লৈ তাই চোতাললৈ নামি গ'ল। চোতালখনৰ ঠায়ে ঠায়ে বন গজিছে। কিমান দিন বনখিনি নিৰাব পৰা নাই। গোলমাল, গোলমাল কৰি গোটেই মানুহজাকে ক'ব নোৱাৰা হৈ আছিল। আজি এই কেইমাহমান অলপ শান্তি হৈছে। আকৌ বা কি হয়? সেই মণিহঁতক ধৰি নিয়াৰ পাছতে জানো কমখন হ'ল? অকল ইয়াতেনে কিবা? সেইবাৰ সেইখন বে'ল বাগৰিলে, তাৰ পাছতে আৰু এখন। কিমান মানুহ মৰিল। কেইখন বাছত বোমা ফুটিল। আজি এমাহমান একো ঘটা নাই। নবীনৰ পৰাই তাই গম পাইছে, বুলেনহঁতৰ পাৰ্টিটোক চৰকাৰে অলপতে আলোচনাৰ কাৰণে মাতিছে। সেইকাৰণেই চাগে গোলমালবোৰ অলপ শাম কাটিছে। ৰ'দ কেনি গ'ল, বৰষুণ কেনি গ'ল কোনেও গমেই নাপালে। চাওঁতে চাওঁতে আহিন মাহ আহিলেই। পূজাও পালেহিয়ে। তাই যিমান পাৰে বনবোৰ হাতেৰে চিকুটি চাফা কৰিবলৈ চেষ্টা কৰি বাদ দিলে, সময় লৈ কোৰ-খন্তিৰে চাফা কৰিব লাগিব। বাঢ়নিডালেৰে চোতালখন বুলাই দিলে। কালীৰ থানৰ

ওচৰতে কালী বুঢ়ীয়ে লগোৱা শেৱালিজোপা ফুলিছে। তললখন বগা হৈ পৰিছে। তাই দুপাহমান হাতত লৈ শুঙি চালে। গোন্ধটো নাকত লৈ তাই অলপ সময় বৈ থাকিল। তাৰ পাছত আকৌ চোতালখন সাৰিবলৈ ল'লে। গোটেই ঘৰখন এৰাপৰুলীয়া হৈ আছে। কেউপিনে জাবৰ-জোঁথৰ ভৰি পৰিছে। ইমানবোৰ জাবৰ ক'ৰ পৰা ওলাইছে। নাই, নাই বুলিও তাই সময় পালেই চোতালত ঝাড়ুনিডাল বুলাই নিছে। তাই কেউপিনে ভালকৈ চালে। ইমানবোৰ খেৰ-কুটা আহিল ক'ৰ পৰা? কালী বুঢ়ীৰ ঘৰখনৰ চালখন উকখিছে, তাই পাকঘৰ কৰি ব্যৱহাৰ কৰা চালিখনবো খেৰবোৰ উকখি গৈছে। উকখা চাল কিখনত এইজাক শালিকা আৰু ঘৰচিৰিকাই বাহ লৈ গোটেইখন খেছি-মেছি কৰি পেলাইছে। মণিয়েনো কিমান কৰিব? এটা পকা কোঠা টিন-পাট লগাই সাজোঁতে তাৰ কমখিনি পইচা গ'লনে? দিনক ৰাতি কৰি খাটিছে ল'ৰাটোৱে। মিলিটেৰীৰ মাৰ খোৱাৰ পাছৰে পৰা তাৰ সোঁ কান্ধত বিষ এটা হৈছে। ৰাতি সদায় নিমখ ভজা টোপোলাৰে সেক ল'ব লাগে। ইকাটি-সিকাটি কৰোঁতে সি মাজে মাজে ৰাতি টোপনিতে কেঁকাই উঠে। বিয়াৰ ভাৰা লৈ গৈছে, ৰাতিৰ ৰাতিটো গাড়ীৰ ছিটটোতে পৰি থাকিব। তাৰ বিয়াখনো পাতি পেলাব লাগিব। খেৰ-কুটাবোৰ এঠাইত দ'মাই তাই থিয় হ'ল। কঁকালটো টন্‌টনাই উঠিছে। আজিকালি প্ৰায়ে এনেকৈয়ে কঁকালটো যি কোনো কাম একেৰাহে কৰি থাকিলে টন্‌টনাই উঠে। কালী বুঢ়ীৰ ঘৰটো পাৰিলে চোৰাই পেলাব লাগিব। কালী গোসাঁনীৰ ঠাইখিনি মণিয়ে পকী কৰি ঘৰটো সাজোঁতেই টিঙো লগাই দিছিল। কোন কাহানিতে লগোৱা খেৰ, নপচি কি হ'ব। কিবা এটা কৰিব লাগিব। খেৰবো কম দাম হ'ল জানো? পাবলৈও নাই। তাতকৈ টিং লগালেই সস্তা পৰে। কালী গোসাঁনীৰ থানৰ কাষৰ চালিখন, কালী বুঢ়ীৰ ঘৰটো, তাহাঁতৰ পাকঘৰটো— আটাইখিনি খেৰ বা টিঙেই হওক কিবা এটা লগাব লাগিব। এই গোটেইখিনিত কিমান খৰচ কৰিব লাগিব হিচাব এটা কৰি তাই বহি পৰিল।

'মণিৰ মাক, কি কৰিছ?' সৌজনী জোনৰ মাক। অসুখৰ পাছৰে পৰা মানুহজনী হটিল। তথাপিও তাইৰ মজবুত স্বাস্থ্যৰ আগত তাহাঁতে এতিয়াও টিকিব নোৱাৰে। কি গাধা খাটন দিব পাৰে মানুহজনীয়ে। ল'ৰাহালক লৈ দুই হাতে আঁজুৰি মানুহজনী চলি আছে। জোনৰ মাক সোমাই আহিল। তাইৰ হাতত এখন কাঁচি।

'ক'তনো ধান কাটিবলৈ ওলালি?'

মানুহজনী সদায় বহাদি হাত-ভৰি মেলি বহিছে।

'কাঁহি বন অলপ কাটোগে, ঘৰৰ চালখন এতিয়াই ঠিক নকৰিলে অহা বাৰিষাত ৰৰষুণত তিতিব লাগিব। এই বছৰেই কেইবাঠাইতো ফুটা হৈছে। বাটি-ঘটি দি ৰাখিব লাগে।

'ক'তনো কাটিবি?'

'চেনীপাৰাৰ ফালে।'

'কিমান দূৰনো?'

'অলপ দূৰ আছে। ৰে'লৰ আলিয়ে আলিয়ে গ'লে অলপ ওচৰ হ'ব।'

'অকলে অকলে যাবি।'

'মিনতি, মীৰাৰ মাকহঁতো যাব।'

'কেতিয়া যাবি?'

মিনতি, মীৰাৰ মাক, ৰত্না, ফুল্ল আটাইকেউজনী আহিছে। চৰৰে হাততে কাঁচি।

মণিৰ মাক সদায় হোৱাদি আজিও আচৰিত হ'ল। এই মানুহবোৰৰ লগত তাইৰ কথাবোৰ কেনেকৈ মিলি যায়। তাই কম্বল এখন কিনো কিনো বুলি ভাবোঁতেই কোনোবা এজনীয়ে খবৰ দিব, সেইখন দোকানত অলপ অলপ ফুটা থকা কম্বল দি আছে। সস্তাতে দিছে। নিগনিয়ে কুটিছিল। অকণমান তাপলি মাৰিলেই হ'ব। কাপোৰ এখন লোৱাৰ কথা ক'লেই এজনীয়ে কৈ উঠিবই, 'মোৰখনো ফাটিল। যোৱাবাৰ একেলগে লৈছিলোঁ নহয়। সাধনা বস্ত্ৰালয়ত যোৱা শাৰী আহিছে। জমিন ভাল, ৰং পকা। যোৱাটোৱো চকুত নপৰে, দাম... ।' খৰি লাগে, জাৰকালি আহোঁ আহোঁ, এজনীৰ ঘৰত তুঁহৰ খবৰ পাবই পাব, আন এজনীয়ে গোবৰৰ খবৰ দিবহি। একেলগে আটাইকেউজনীৰ পিৰালীত গোবৰ-খুঁটিৰ শাৰী দেখা পোৱা যাব। হাৱাইযোৰ ক্ষয় গৈ গৈ ফিটা সলাব নোৱাৰা হৈছে, এজনী নহয় এজনীয়ে ক'বই নহয়, আগৰৱালা ষ্ট'ৰছত ছেণ্ডেল কম দামতে দি আছে। দোকানৰ আগত চালি তৰি দেখাৰ ছেণ্ডেল উলিয়াই দিছে, মানুহ চেনীত পিপৰা পৰাদি পৰিছে। পাছদিনা আটাইকেউজনীয়ে বজাৰলৈ যাওঁতে ভৰিত নতুন ছেণ্ডেল। ক্ষয় যোৱা, ফিটা সলোৱা নহয় একেবাৰে চক্‌চকীয়া নতুন। আজিও মিলি গ'ল। তায়ো উকথা চালখন লৈ চিন্তা কৰিছে। সিহঁতেও ভাবিছে।

'ময়ো যাওঁ ৰ'।' তাই দুৱাৰখন মাৰিবলৈ লৈ সিহঁত কিজনীলৈ চালে। 'আহ এ, চাহ অলপ খাহি, ময়ো খাওঁ।' সিহঁত কিজনীয়ে চাহ-মুৰি লৈ বহিল। তাই ৰাতিৰ চেঁচা ভাতকিটাত পিয়াজ এটা কাটি জলকীয়া এটা ভোহাৰি ল'লে। পুৱাই পেটত ভাত দুটামান পৰিলে দিনটোলৈ চিন্তা নাই। এইটো কথাতো তাইৰ ইহঁত কিজনীৰ লগত মিল। আটাইকেইজনীয়ে জলকীয়া ভোহাৰি চেঁচা ভাত এমুঠি এমুঠি খাই আহিছে।

ৰাস্তাত ভৰি দি তাই পাহাৰলানি আঁউজি থকা দিশটোলৈ চালে। আজি পাহাৰলানি নেদেখি। ডাৱৰে ঢাকি থৈছে। বতৰটোও গোমা। আকাশখনত বিয়পি আছে চিএগাহী ৰঙৰ ডাৱৰৰ পাতলীয়া চাদৰ এখন। সিহঁত বস্তি পাৰ হ'ল। উজাৰ কৰা হাবিখন পাৰ হ'ল। হাবি জুৰি এতিয়া ঘৰেই ঘৰ। ল'ৰা-মিছন পাৰ হ'ল। ল'ৰা-মিছনৰ ওচৰত সদায়ে সিহঁতৰ খোজ অলপ ঢিলা হয়। কেনেনো ধুনীয়াকৈ থয় স্কুলখন। যোৱাবছৰেই কই থোৱা হালধীয়া সক সক বুটাম হেন ইন্দ্ৰমালতী ফুলবোৰ আগতীয়াকৈ ফুলি ল'ৰা-মিছনৰ ফুলনিখন জকমকীয়া কৰি তুলিলে। গোমা বতৰটোত হালধীয়া ফুলবোৰ গধূলিৰ জোনাকী হেনকৈ জিলিকিছে। মণিৰ মাকে নিজকে কোৱাদি কৈ উঠিল, 'দেহি, কেনেনো ধুনীয়া ফুলবোৰ।'

আকৌ খোজৰ গতি বেছি হ'ল। কেক্‌কেক্‌কৈ কেৰ্কেটুৱা এটাই চিএগৰ মাৰি এজোপা

নাৰিকল গছৰ পৰা আন এজোপা নাৰিকল গছলৈ বগাই তৎক্ষণাত নোহোৱা হ'ল। গোটেই কেইজনীয়ে সেইফালে চালে। এইখিনিতে কেউকাষে এলানি নাৰিকল গছ থকা ডাঙৰ চৌহদৰ ঘৰটো। চহৰৰ ভিতৰতে এঘৰ চহকী মানুহৰ ঘৰ। ডাঙৰ ব্যৱসায় আছে। গেছৰ ব্যৱসায়ৰ উপৰিও চহৰৰ মাজমজিয়াত থকা ঔষধৰ দোকান, জোতাৰ দোকান। আজি এবছৰ হ'ল পৰিয়ালটো উঠি গ'লগৈ। জোতাৰ দোকানত বহা ডাঙৰ ল'ৰাজনক গুলীয়াই মাৰিছিল। বহুত টকা বিচাৰিছিল। সেই কাপোৰৰ বুঢ়া দোকানীক মৰাৰ অলপ পাছৰে ঘটনা। ল'ৰাজনে পুলিচ-আৰ্মিক খবৰ দি থৈছিল। সিহঁতৰ ল'ৰা সময় দিয়া মতে টকা নিবলৈ আহিছিল। এটা আৰ্মিৰ গুলীত মৰিল আনটো ধৰা পৰিল। তাৰ এসপ্তাহ নৌহওঁতেই জোতাৰ দোকানতে সকলোৰে ভাল পোৱা, শান্ত স্বভাৱৰ ল'ৰাজন এডোঙা তেজত ডুব গ'ল। তাৰ পাছতো মানুহঘৰ আছিল। ঘৰৰ মূল মানুহজনকো যেতিয়া গুলীয়ালে, মানুহঘৰ একেবাৰতিয়েই গ'লগৈ। ভাগ্যে মানুহজন বাচিল। ইমান দিনে ঘৰখনত তলা আছিল। গছবোৰত আকাশী-লতা বগাই হালধীয়া কৰি পেলালে। নাৰিকল গছবোৰত কেৰ্কেটুৱাবোৰে আনন্দ মনেৰে বিচৰণ কৰি ফলবোৰ খাই আছিল। নাৰিকল গছৰ তলবোৰ কেৰ্কেটুৱাই মাজতে ফুটা কৰি গেলাই পেলোৱা নাৰিকলেৰে ভৰি পৰিছিল। সেইখিনি ঠাই পাৰ হ'লেই গেলা নাৰিকলৰ পচা ভাতৰ মাৰৰ দৰে গোন্ধ এটা নাকত লাগে। আজি গোন্ধটো সিহঁত কিজনীৰ নাকত নালাগিল। ঘৰটোলৈ চাই দেখিলে দুৱাৰ-খিৰিকীবোৰ খোলা হৈছে। নাৰিকল গছবোৰত মানুহ দুজনে উঠি চাফা কৰিছে। গছৰ শুকান পাতবোৰ কাটি পেলাইছে, পূৰঠ ফলবোৰ পাৰি পেলাইছে। কেৰ্কেটুৱাটোৱে সদায় খোৱাদি নাৰিকল খাবলৈ আহি খালী গছ দেখিয়ে এনেকৈ কেক্‌কেকাই চিঞৰি নোহোৱা হ'ল। কেৰ্কেটুৱাৰ খং দেখি আটাইকেউজনীয়ে হাঁহিলে।

'মানুহঘৰ আহিল চাগে।'

'নিজৰ ঘৰ-দুৱাৰ এৰি ইমান দিনে ক'ত বা আছিলগৈ?'

'আজি চাগে নিজৰ ঘৰত সিহঁতৰ কিমান ভাল লাগিছে!'

'মাইকী মানুহো আহিছে।'

'কেনেকৈনো জানিলি?'

'ভিতৰ ফালে মাইকী মানুহৰ কাপোৰ মেলি থৈছে।'

'তোৰো চকু কম নহয় দে।'

আটাইকেউজনীয়ে ডাঙৰকৈ হাঁহিলে। আচলতে ইমান দিনে খালী পৰি শ্মশান হেন হৈ থকা ঘৰখনলৈ আনুহ অহা দেখি সিহঁত কিজনীৰ মনবোৰ এনেই ভাল লাগিল।

'একেবাৰে থাকিবলৈকে আহিছে চাগে।'

'মানুহ ঘৰ থাকিবনে?'

'থাকিব পাৰিবনে?'

'কিজানি ঘৰ-দুৱাৰ চাবলৈহে আহিছে।'

নিজৰ ভিতৰতে আলোচনা কৰি সিহঁত কিজনীৰ মনটো আকৌ গোমা হৈ আছিল। মাত-বোল নকৰাকৈ সিহঁত খৰ খোজেৰে গৈ থাকিল।

চহৰ প্ৰায় পাৰ হৈ সিহঁত কিজনী ৰে'লৰ আলিত উঠিল। আলিৰ কাষে কাষে শিলবোৰৰ ওপৰে ওপৰে সিহঁত গৈ থাকিল। মালগাড়ী এখন পাৰ হৈ গ'ল। আটাইকেউজনী কাষৰ ফুটুকা, নগাবনৰ জোপবোৰৰ মাজতে বৈ দিলে। বতৰ দাঙিছে। কোমল ৰ'দ এচেৰেঙা কেউফালে বিয়পি পৰিছে। পাহাৰলানি ওলাই পৰিছে। বতাহজাক সেমেকা। সিহঁত ৰে'লৰ দলংখন পালেগৈ। ফাঁক ফাঁক ৰে'লৰ চিৰি কিছুটা ইজনীয়ে সিজনীৰ হাতত ধৰি সাৱধানেৰে পাৰ হ'ল। দলংখনৰ তলেদি বৈ গৈছে সৰু নদীখন। ফট্‌ফটীয়া পানী। নদীৰ বুকুৰ শিলগুটিবোৰ জিলিকি আছে। এজাক ল'ৰাই কিৰিলিয়াই-কিৰিলিয়াই নদীখনত সাঁতুৰি আছে। নদীখনৰ পৰা গৰাইদি সিহঁতজাক ৰে'লৰ দলংখনলৈ উঠি যায়। তাৰ পৰা জাঁপ মাৰি নদীখনত জপংকৈ পৰে, পানীবোৰ ছিটিকি দলংখন চোওং-চোওং কৰে। পানীবোৰ ৰ'দৰ পোহৰত দেৱালীৰ সেই ফুলগছ বোলা ফটকাটো যেন লাগে। পানীৰ ফুলাম গছ এজোপা গজি আছে, মুহূৰ্ততে গজি পিছ মুহূৰ্ততে নোহোৱা হয়। সিহঁত কিজনীয়ে সেইখিনিতে অলপ বৈ ল'ৰাজাকৰ খেলাটো চালে। তাৰ পাছত আগুৱাই গ'ল। ল'ৰাজাকে নাঙঠ-পিঙঠ সৰু সৰু দেহাকেইটাৰে নাচোনৰ ভংগী কৰি কৰি সিহঁত কিজনীক কিবা-কিবি চিএৰ-বাখৰ কৰি দুগুণ উৎসাহেৰে দলঙৰ গৰাইদি উঠিল, আকৌ জাঁপ মাৰিলে। একেলগে একেলগে চাৰি-পাঁচজোপা পানীৰ ফুলাম গছ। এই গজি আছে, এই নোহোৱা হয়।

অলপ দূৰ ৰে'লৰ আলিয়ে আলিয়ে গৈ সিহঁত গৰা এটাইদি নামিল। নামি সিহঁত কিজনী সেইখিনিতে ৰ'ল। নিজে নিজে সিহঁতৰ মাত-বোল বন্ধ হৈ গ'ল। অলপ সময়ৰ বাবে চব পাহৰি পেলালে। কেৱল সিহঁতে চাই থাকিল। আদি-অন্ত নমনা এখন বগা কঁহুৱা ফুলৰ সাগৰ। সেমেকা বতাহজাক বগা কঁহুৱাবোৰৰ ওপৰেৰে বৈ আছিছে। বতাহজাক যিফালে গৈছে সেইখিনিতে বগা সাগৰখনত ঢৌ উঠিছে। পাতল ক'লা ডাৱৰ এচটাই বেলিটো ঢাকি ধৰিলেহি। বেলিটো নেদেখা হ'ল। মাত্ৰ ডাৱৰচটাৰ কিনাৰত ৰূপালী পাৰি এটাহে চকুত পৰি থাকিল। ক'লা মখমল কাপোৰখনৰ ৰূপালী পাৰিটোৰ পৰা ছিগা-ভগা কিছুমান ৰূপালী সূতা জিৰ্‌জিৰ্‌কৈ কঁহুৱাডৰাত পৰি গ'ল। য'তেই পৰিলে তেতেই একোটা বুটা বাছি গ'ল। ৰূপালী বুটা বছা বগা পাটৰ চাদৰ এখন ঢৌ খেলি খেলি গৈ নীলা পাহাৰটোত ঠেকা খালেগৈ।

সিহঁত কিজনী কঁহুৱাডৰাৰ ভিতৰলৈ সোমাই গ'ল। ৰূপালী কাম কৰা মোলায়েম পাটৰ চাদৰখনৰ তলত কেউজনী লুকাই পৰিল। ফেলানীয়ে এবাৰো কঁহি বন কাটিবলৈ অহা নাছিল। কালী বুঢ়ীয়ে ক'ত ঘৰৰ চাল চাব লাগে, ক'ত জেওৰা-ৰূপনা দিব লাগে, চাই আছিল। ঘৰ চাল দুবাৰমান চোৱা তাই দেখিছিল। সেইবোৰ কঁহুৱাই আছিল নে সৰু খেৰেই আছিল তাই মন কৰা নাছিলে। জোনৰ মাহহঁতে প্ৰতি বছৰে কাটে। লগাখিনি কামত খটুৱাই নলগাখিনি বেচি দিয়ে। খেৰ-তিন কিনিব নোৱাৰা মানুহখিনিৰ বাবে কিনা-

পইচাই পোৱা কাঁহি বনখিনি বৰ কামত আহে। চাল চাব পাৰি, বেৰা ব'ব পাৰি। ভাঠকৈ বোৱা কাঁহি বনৰ চাল খেৰতকৈ কোনো গুণে কম নহয়। হওঁতে অলপ পাতল হয়, কিন্তু কামি দি বান্ধি দিলে বাৰিষাটো পাৰ হয়। কাঁহি বনৰ ঠাৰিবোৰেৰে বেৰা বৈ লিপি দি বৰষুণ নপৰাকৈ ৰাখিব পাৰিলে ভাল দিনেই যায়। তাই চাই দেখিলে অকল সিহঁত কিজনীয়ে নহয় আৰু বহুত মানুহে কাঁহি বন কাটি আছে।

ক'লা ডাৱৰচটাৰ মাজৰ পৰা বেলিটো ওলাই পৰিল। বুটা বছা চাদৰখন নোহোৱা হ'ল। তাৰ ঠাইত এখন ফেহুৰঙৰ মসৃণ এই মাত্ৰ তাঁতশালৰ পৰা কাটি উলিউৱা পাটৰ চাদৰ মেল খাই গ'ল। ঢৌ খেলি খেলি চাদৰখন পাহাৰলানিৰ ওচৰ পাই এখন নদী হৈ গৈছে। বুকুত পানী নহয় এইমাত্ৰ খীৰাই অনা নতুনকৈ পোৱালী দিয়া গাইৰ গাখীৰ লৈ নদীখন অকাই-পকাই নীলা পাহাৰলানিৰ তলে তলে বৈ গ'ল।

জোনৰ মাকহঁতে হাতত কাঁচি লৈ কাঁহি বন কাটিবলৈ আৰম্ভ কৰিছেই। কেৱল মণিৰ মাক বৈ আছে। তাই লৰচৰ কৰিব পৰা নাই। তাই মানুহজনীক ঘিউ বৰণীয়া পাটৰ চাদৰখনে আষ্টে-পিষ্টে মেৰাই ধৰিছে। মোলায়েম কাপোৰেৰে সৰ্বশৰীৰ ঢাকি ফেহু বৰণীয়া গাখীৰৰ অকোৱা-পকোৱা নদীখনেদি পাহাৰলানিৰ তলে তলে নিজকে ভহাই দিছে। তাই বাধা দিব পৰা নাই। বাধা দিয়াৰ কি সাধ্য তাইৰ?

'কি হ'ল এ মণিৰ মা?' জোনৰ মাকজনীৰ এইটো স্বভাৱেই। তাইক অকণমান বেলেগ দেখিলেই ক'লা ক'লা চকুৰ মণিকিটা তাইৰ মুখৰ ওপৰত অলপ সময় স্থিৰ কৰি ৰাখি সুধিব, 'কি হ'ল এ মণিৰ মা?' সদায় উঠাদি আজিও তাইৰ হাঁহি উঠিল। কিন্তু এবাৰ কথাও ক'ব নোৱাৰিলে। গাখীৰৰ নদীখন পাটৰ চাদৰেৰে ঢাকি উটাই নিয়া মানুহজনীক তাই ওচৰ চপাই আনিব পৰা নাই। কাঁহি বন কাটিবলৈ এৰি আটাইকেউজনীয়ে তাইলৈ চাইছে। জোনৰ মাকে কৈ উঠিল, 'মণিৰ মা এ, ক আৰু', দেহি, কেনেনো ধুনীয়া কাঁহি বনবোৰ। ক আৰু'। গোটেই কেউজনীয়ে খিল্‌খিলাই হাঁহি উঠিল। সিহঁত কিজনীৰ হাঁহিখিনিয়ে তাইক গাখীৰৰ নদীখনৰ পৰা চপাই আনিলে। গাৰ পৰা খুলি পেলালে মোলায়েম পাটৰ চাদৰখন।

'এৰা অ', কেনেনো ধুনীয়া।' কাপোৰখন কঁকালত মেৰিয়াই তায়ো কাঁহি বন কাটিবলৈ আৰম্ভ কৰিলে।

মীৰাৰ মাক, জোনৰ মাকৰ দৰে তায়ো বন কাঁহি বনবোৰৰ মাজত সোমাই প্ৰথমতে এটা জোপৰ চাৰিওকাষৰ বনখিনি কাটি পেলাই দিলে। তাৰ পাছত মূৰকণি কৰি লোৱা জোপটো কাঁচিৰে কাটি পেলাই মুঠা কৰি এঠাইত থৈ দিছে। বনৰ ঠাৰিবোৰৰ ভিতৰখনৰ বগাখিনি তাই এবাৰ চুই চালে, কুহিলাৰ দৰে সুপসুপীয়া আৰু বগ্‌বগীয়া। জোনৰ মাকহঁতৰ দৰে খৰকৈ নোৱাৰিলেও তায়ো কাঁহি বনৰ মুঠাবোৰ কাটি গ'ল। সিহঁতৰ মূৰৰ ওপৰেদি ফুটুং ফুটুং উৰি থাকিল সৰু সৰু চৰাইবোৰ। গোটেই কাঁহি বন জুৰি সৰু সৰু চৰাইৰ জাক।

'ইমানবোৰ চৰাই। মানুহে কাঁহি বনবোৰ কাটি নিলে ক'তনো থাকিব?'

তাইৰ কথা শুনি সিহঁত কিজনীয়ে হাঁহিলে।

'অ'তবোৰ কাঁহি বন, কোনে কাটি শেষ কৰিব পাৰে অ'?'

'এয়া কি চৰাই দেখিছ?'

'বছৰে বছৰে মুনীয়া চৰাইবোৰ কমি আহিছে।'

'কি চৰাই বুলিলি?'

'মুনীয়া চৰাই।'

'সৌজাক যে উৰি গ'ল, সেইজাকো মুনীয়া নেকি?'

'ঘৰচিৰিকাৰ দৰে চৰাইজাক।'

'সেইজাকেই মুনীয়া।'

'আগতে জাকে জাকে মুনীয়া কাঁহি বন জুৰি ভৰি আছিল।'

'গাঁৱৰ মানুহে ৰাতি হাতত জুই লৈ আহে।'

'কাঁহি বজাই বজাই আহে।'

'খাগৰি বনৰ পেঁপাও বজায়।'

'চৰাইজাক থৰ লাগে।'

'মানুহবোৰে থৰ লগা চৰাইজাক মাৰি মাৰি খাই অ'।' মুনীয়া চৰাইৰ কথা পাতি পাতি বন কাটি থকা মানুহ কিজনী হঠাৎ চুপ-চাপ হৈ গ'ল। কেৱল কাঁচিৰে বন কটাৰ শব্দ।

তাই কঁকালটো পোনাবলৈ অলপ থিয় হ'ল। পাহাৰলানি নীলা ৰং ধৰি স্পষ্ট হৈ পৰিছে। পাহাৰলানিৰ তলৰ কঁহুৱাৰ অকোৰা-পকোৰা নদীখন ৰ'দ লৈ থকা ৰাজহাঁহৰ পাখিৰ দৰে জিলিকি উঠিছে। এবাৰ হাত বুলাই চালেই যেন বেচমী স্পৰ্শত গোটেই গা সিৰ্‌সিৰাই আহিব।

'পাহাৰৰ তলৰ কাঁহি বনবোৰ নদী এখন যেন লাগে নহয়?'

'কি কয় অ' এইজনীয়ে?'

'সেইখন নদীয়ে আছিলে।'

'পানী আছিল?'

'নদীত পানী নাথাকি কি থাকিব?'

'তই তেতিয়া বস্তিলৈ অহাই নাই।'

'তোৰ বিয়া হৈছিল?'

'নাই হোৱা, বাইদেউৰ ঘৰত আছিলোঁ।'

'পাহাৰৰ ওপৰৰ জালিমুখত নদী তিনিখনত বান্ধ দি থোৱা আছে। কোনোবাই জালিবোৰ কাটি লৈ গৈছিল। পাহাৰতে বান্ধ ভাগি তিনিওখন নদী লগ লাগি গ'ল।'

'কি পানী হৈছিল সেইবাৰ।'

'তেতিয়াই ৰাস্তাৰ চববোৰ দলং ভাগি গ'ল।'
'দলংবোৰ উটুৱাই নি ক'ত যে পেলাইছিল।'
'আমাৰ বস্তি ডুব গৈছিল।'
'ঘৰৰ ভিতৰত এককাল পানী হৈছিল।'
'ৰাধিকা আৰু কৃষ্ণাই লগ লাগি গৈছিল।'
'দুইখন নদী লগ লাগি এইফালেই বৈ আহিছিল।'
'এইখন ধানখেতিৰ পথাৰ আছিল।'
'কি ধান হৈছিল।'
'ডাঙৰ ডাঙৰ থোক হৈছিল।'
'গোটেইখন পথাৰ পানীৰে ভৰি গৈছিল।'
'আঠদিন পানী আছিল।'
'পানী শুকুৱাৰ পাছত বালিয়েই বালি। পথাৰখন পুতি পেলালে।'
'ইমানবোৰ কাঁহি বন কেনেকৈ হ'ল?'
'কেনেকৈ হ'ব আৰু?'
'নদীৰ পানীত গুটিবোৰ উটি আহিল।'
'বতাহত উৰি আহিল।'
'য'তেই গুটি পৰিল, তাতে গছ হ'ল।'
'কাঁহি বনৰ গুটিৰ পাখি আছে বুজিছ।'
'ফুলবোৰেই পাখি হৈ গুটিবোৰ উৰাই আনে।'
'নদীৰ পানীত ডুব নাযায়, ভাহি থাকে।'
'বালি মাটিত পৰিলেই গছ হয়।'

কথা পাতি পাতি সিহঁত কিজনীয়ে বেছ কিছু কাঁহি বন কাটি পেলালে। আকাশত ডাৱৰ আছে বাবে সিহঁতে সময়টো ঠিক ধৰিব পৰা নাই। আটাইকেউজনীৰে পেট কলমলাই উঠিছে। বজাৰলৈ গ'লে ইমান সময়ত বন বা টেকেলী পিঠা এটা লৈ চাহ একাপ খায়।

'ব'ল যাওঁ। বেছি কাটিলে নিবি কেনেকৈ?' মীৰাৰ মাকে বনখিনি বান্ধি পেলালে।

জোনৰ মাকহঁতেও বান্ধিবলৈ ল'লে। বতাহজাক চেঁচা হৈ আহিছে। আকৌ বতৰটো গোমা কৰি আনিছে। আটাইকেউজনীৰে কাঁহি বনৰ বোজাকিটা বন্ধা হৈছে আৰু, হঠাৎ আৱতৰীয়া বৰষুণ এজাক নামি আহিল। ঝাঁৰিঝাৰ বৰষুণৰ দৰে বৰষুণই নমা নাই। চিপ্‌চিপ্‌কৈ পৰিছে। লৰালৰিকৈ কেউজনীয়ে কাঁহি বনৰ বোজাবোৰ মূৰত তুলি ল'লে। বোজাবোৰৰ আঁৰত আটাইকেউজনীকে নেদেখা হ'ল। বে'লৰ আলিয়ে আলিয়ে সিহঁত গৈ থাকিল। বে'লৰ দলঙৰ তলৰ নদীখনত ল'ৰাগাল নাই। ঠাইখিনি নিজম পৰি আছে। সেইখিনিতে সিহঁতে অলপ ৰ'ল। সাৱধানেৰে কাঁক কাঁক বে'লৰ চিৰি কিচটা এজনী এজনীকে পাৰ হ'ল। আকৌ খোজ ল'লে।

বৰষুণ পৰি কাঁহি বনৰ বোজাবোৰ তিতি গৈছে।

'জোনৰ মা, কাঁহি বনবোৰ তিতি গ'ল নহয়।' কেজানীয়ে চিন্তিত সুৰত সুধিলে।

'তিতিলে কি হ'ব?'

'পচি নাযাব।'

'ৰ'দত মেলি দিবি, শুকাই যাব।'

'ৰ'দ নিদিলে।'

'কি ক'ব এ মণিৰ মা, খৰালিৰ বৰষুণ কিমান দিন থাকে?'

'পচিলে আকৌ কাটিবিহি।'

'ইমানবোৰ কাঁহি বন কোনে কাটি চুকুৱাব পাৰিব?'

'কাঁহি বনৰ গুটিৰ পাখি আছে।'

'নদীত ভাহে গুটিবোৰ।'

'উৰি যায়।'

'চন পৰা বালি মাটিত পৰিলেই গছ হয়।'

কোনেও কাৰো মুখ দেখা নাই। তিতি যোৱা কাঁহি বনৰ বোজাৰ তলত মুখবোৰ ঢাক খাই আছে। কেউজনীয়ে বেগাই খোজ লৈছে। সংসাৰৰ কামবোৰ পৰি আছে। কাঁহি বনবোৰ ৰ'দ দিলে শুকুৱাব লাগিব। বেৰা দিব লাগিব, চাল চোৱাব লাগিব। বতৰ নাধাঙিলে যদি পচি যায় আকৌ কাটিবহি লাগিব।

কঁহুৱা বনৰ বোজাৰ তলত নেদেখা হোৱা সিহঁত কিজনী গৈ থাকিল।

